॥ সত্যেন বৰকটকীৰ অন্যান্য ॥

**অসমীয়া :**

ফুলবিবী

হাকিমৰ টিঘিলঘিলনি — Orient Longmans

পৰ্বতীয়া সাধুকথা
ফৰাচী গল্প
} Assam Publication Board

গীদ ম'পচঁৰ শ্ৰেষ্ঠ গল্প
ৰহস্য কাহিনী
নাপলেয়ঁ ব'নাপার্ত
১ম ও ২য় খণ্ড
} Sribhumi Publishing Co

ৰহযজ্ঞ — Bhabani Publishing Concern

এৰ্চেংগু কুমাৰজোলকুৱা — Mitra Agency

আডলফ হিটলাৰ — ধাৰাবাহিক : আমাৰ প্ৰতিনিধি

ৰহস্যৰ ৰহঘৰা — সোনকালে ওলাব

জগলিমোহন — সাহিত্য প্ৰকাশ ( সোনকালে ওলাব )

**ইংৰাজী :**

The Escapades of a Magistrate — Orient Longmans
Post Magisterial — Assam Book Depot
The Grand Panjandrum — United Publishers
Tribal Folk-tales of Assam — Assam Publication Board
Assam
Tribes of Assam
} National Book Trust India translated into Hindi & Assamese
The Khasis — Bani Prakash
Assam at a Glance — Ditto (In Press)
Fables & Folk-tales of Assam — To be published shortly
Folk tales of Assam for Young Ones — India Book House Education Trust, Bombay (In Press)
El Dorado of N E India — To be published shortly

# নাপলেয়ঁ ব'নাপার্ত

## তৃতীয় খণ্ড

সত্যেন বৰকটকী




শ্ৰীভূমি পাবলিশ্বিং কোম্পানী
৭৯, মহাত্মা গান্ধী ৰ'ড, কলিকতা-৯

প্রথম প্রকাশ :

আষোঢ়, ১৯০০ শক ।

প্রকাশক

শ্রীঅরুণ পুরকায়স্থ

শ্রীভূমি পাবলিশিং কোম্পানী

৭৯, মহাত্মা গান্ধী রোড

কলিকতা ৭০০০০৯

মুদ্রাকর

শ্রীঅজিতকুমার রায়

শ্রীসারদা প্রিন্টিং

৩১/১, ঘোষ লেন, কলিকতা-৬

মূল্য : পঁচিশ টাকা ।

ভিয়েনাত পুনৰ ৰজা-মন্ত্ৰী সকলৰ জল্পনা-কল্পনা আৰম্ভ হ'ল। নাপলেয়ঁৰ এবাৰত খণ্ডপ্ৰয়াসৰ কালছোৱাত, অষ্ট্ৰীয় মন্ত্ৰী মেটাৰনিখৰ দিহা-পৰামৰ্শ মতে, নাপলেয়ঁই বিপ্লৱৰ নীতিৰ আহিত ইউৰোপ মহাদেশত থাপনা কৰা সকলো ব্যৱস্থাৰ ওলট-পালট ঘটাই ইউ-ৰোপৰ মানচিত্ৰৰ ৰূপ সলাই সম্পূৰ্ণ বেলেগ ৰূপ দিয়া হৈছিল।

ইউৰোপ মহাদেশলৈ, তথা জগতলৈ, ফৰাচী বিপ্লৱৰ ঘাই অৱদান আছিল তিনটিঃ প্ৰথম—সাম্য। ঈশ্বৰৰ বিচাৰত যিদৰে সকলো মানুহ সমান, ৰজাৰ বিচাৰতো সেইদৰে সকলো সমান হ'ব লাগে। অভিজাত বুলি স্বকীয়া বিচাৰ কোনেও পাব নালাগে। 'ক'দ নাপলেয়ঁ'ত' এই নীতিক, আঁত-ঘাত মাৰি, আইনৰ চাৰি সীমাৰ মাজত কপ্‌কপীয়াকৈ বন্ধা হৈছিল। ইউৰোপৰ কেইবাখনো দেশত এই আইন প্ৰৱৰ্তিত হৈছিল। সেই আইন দলিয়াই পেলাই এতিয়া অভিজাতক পুনৰ বিশেষাধিকাৰ প্ৰদান কৰা হ'ল।[৩৪২]

বিপ্লৱৰ দ্বিতীয় নীতিটি আছিল—ৰাইজেই ৰজা। শাসিতৰ ইচ্ছা অনুসৰিহে শাসন চলিব লাগে, ৰজা আৰু শাসকসকল ৰাইজৰ

৩৪২ The Code Napoléon, as we have seen, embodied the principle of equality, and wherever it was set up, in the Netherlands, in the West German States, in part of Poland, in Switzerland and in Italy, it exerted the same levelling influence that it had in France As Christianity brought equality before God, so did the Revolution bring in equality before Caesar Mair *Modern Europe*

সেৱক মাথোন। এয়েই হ'ল গণতন্ত্র বা প্রজাতন্ত্রৰ মূলনীতি।[৩৪৩] নাপলেয়ঁই যদিও তেওঁৰ আশ্রিত দেশ বিলাকত গণতন্ত্রৰ প্রচলন কৰিছিল, ফ্রান্সত তেওঁ একাধিপতিৰ শাসনহে চলাইছিল। তাৰ তেওঁ কাৰণ দর্শাইছিল যে যেতিয়ালৈকে ফ্রান্সৰ কেউপিনে বেৰি থোৱা প্রতাপী শত্রুৰাজ্যকিথন দমন নহয়, তেতিয়ালৈকে একাধিপতিৰ শাসন নচলালে দেশৰ নিৰাপত্তা ৰক্ষা নহয়। বর্তমানত আমাৰ দেশত যুদ্ধবিগ্রহৰ আশঙ্কা দেখা নাযায়। তথাপি DIR আদি আইন বলবৎ থকালৈ চাই নাপলেয়ঁৰ এই যুক্তিত বৰকৈ খুঁত ধৰিব নোৱাৰি। অৱশ্যে এই কথাও নুই কৰিব নোৱাৰি যে নাপলেয়ঁৰ স্বভাৱেই আছিল একাধিপতিৰ।[৩৪৪]

যি কি নহওক নাপলেয়ঁ গণতন্ত্র-বিৰোধী নাছিল। মেটাৰনিখৰ গণতন্ত্রৰ নাম শুনিলেই নাক-মুখ কোঁচ খাইছিল। তেওঁৰ মতে গণতন্ত্রই পোহৰ থেদি নিশাৰ আন্ধাৰ নমাই আনে, গণতন্ত্রৰ পৰিণাম বেমেজালি, বিশৃঙ্খলা, ৰক্তপাত। ঈশ্বৰপ্রদত্ত ৰাজ-ক্ষমতাৰ নামত, বংশানুক্রমে ৰজাৰ একচেতীয়া শাসনেইহে একমাত্র মুক্তিৰ পথ, মানৱজাতিৰ একমাত্র গতি। মাটিবাৰীৰ দৰে সিংহাসনো উত্তৰাধিকাৰ সূত্রে পোৱা সম্পত্তি, তাক কাঢ়ি নিয়াৰ ক্ষমতা প্রজাৰ নাই।[৩৪৫]

---

৩৪৩ The second principle promulgated by the Revolution was that of popular sovereignty According to this doctrine, governments derive their just powers from the consent of the governed All rulers and magistrates are the servants of the people and are responsible to them Mair

৩৪৪ He finds it impossible to deliberate with the representatives of the people Napoleon knows only how to command E L

৩৪৫ (ক) Metternich hated the Revolution, which was to him the spirit of evil let loose in the world The democratic spirit, he declared to be the spirit of disorder, which could not fail to 'change daylight into darkest night' →

মেটাৰনিখৰ এই নীতিকে অনুসৰণ কৰি ফ্ৰান্স, স্পেইন আৰু নাপলি ৰাজ্যত পুনৰ বুৰ্বঁ কৈদৰ ৰজাক সিংহাসন দিয়া হৈছিল। ১৮১৫ চনৰপৰা ১৮৪৮ চনৰ তৃতীয় ফৰাচী বিপ্লৱৰ দিনলৈকে, এই যুগটোত, ইউৰোপ মহাদেশত মেটাৰনিখৰ এই নীতিকে বলৱৎ ৰাখিবলৈ ৰজাসকলে আপ্ৰাণ চেষ্টা দিছিল। ওঠৰ শতিকাৰ শেষৰপৰা ৱটাৰ্লুৰ যুদ্ধলৈকে, এই কালছোৱাক, ইউৰোপৰ বুৰঞ্জীত যেনেকৈ **Napoleonic Era**, অৰ্থাৎ নাপলেয়ঁৰ যুগ, বোলা হয়, সেই দৰে এই যুগটো (১৮১৫-১৮৪৮), 'মেটাৰনিখৰ যুগ' বুলি অভিহিত হয়।

বিপ্লৱৰ তৃতীয় নীতি আছিল জাতীয়তা ( nationalism)—এক জাতি, এক ৰাষ্ট্ৰ। ভিয়েনা কংগ্ৰেচত এই নীতিক ভৰিৰে মোহাৰি, ৰজাসকলক সন্তুষ্ট কৰিবলৈ ইতালিৰ ওপৰত প্ৰভুত্ব দিয়া হ'ল অষ্ট্ৰিয়াক, নৰ্বে ৰাজ্যখন বলেৰে লগ লগোৱা হ'ল বেৰ্ণাদতৰ চুইডেন্ ৰাজ্যৰ লগত, বেলজিয়ামক সাঙোৰা হ'ল নেদাৰলেণ্ডৰে সৈতে, আৰু পলাণ্ডবাসীক কোৱা হ'ল, "স্বাধীনতাৰ সপোনৰ মূৰত চিৰকাললৈ পানী এচলু দি, ৰুচিয়া, অষ্ট্ৰিয়া আৰু প্ৰুচিয়াৰ গোবোহাৰ তলত

←The demand of the people for a share in the government, he regarded as presumptuous, and was wholly convinced that any concession to their demands could result in nothing save horrible confusion and bloodshed He was fully persuaded that the only hope of the world lay in legitimate government, which to him meant old divine right absolutism It was due largely to Prince Metternich that the old aristocratic form of government prevailed so generally in Europe for a full generation after the fall of Napoleon Mair

৩৪৫ (খ) মেটাৰনিখৰ লগতে হোৱাদি ৰজা অষ্টাদশ লুইৰ প্ৰধান মন্ত্ৰী পিজাই পিছত ক'ব'লৈ পাইছিল, "এই পৃথিৱী সৰ্বজনীন ভোটাধিকাৰৰ (adult franchise) স্থান নহয়।" লুইৰ পিছৰ ৰজা, দশম চাৰ্লে তাতোকৈ একাঠি চৰি কৈছিল, "ইংলণ্ডৰ ৰজাৰ দৰে ৰাজ্যশাসন কৰাতকৈ খৰিকটিয়াৰ জীৱন নিৰ্বাহ কৰিবলৈকো মই ভাল পাম।"

সুখেৰে তোমালোকে বসবাস কৰি থাকাহঁক।[৩৪৬] এই সম্বন্ধে আগত ( অধ্যায় ৪৫ ) বিশদ বিবৰণ দিয়া হৈছে।

প্ৰকৃত কথা হ'ল, ইউৰোপ মহাদেশত শান্তিস্থাপন ভিয়েনা কংগ্ৰেচৰ লক্ষ নাছিল, কংগ্ৰেচৰ উদ্দেশ্য আছিল বিজিতৰ সা-সম্পত্তি বজাসকলৰ মাজত ভাগ-বাটোৱাৰা কৰি লোৱাৰ। এই কথা কংগ্ৰেচলৈ যোৱা ফৰাচী প্ৰতিনিধি তলোৰ্‌ৱৈয়ে কৈ থৈ গৈছে।[৩৪৭]

কিন্তু ভাগ-বাটোৱাৰাৰ কাৰ্য্যত ৰজাসকলৰ মাজত এনে থকাথুন্দা লাগিল যে মিত্ৰশক্তিৰ মাজতে যুদ্ধ অৱশ্যম্ভাৱী হৈ পৰিল।[৩৪৮] এই সন্ধিক্ষণত নাপলেয়ঁ এৰাৰপৰা উলটি নহা হ'লে নিৰ্ঘাত যুদ্ধ লাগিলহেঁতেনেই। আৰু কেইটামান দিন অন্ততঃ নাপলেয়ঁই এৰাত বাট চোৱা হ'লেই পৰিস্থিতিৰ আমূল পৰিবৰ্তন ঘটিলহেঁতেন, তেওঁৰ বিপক্ষে ৰজাসকল একগোট হবলৈ নাপালেহেঁতেন। নাপলেয়ঁই পিছতহে নিজৰ এই ভুল বুজিব পাৰিছিল।[৩৪৯]

ভিয়েনা কংগ্ৰেচৰ অধিবেশন চলি থকাৰ সময়ত নিতৌ ভোজ-ভাতৰ দিহা কৰা হৈছিল। এদিন নিশা ভোজভাত, নাচগানৰ আয়োজন চলিছে, এনেতে অশনি বজ্ৰ পৰা দি তালেঁৰ আৰু

৩৪৬ The Poles were informed that they must give up all thought and hope of national independence Mair

৩৪৭ The purpose of the Congress was to divide amongst the conquerrors the spoils taken from the vanquished 'I am perhaps, the only one', said Talleyrand, speaking for France, 'who asks nothing' Mair

৩৪৮ At one time war among the Allies seemed inevitable Mair

৩৪৯ Upon embarking for France Napoleon made a serious miscalculation It is generally conceded that his chances for remaining on the throne would have been far better had he waited for the dissolution of the Congress of Vienna, which took place about a month later Ralph Korngold *The last years of Napoleon.*

মেট্টাৰনিখৰ হাতত বাতৰি আহি পৰিলহি যে নাপলেয়ঁ এলবাত নাই। ৰজামন্ত্ৰীসকলৰ চুলিৰ আগেদি জীৱ গ'ল।[৩৫০] তাৰ পিছত নাপলেয়ঁৰ পাৰী অভিমুখে যাত্ৰাৰ দৈনিক বাতৰি বেতিয়া আহিবলৈ ধৰিলে, সিসকলৰ খাৱন-শোৱন নোহোৱা হ'ল। আগদিনালৈকে নিজৰ মাজত খোৱা-কামোৰা কৰি থকা নৃপতিবৃন্দ এতিয়া ভিলেকতে সনাপিঠা হৈ পৰিল।[৩৫১] কংগ্ৰেচত প্ৰস্তাৱ গৃহীত হ'ল যে ইউৰোপ মহাদেশৰ শান্তিভঙ্গ কৰোঁতা নাপলেয়ঁ ব'নাপাৰ্তক আইন আৰু সমাজ বহিৰ্ভূত কৰি ডিক্ৰী জাৰি কৰা হওক, আৰু ফ্ৰান্সৰ বিৰুদ্ধে নহয়, নাপলেয়ঁৰ বিৰুদ্ধে যুদ্ধ-ঘোষণা কৰা হওক। সেই সিদ্ধান্ত অনুসৰি মিত্ৰশক্তিৰ সেনাপতিসকলে তুৰন্তে ৰণলৈ সাজু হ'বলৈ আদেশ পালে। চোৱাৰ্জেনবাৰ্গৰ সেনাপতিত্বত অষ্ট্ৰিয়াই চাৰে তিনিলাখ, ৱেলিংটন আৰু ব্লুখাৰৰ যুটিয়া সেনাপতিত্বত ইংলণ্ড আৰু প্ৰুচিয়াই আঠে লাখ আৰু ৰুচিয়াই দুই লাখ সেনা দিবলৈ গাত ল'লে। পালি ৰজাসকলৰ বৰঙনিৰে সৈতে মিত্ৰশক্তিৰ সৈন্যসংখ্যা এক নিযুতৰো ওপৰ হ'ল। এই বিশাল বাহিনী লৈ, হিলৈ সঙ্গীন নচুৱাই নচুৱাই ইউৰোপৰ ভূপতিবৃন্দ ওলাল, এটি মাথোন প্ৰাণীৰ লগত যুঁজিবলৈ।[৩৫২] এই সম্বন্ধে নাপলেয়ঁৰ শত্ৰু স্বাতব্ৰিয়ঁাই ধুনীয়া কথা এষাৰি কৈছিল— সাথুটি এডালত নাপলেয়ঁৰ তিনিকোণীয়া টুপীটো আৰু কজলা

---

৩৫০ If a thunderbolt had fallen in the midst of the brilliant assembly in the imperial ball-room at Vienna, it could not have excited greater consternation than this simple announcement Allison *History of Europe*

৩৫১ Those who were yesterday still intriguing against one another, now became thick as thieves once more The vows which have so often been broken are renewed Emil Ludwig (E L )

৩৫২ Such were the forces that were arrayed, with all the enginery of war, to wrest *one man* from the love of the people Never was a mortal placed in such a position of sublimity before Abbott

ৰঘচোলাটো আঁৰি সাগৰৰ পাৰত পুঁতি দিয়া হ'লেও, ইউৰোপ মহাদেশৰ ইমূৰৰপৰা সিমূৰলৈ যুদ্ধৰ যো-যা কৰিবলৈ ৰজাসকলে খৰ-কাছুটি এৰিলেহেঁতেন।"

এখন মহাদেশ তেজেৰে বাওলী কৰিবলৈ ওলোৱা এই যুদ্ধৰ হেতু কি আছিল? ইউৰোপ মহাদেশৰ শান্তিভঙ্গ কৰাৰ শক্তি নাপলেয়ঁৰ তেতিয়া আছিল নে? ফ্ৰান্সত আহি ভৰি দিয়াৰ পিছতে তেওঁ ঘোষণা কৰিছিল,—"যি কাৰণত এদিন মই মিচৰৰপৰা ফ্ৰান্সলৈ উলটি আহিছিলোঁ, সেই কাৰণতে আজিও আহিছোঁ, কাৰণ দেশত অশান্তিৰ সৃষ্টি হৈছে। যুদ্ধবিগ্ৰহ মই নিবিচাৰোঁ। আমি যে এদিন জগতৰ সৰ্বেসৰ্বা আছিলোঁ, সেই কথা পাহৰি পেলাব লাগিব। আগতে মোৰ লক্ষ আছিল, ইউৰোপীয় যুক্তৰাজ্য থাপনা কৰা। সেই লক্ষত উপনীত হোৱাৰ প্ৰচেষ্টাত মই আত্মনিয়োগ কৰিছিলোঁ। সেই পৰিকল্পনা এতিয়া পৰিহাৰ কৰিলোঁ। এতিয়া মই খাটিম মাথোন ফ্ৰান্সৰ উন্নতি আৰু শান্তিৰ অৰ্থে। ৰজা, দেশৰ প্ৰধান সেৱক হ'ব লাগিব। শান্তিৰ মাজেদি ফ্ৰান্সে হেৰোৱা গৰিমা ঘুৰাই পাব। আন জাতিৰ ওপৰত প্ৰভুত্ব চলাবলৈ নোযোৱাকৈযো আমি জগতৰ সকলোতকৈ সন্মানিত জাতি হৈয়েই সন্তুষ্ট থাকিব লাগিব।"[৩৫৩]

ইয়াৰ উপৰিও ফৰাচী সংসদে এই বুলি প্ৰস্তাৱ গ্ৰহণ কৰিছিল :— দেশৰ সৰ্বোচ্চ ক্ষমতা (sovereignty) প্ৰজাৰ হাতত। সকলো

৩৫৩ I have returned today for the same reason which brought me back from Egypt, because things are not going well in the fatherland I do not want to carry on any more wars We have to forget that we were masters of the world In those days, I pursued the aim of a great United States of Europe Now I shall work for no other object than France's consolidation and tranquility , the prince must be the first servitor of the State France will win back her glory without war We must be content to be the most esteemed nation, without trying to dominate other countries E L

বৈধ ক্ষমতাৰ প্ৰজাই আকৰ। প্ৰজাৰ এই ক্ষমতা আৰু স্বত্ব ৰজাই বলেৰে কাঢ়িলোৱাৰ কাৰণে, ১৭৮৯ চনত ফৰাচী জাতিয়ে সেই ক্ষমতা পুনৰ নিজৰ হাতলৈ আনিছিল। জাতীয় মহাসভাই ( National Assembly ) স্বেচ্ছাচাৰী ৰজাৰ শাসন গুচাই, সাংবিধানিক, প্ৰতিনিধিমূলক শাসনপ্ৰণালী ( representative constitutional government ) স্থাপনা কৰিছিল। ফ্ৰান্সৰ প্ৰজাই চাৰি নিযুত ভোটেৰে এই বিধান অনুমোদন কৰি সম্ৰাট নাপলেয়ঁক সিংহাসনত বহুৱাইছিল। এতিয়া আকৌ সিংহাসন অধিকাৰ কৰি সম্ৰাটে ফৰাচী জাতিৰ ন্যায্য স্বত্ব পুনৰুদ্ধাৰ কৰিছেহি। প্ৰজাৰ সম্মতিৰেহে ৰজাই ৰাজপাট খাব পাৰে। এই নীতিকে ফ্ৰান্সে যোৱা পঁচিচ বছৰে মানি চলিছে।[৩৫৪] বলেৰে ফ্ৰান্সৰ সিংহাসনত বুঁৰ্ব ৰজাক আনি বহুওৱাটো সম্পূৰ্ণ আইন আৰু সংবিধান বিৰুদ্ধ কাম হৈছিল। ফৰাচী সিংহাসনৰ একমাত্ৰ ন্যায্য অধিকাৰী সম্ৰাট নাপলেয়ঁ। তেওঁ সিংহাসন এৰি দিলেও তেওঁৰ ল'ৰাক সেই সিংহাসনৰপৰা বঞ্চিত কৰাৰ অধিকাৰ কাৰো নাছিল।"

কিন্তু এই সকলোবোৰ কথা অৰণ্যৰোদনত হে পৰিণত হ'ল। যেতিয়ালৈকে নাপলেয়ঁ নিৰ্মূল নহয়, তেতিয়ালৈকে ৰজাসকল নিৰস্ত নহয়, এয়ে সিসকলৰ জীৱন-মৰণ পণ। যেতিয়ালৈকে সিসকলৰ সহোদৰ বুঁৰ্ব ৰজাই ইংলণ্ডৰ পৰা ফ্ৰান্সৰ সিংহাসনৰ পিনে মুখ মেলি চাই থাকিবলগীয়া হয়, তেতিয়ালৈকে সিসকলে নিশ্চিন্তে নিশাটো পাটীত কটায় কোন সতোৰে ?[৩৫৫]

---

৩৫৪ He (Napoleon) has returned to reign by the only principle of legitimacy, which France had recognized and sanctioned during the past twenty five years Resolution of the Council of State translation quoted by Abbott

৩৫৫ The powers, which have no more lands to reclaim (since they have received back all that was ever taken from them, and now possess what they had before the→

কি অপৰাধত নাপলেয়ঁক আইন আৰু সমাজবহিৰ্ভূত (outlaw) কৰা হৈছিল? ফঁতেন্ন'ৰ সন্ধি ভঙ্গ কৰাৰ অপৰাধত? লৰ্ড ৰজবেৰীয়ে কৈছে যে আন্তৰ্জাতিক আইন অনুসৰি নাপলেয়ঁক আইন আৰু সমাজবহিৰ্ভূত কৰা যদি সংগত কাৰ্য্য হৈছিল, তেনেহ'লে ইউৰোপ মহাদেশৰ মহা মহা মহীপাল কিজনো আইন আৰু সমাজ-বহিৰ্ভূত হোৱা উচিত আছিল।[৩৫৬] মিত্ৰশক্তিয়ে ফঁতেন্ন'ৰ সন্ধিৰ প্ৰত্যেক চৰ্ত্ত কেনেদৰে পালন কৰিছিল, তাৰ প্ৰমাণ আমি আগতে পাইছোঁ। ফঁতেন্ন'ৰ সন্ধিমতে নাপলেয়ঁক বছৰি দুই নিযুত ফ্ৰাঙ্ক, তেওঁৰ পৰিয়ালক আঠ নিযুত ফ্ৰাঙ্ক, আৰু তেওঁৰ ল'ৰাক পাৰ্মা, পিয়াচেঞ্জা আৰু গুৱাস্তেলা—এই তিনিখন ৰাজ্যৰ যুৱৰাজ পতাৰ চৰ্ত্ত কৰা হৈছিল। সেই চৰ্ত্ততহে নাপলেয়ঁই সিংহাসন ত্যাগ কৰিছিল। এই তিনি চৰ্ত্তৰ এক চৰ্ত্তও মিত্ৰশক্তিয়ে মানি চলা নাছিল। নাপলেয়ঁ আৰু তেওঁৰ ভাইভনীহঁতে ফুটা কড়ি এটাৰো মুখ দেখা তো নাছিলেই, বৰং তেওঁৰ লগাভগা যত যেতুটি আছিল সকলোৰে সা-সম্পত্তি বাজেয়াপ্ত কৰি তেওঁলোকক নকৰিবৰ চকৰিহে কৰা হৈছিল। ফ্ৰান্সৰ বেঙ্কত নাপলেয়ঁৰ যি সাঁচতীয়া ধন মজুত আছিল, বুঁৰ্ব ৰজাই তাৰ বাতৰি পোৱাৰ আশঙ্কাত তাকো তেওঁ এবাৰলৈ লৈ যাব পৰা নাছিল।[৩৫৭]

←Revolution), come forward as they had in '92, because the wind blowing from this stormy corner of Europe (France) threatens their inhabited calm, and because none of the monarchs can sleep sound o' nights so long as their Bourbon cousin is standing on the English shore of the channel looking plaintively across the waters towards France, the land of their fathers E L

৩৫৬ (ক) Lord Rosebery has justly remarked "Were it internationally correct that, he (Napoleon) should be outlawed for the rupture of the treaty, all the other signatory sovereigns should have been outlawed too Korngold

৩৫৭ ৰাজৰক্তৰ গৰ্বত ওকন্দি থকা বুঁৰ্ব ৰজাই নাপলেয়ঁৰ কমাল কিথন→

মিত্ৰশক্তিয়ে নো এবাৰ্ত নাপলেয়ঁই কি থাই থাকিব বুলি ভাবিছিল ? বতাহ থাই থাকিব বুলি ভাবিছিল নে কি ? ধনবিত্তৰপৰা নাপলেয়ঁক বঞ্চিত কৰিয়েই মিত্ৰশক্তি ক্ষান্ত হোৱা নাছিল , বিনা অপৰাধত তেওঁক বলেৰে ধৰিবান্ধি চেইণ্ট হেলেনালৈ নিয়াৰ, নতুবা হত্যা কৰোৱাৰ, যো-যা কৰিছিল। এই পৰিস্থিতিত নাপলেয়ঁ এবাৰপৰা ফ্ৰান্সলৈ ঘুৰি আহিবলৈ বাধ্য হৈছিল।

তেওঁ ঘুৰি অহাৰ পিছত ফ্ৰান্সৰ প্ৰজাই ভোট দি (plebiscite) তেওঁক পুনৰ সিংহাসনত বহুৱাইছিল। এই জাতীয় হাবিয়াস আৰু বাছনি ভৰিৰে মোহাৰি মিত্ৰশক্তিৰ ফ্ৰান্সক আক্ৰমণ কৰাৰ কি হেতু বা অধিকাৰ থাকিব পাৰে ?[৩৫৮] লৰ্ড ৰজবেৰীৰ মতে ইউৰোপৰ আন আন ৰাজ্যক আক্ৰমণ কৰি শান্তিভঙ্গ কৰাৰ শক্তিতো নাপলেয়ঁৰ তেতিয়া নাছিলেই, বৰং আত্মৰক্ষা কৰাই তেওঁৰ পক্ষে তেতিয়া দুষ্কৰ

---

←চুৰ কৰিবলৈকো লাজ পোৱা নাছিল (৪০ অধ্যায় চাওক)। কিন্তু গাত ৰাজৰক্ত নথকা নাপলেয়ঁই একে পৰিস্থিতিতে কি কৰিছিল বিচাৰাই চোৱা যাওক। বেঙ্কত বুৰ্বঁ ৰজাৰ সাত নিযুত ফ্ৰাঙ্ক জমা থকাৰ কথা গম পাই, বেঙ্কৰ অধ্যক্ষ লাফিতক মতাই আনি তেওঁ কৈছিল যে সেই টকা বুৰ্বঁ ৰজাৰ নিজস্ব সম্পত্তি। ঘৰুৱা কথাৰ লগত ৰাজনীতিৰ সম্বন্ধ নাই। বুৰ্বঁ ৰজাৰ ধন বুৰ্বঁ ৰজাক ঘুৰাই দিবলৈহে লাফিতক তেওঁ নিৰ্দেশ দিছিল। (On his arrival at the Tuileries, Napoleon having obtained information that Louis had seven million francs on deposit with him (Lafitte), had summoned him and told him "That money belongs to the king personally Private affairs are entirely distinct from political matters" Korngold

৩৫৮ And after the decree of outlawing was promulgated, the situation had materially changed , for France by a plebiscite had consecrated what he (Napoleon) had done It is hard to see why the choice of the nation should be placed outside the pale of humanity while the rejected of the nation and the deliberate violator of the Treaty of Fontainbleau should be replaced with great circumstance on the throne Rosebery

কাম হৈ উঠিছিল। কিন্তু তেন্তে ফৰাচী জাতিৰ হাবিয়াস অনুসৰি শাস্তিৰে তেওঁক ফ্ৰান্সত বাজত্ব কৰি থাকিবলৈ দিয়া ন'হ'ল? কিহৰ ভয়ত তেওঁক আকৌ আক্ৰমণ কৰা হ'ল? সেই প্ৰশ্নৰ উত্তৰ লৰ্ড ৰজবেৰীয়েই দিছে—নাপলেয়ঁক কেন্দ্ৰ কৰি স্বেচ্ছাচাৰী শাসন-পদ্ধতিৰ বিৰুদ্ধে বিপ্লৱৰ উদাৰপন্থী নীতিয়ে পুনৰ মূৰ দাঙি উঠাৰ ভয়ত। সমগ্ৰ ইউৰোপ মহাদেশৰ (আনকি ইংলণ্ডৰো) হাজাৰ বিজাৰ প্ৰজাই নাপলেয়ঁক, এক নতুন যুগৰ প্ৰবৰ্তক বুলি পূজা কৰিছিল। তেওঁলোকৰ মনত তেওঁ আছিল The Revolution concentrated in one man[৩৫৯] সেয়ে আছিল নাপলেয়ঁৰ একমাত্ৰ অপৰাধ।[৩৬০]

নাপলেয়ঁ এবাৰপৰা ঘুৰি অহাৰ পিছত ইউৰোপৰ ৰাজশক্তিয়ে তেওঁক ধ্বংস কৰিবলৈ ন'গৈ, তেওঁক আৰু ফৰাচী জাতিক শান্তিত বাস কৰিবলৈ দিয়া হ'লে, শান্তিৰ মাজেদিয়েই তেওঁ যে এক নতুন যুগৰ প্ৰবৰ্তন কৰিলেহেঁতেন, আৰু ফ্ৰান্সকে দেখি আন আন ৰাজ্যৰ

৩৫৯ ১৮১৮ চনত এইক্‌চ লা-শ্বাপেলত বহা কংগ্ৰেচত ৰুচ্ ৰাজদূতে নাপলেয়ঁক দিয়া আখ্যা।

৩৬০ Our own view is that under no circumstances could Napoleon have ever again conquered or even resisted Europe His energies were exhausted and so was France for his life-time (but) in any case, Napoleon, well or ill, active or inactive, would have been a formidable rallying point for the revolutionary forces of Europe . Rosebery

Readers may be puzzled about why English Liberals should have taken up the cudgels for Napoleon One reason was that there was about him an aura of the Revolution, which Liberals throughout Europe had hailed as the dawning of a new Era Another reason was their realisation that, as far as his (Napoleon's) military exploits were concerned, he was a conqueror from necessity, a victim of circumstances Korngold.

ৰজাসকলেও তেওঁৰ নীতিকে অৱলম্বন কৰিবলৈ বাধ্য হ'লহেঁতেন, সেই সম্বন্ধে সন্দেহৰ থল নাই। এই পৰিস্থিতিত নাপলেয়ঁৰ অসীমিত উচ্চাভিলাস, আৰু ইউৰোপৰ শান্তি-ভঙ্গ কৰাৰ অজুহাতত তেওঁক আক্ৰমণ কৰি পুনৰ তেজৰ নৈ বোৱাবলৈ বোৱাতকৈ কদৰ্য্য কাম নো কিবা আছিলনে? এজন মানুহৰ ওপৰত এখন মহাদেশৰ এনে জঘন্য নিৰ্মম অত্যাচাৰৰ দ্বিতীয় উদাহৰণ পৃথিবীৰ বুৰঞ্জীত পাবলৈ নাই। নাপলেয়ঁই এই সম্বন্ধে চেইণ্ট হেলেনাত কৈছিল: লানী-নিছিগা যুদ্ধৰ বাবে ইতৰহঁতে মোৰ উচ্চাভিলাসক দুষিছিল। যুদ্ধ মই মাতি অনা নাছিলোঁ, আনিছিল বুৰঞ্জীপ্ৰসূত ঘটনাৱলীয়ে। যুদ্ধৰ উৎপত্তি হৈছিল অতীত আৰু ভৱিষ্যতৰ সংঘৰ্ষৰ ফলত। আমাৰ শত্ৰুবৰ্গৰ ছেদ-ভেদ নোহোৱা শত্ৰুতাই আমাক যুদ্ধ দিবলৈ বাধ্য কৰিছিল। শত্ৰুক দমন নকৰা হ'লে, শত্ৰুৱে আমাক দমন কৰিলেহেঁতেন।[৩৬১]

---

৩৬১ There is considerable truth in the statement made by Napoleon to Las Cases (at St Helena) "The vulgar failed not to blame my ambition as the cause of all these wars But they were not of my choosing, they were produced by the nature and force of events, they arose out of the conflict between the past and the future—that constant coalition of our enemies, which obliged us to subdue on pain of being subdued"

He told Gourgaud that had he received the subsidy he would have made Elba a gathering place for the scholars of Europe He would have built a palace for their entertainment and would have lived among them as a country gentleman

If after his return from Elba the Allies had left him in peace, he might have devoted the remaining years of his life to making France great and prosperous in other ways than by extending her dominion over her neighbours He is known primarily as a conqueror, but he was a statesman, administrator and legislator of→

লৰ্ড ৰ'জবেৰীয়ে এঠাইত কৈছে, "গোটেই জীৱন কোনেও যুদ্ধ কৰিব নোৱাৰে। যি কোনো বীৰৰে যুদ্ধ কৰাৰ শক্তি সীমিত। নাপলেয়ঁই সেই কথা বুজি, এটা বয়সত যুদ্ধ পৰিহাৰ কৰি, যদি শান্তিৰ আশ্ৰয়ত শাসন আৰু গঠমূলক কাৰ্য্যত মন পুতিলেহেঁতেন, তেনেহ'লে তেওঁ যে কি অসাধ্য সাধন কৰিব পাৰিলেহেঁতেন কল্পনা কৰাও টান।[৩৬২]

লৰ্ড ৰজবেৰী উদাৰপন্থী ইংৰাজ। তেওঁৰ Napoleon : The Last Phase বোলা পুথিখন এজন উচ্চমনা লিখকৰ লেখনীৰপৰা ওলোৱা উচ্চ পৰ্য্যায়ৰ পুথি। কিন্তু এই কিতাবৰ কথা কৈ তেওঁ নাপলেয়ঁৰ প্ৰতি অবিচাৰ কৰা বুলি নিঃসঙ্কোচে কব পাৰি। নাপলেয়ঁই যি-কাম নকৰা বুলি তেওঁ এই অভিযোগ আনিছে, এৰাৰপৰা ঘূৰি আহি ঠিক তাকে কৰিবলৈকে তেওঁ ওলোৱা নাছিল

---

←surpassing ability Henry Clay in a speech in the House of Representatives (U S A ) in 1844 referred to him as "the master-spirit of the age He appears to have comprehended, with the rapidity of intuition the true interests of State " Korngold

৩৬২ At some cold interval of reflection he (Napoleon) might have realised that the war period in a man's life has its definite limits he might have said 'Enough' and set himself to consolidate what he had won Then that imperious but practical mind might have worked wonders of administration Had he wisely put away war from him, and rested on the terror of his name, the internal administration of his empire would have sufficed for his energies, when the keen edge of youth, restlessness and ambition had been removed Imagination can scarcely set limits to the beneficial possibilities of a Napoleon of peace Others saw that opportunity but he himself was too headstrong "What a fall in history," says Talleyrand, "to give his name to adventure instead of giving to his age" Rosebery

জানো? সেই কামত হাত দিবলৈ তেওঁক তেওঁক দিয়া ন'হ'ল কিয়? তাৰ আগতো, নাপলেয়ঁ ক্ষমতাত অধিষ্ঠিত হোৱা দিন ধৰি, তেনে কামত হাত দিবলৈ ইউৰোপৰ ৰজাসকলে, বিশেষকৈ ইংৰাজে, তেওঁক এটা দিনৰো সুযোগ দিছিলনে?

ইংলণ্ডই নাপলেয়ঁৰ বিৰুদ্ধে এইবাৰ যুদ্ধত নমাৰ কথা লৈ এবটে কৈছে, "ইংলণ্ডৰ অভিজাত সম্প্ৰদায়ে, সাংবিধানিক আৰু স্বাধীনতাপ্ৰিয় ইংৰাজ জাতিক এই জঘন্য কামলৈ টানি অনাৰ কথা ভাবিলে, খঙত, লাজত কাণমূৰ ৰঙা পৰে।"[৩৬৩]

কামটো যে অতি গৰ্হিত হৈছিল সেই কথা ব্ৰিটিচ্ চৰ্কাৰে বঢ়িয়াকৈ বুজিছিল। সেই সময়ত ইংলণ্ডত এই যুদ্ধৰ বিপক্ষে আৰু নাপলেয়ঁৰ সপক্ষে জনমত গঢ়ি উঠিছিল। গতিকে ইংৰাজ জাতিক ফুচুলাবলৈ ব্ৰিটিচ চৰ্কাৰে তেওঁলোকৰ যুদ্ধ ঘোষণাপত্ৰৰ অন্তত এষাৰ কথা জোঁটাই দিছিল। কথাষাৰ কোৱা হৈছিল এই বুলি: আমাৰ সকলোৰে এজন শত্ৰুৰ বিৰুদ্ধে যুঁজিবলৈহে আমি আন আন ৰাষ্ট্ৰৰ লগত যোগ দিছোঁ। ফৰাচী জাতিৰ নিজৰ ৰজা বাছি লোৱাৰ যি অধিকাৰ আছে তাত হস্তক্ষেপ কৰাৰ উদ্দেশ্য আমাৰ নাই।[৩৬৪] প্ৰকৃততে, ইংলণ্ডৰ একমাত্ৰ উদ্দেশ্য আছিল নাপলেয়ঁক ধ্বংস কৰা, কাৰণ নাপলেয়ঁ পুনৰ ফ্ৰান্সৰ সিংহাসনত বহিলে, সমগ্ৰ পৃথিৱীত ইংৰাজৰ ঔপনিবেশিক সাম্ৰাজ্য বিস্তাৰ কৰা কাৰ্য্যত ব্যাঘাত জন্মে।

---

৩৬৩ The cheek tingles with indignation and shame in contemplating constitutional and liberty-loving England dragged by her aristocracy into an outrage so infamous

৩৬৪ They ventured to declare to the British people that they had joined the coalition against a common enemy, but that they had no disposition to interfere with the right of the French nation in the choice of their own rulers, "a reservation" says Lamartine, "which was necessary for their justification to the British peoples". Abbott

এই উদ্দেশ্য ঢাকি ৰখাৰ চেষ্টাত নানান যুক্তি তেওঁলোকে আগবঢ়াব-লগীয়া হৈছিল।

এই সকলোবোৰতকৈ ঘিণ লগা কাম এটা কৰিছিল, তিয়েনা কংগ্ৰেচত ইংৰাজৰ মুখপাত্ৰ মহাবীৰ লৰ্ড ৱেলিংটন চাহাবে। যুদ্ধ ঘোষণাৰ লগতে তেওঁ ঘোষণা কৰিছিল, "নাপলেয়ঁক ইংলণ্ডলৈ বন্দী কৰি নিয়া হ'ব, কিন্তু জগতৰ বুৰঞ্জীত তেওঁ গ্ৰহণ কৰা অংশৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰি তেওঁক সুখ-শান্তিৰে ইংলণ্ডত বাস কৰিবলৈ দিয়া হ'ব।" ৱেলিংটনৰ দৰে এজন বীৰে কোন সতেৰে লপাই-তুলুঙাৰ দৰে এনে জলজীয়াত এষাৰ মিছা কথা ক'ব পাৰিছিল, ভাবিলে গা চেকেৰাই যায়। পিছত যেতিয়া তেওঁক এই কথা সোঁৱৰোৱা হৈছিল, তেওঁ তেতিয়া উত্তৰ দিছিল যে তেনে ঘোষণা কৰাৰ এক্তিয়াৰ তেওঁৰ নাছিল।[৩৬৫]

অষ্ট্ৰীয় সম্ৰাটলৈ নিজে চিঠি লিখি, ককায়েক জচেফক তেওঁৰ ওচৰলৈ আৰু সতীয়ৈ জী হৰতেন্সক কচ্ সম্ৰাটৰ ওচৰলৈ পঠাই যুদ্ধৰ হাত সাৰিবলৈ নাপলেয়ঁই আপ্ৰাণ চেষ্টা কৰিলে, কিন্তু একোতে একো ন'হ'ল। শান্তিৰ প্ৰস্তাৱ আগ বঢ়াই ইউৰোপৰ ভিন্ ভিন্ ৰাজসভালৈ যিসকল কটকীক চোঁথাম কৰা হৈছিল সি সকলে সেই বিলাক দেশত গৈ সোমোৱাৰ অনুমতিকে নাপালে। অনন্যোপায় হৈ ফৰাচী সংসদে মিত্ৰশক্তিৰ যুদ্ধ ঘোষণা পত্ৰৰ এই বুলিএই উত্তৰ দিলে :—

মিত্ৰশক্তিয়ে ফঁতেন্ন সন্ধিৰ সকলোবোৰ চৰ্ত ভঙ্গ কৰিলে। সম্ৰাট নাপলেয়ঁক যি ৰাজকীয় বৃত্তি দিবলৈ অঙ্গীকাৰ কৰা হৈছিল তাৰপৰা তেওঁক বঞ্চিত কৰা হ'ল। তেওঁৰ লৰাতিৰোতাক নিৰাপদে এখালৈ

৩৬৫ The Duke of Wellington had said that Napoleon would be taken prisoner and conducted to England where he would enjoy the consideration and respect due to the part which he had played in the world. A P Herbert *Why Waterloo*

লৈ যোৱাৰ কথা আছিল। তাকে নকৰি তেওঁলোক ছুয়োকো ভিয়েনাত আটক কৰি ৰখা হ'ল। ইমানতো সন্তুষ্ট নহৈ, এবা দ্বীপত সম্রাটক শান্তিত বাস কৰিবলৈ নিদি, ধৰি-বান্ধি তেওঁক চেইণ্ট হেলেনালৈ পঠোৱাৰ যো-যা কৰা হৈছিল।

বুঁৰ্ব ৰজাই সকলো অঙ্গীকাৰ ভঙ্গ কৰি ফ্ৰান্সত পুনৰ স্বেচ্ছাচাৰী শাসন চলাবলৈ লৈছিল। সেই অত্যাচাৰৰ পৰা দেশক উদ্ধাৰ কৰিবলৈ সম্রাট নাপলেয়ঁ ফ্ৰান্সলৈ উলটি আহিছে, আৰু উদ্ধাৰকৰ্তা ৰূপে ফৰাচী জাতিয়ে তেওঁক সাদৰেৰে গ্ৰহণ কৰিছে।

ফৰাচী জাতিয়ে ইউৰোপ মহাদেশৰ সকলো জাতিৰ লগত শান্তিত বাস কৰিবলৈ বিচাৰে। তথাপি যদি মিত্ৰশক্তিয়ে ফ্ৰান্স আক্ৰমণ কৰে তেন্তে, জাতীয় স্বত্ব, স্বাধীনতা, আৰু নিজৰ শাসক বাছি লোৱাৰ অধিকাৰ অক্ষুণ্ণ ৰাখিবলৈ, ১৭৯২ চনত তৰোৱাল ধৰাদি পুনৰ তৰোৱাল ধৰিবলৈ ফৰাচী জাতি সাজু।[৩৬৬]

সংসদে এইদৰে ঘোষণাপত্ৰ জাৰি কৰিলে হয়, কিন্তু যুদ্ধৰ ডাৱৰ ঘনাই অহা দেখিবলৈ পাই ফৰাচী জাতি শঙ্কাত বিহ্বল, ম্রিয়মান হ'ল। বিশেষকৈ ফৰাচী মাকসকল ঘোৰ চিন্তাত পৰিল। তেওঁলোকৰ আঁচলৰ ধন উঠি অহা গজলীয়া ডেকা ল'ৰাহঁতক নাপলেয়ঁই পুনৰ নি যুদ্ধৰ বলিশালত তুলিবগৈ নেকি? আঠৈ লাখ ডেকা ল'ৰাক ৰণলৈ সাজু হ'ব'লৈ নাপলেয়ঁই আহ্বান জনালে কিন্তু উপৰাচি ওলাল মাথোন ষাঠি হাজাৰ। তেইছ বছৰ একেৰাহে যুঁজি যুঁজি ফৰাচী জাতি ভাগৰি আধামাৰি হৈছিল, পুনৰ সাজি কাচি যুদ্ধলৈ ওলোৱাৰ উদ্যম সেই জাতিৰ নোহোৱা হৈছিল।

ৰাজ্য পৰিচালনাৰ ভাৰ লৈয়েই নাপলেয়ঁই গোন প্ৰথমে হাতত লোৱা কামটো আছিল, ফ্ৰান্সৰ বাবে সময়ৰ উপযোগীকৈ নতুন এখন সংবিধান ৰচনা কৰা, কাৰণ, নাপলেয়ঁই বুজিছিল যে

---

৩৬৬ ফৰাচী সংসদৰ এই ঘোষণাপত্ৰ এখন দীঘলীয়া খত, তাৰে দুকাঁকিমান কথা হে টুকি দিয়া হৈছে।

বিপ্লৱৰ মূলমন্ত্ৰৰ ভেটিত সম্পূৰ্ণ গণতান্ত্ৰিক এখন সংবিধান নাপালে ফৰাচী জাতি সন্তুষ্ট ন'হ'ব। তেওঁৰ দিনকিটাত আত্মৰক্ষাৰ অৰ্থে ফৰাচী জাতিয়ে একধিপতিৰ শাসন মানি চলিব পাৰে, কিন্তু তেওঁৰ পিছত তেনে শাসনপ্ৰণালী নচলিব।[৩৬৭]

বেঞ্জামেঁ কঁস্তা ( Benjamin Constant ) আছিল সেই সময়ৰ ফ্ৰান্সৰ এজন উদাৰপন্থী, স্বাধীনতাপ্ৰিয়, ৰাজনীতিজ্ঞ পুৰুষ, শীৰ্ষস্থানীয় আইনজ্ঞ, সাহিত্যিক আৰু বাগ্মী বক্তা। নাপলেয়ঁ ক্ষমতা আৰু ঋদ্ধিৰ শিৰোবিন্দুত অৱস্থান কৰাৰ দিনতো তেওঁৰ কোনো কোনো কাৰ্য্যৰ তীব্ৰ সমালোচনা কৰিবলৈ কঁস্তা পিছ হোঁহকা নাছিল। সেই কঁস্তাকে এতিয়া নাপলেয়ঁই ভাৰ দিলে নতুন সংবিধান ৰচনা কৰাৰ। নাপলেয়ঁৰে সৈতে সঘনে আলোচনা কৰি কঁস্তাই যিখন সংবিধান ৰচিলে, সেই সংবিধানেই সেই যুগৰ সকলোতকৈ প্ৰগতিশীল আৰু উদাৰপন্থী আছিল বুলি সকলোৱে স্বীকাৰ কৰে।[৩৬৮]

এই সংবিধান অনুসৰি ৰাজ্যশাসনৰ সকলো ক্ষমতা দুখন ব্যৱস্থাপক সভাত ( Upper House and Lower House ) ন্যস্ত কৰা হ'ল। নাপলেয়ঁই এপাতি মাথোন অস্ত্ৰ নিজৰ হাতত ৰাখিলে। সেই অস্ত্ৰপাত আছিল, বুৰ্বঁ ৰজাৰফলীয়া ৰোয়ালিস্তসকলে পশ্চাত-ঘাতীৰ কাম কৰিলে, তেওঁলোকৰ সম্পত্তি বাজেয়াপ্ত কৰাৰ ক্ষমতা। নাপলেয়ঁৰ শুভাকাঙ্খী আপ্তবন্ধু ( সময়ে সময়ে তীব্ৰ সমালোচকো ) বিজ্ঞ, প্ৰৱীণ নেতা কাৰ্ণই এই সূত্ৰৰ ঘোৰ প্ৰতিবাদ তুলিলত

---

৩৬৭ He recognizes that he has to deal with a new epoch Napoleon feels that a land which has experienced the dictatorship of genius, can no longer revert to dictatorship of inheritance E L

৩৬৮ The sixtyseven articles evolved out of Constant's head contain all the newer democratic elements , they are a great advance upon English constitutional law, and remain as a model for the whole of the subsequent century E L

নাপলেয়ঁই উত্তৰ দিছিল, "শত্ৰু আমাৰ দুৱাৰমুখত। পোনতে সিহঁতক খেদোৱা কামত মোক সহায় কৰক। তাৰ পিছত আপোনা-লোকৰ উদাৰপন্থী কাৰ্য্যত হাত দিবলৈ আজৰি পাম।"[৩৬৯]

এই সময় ছোৱাত ফ্ৰান্সত অবিমিশ্ৰিত গণতান্ত্ৰিক শাসন চলাবলৈ নাপলেয়ঁই অন্তৰেৰে ইচ্ছা কৰিছিল। কাৰণ, সময়ৰ সোঁতলৈ চাই, দূৰদৰ্শী ৰাজনীতিজ্ঞ পুৰুষ হিচাপে তেওঁ বুজিছিল যে তাকে কৰা ভিন্ন শান্তিৰ আন পথ নাই। কিন্তু কি হব? যেতিয়া তেওঁ আৰু ইউৰোপ মহাদেশৰ প্ৰজাই বিচাৰিছিল শান্তি আৰু সংস্কাৰ, তেতিয়া অজিজ্ঞাসী ৰজাসকলৰ আদেশ অনুসাৰে ইউৰোপৰ ইমূৰৰপৰা সিমূৰলৈ নুযোবা অগণিত জুই জলাই ৰণশিঙা বাজি উঠিল। হাতত লোৱা সকলো সংস্কাৰ কাৰ্য্য এৰি নাপলেয়ঁ ৰণলৈ সাজু হবলগীয়াত পৰিল। ইযাৰ আগতো শত যুদ্ধত তৰোৱাল ধৰিবলৈ তেওঁ বাধ্য হৈছিল, কিন্তু ইমান অনিচ্ছাৰে কোনো যুদ্ধলৈ কেতিয়াও তেওঁ আগ বঢ়া নাছিল।[৩৬৯(ক)]

৩৬৯ Carnot continues, "Yes, you must show tolerance in the face of the national will"

'The foe is at our gates" answers the veteran soldier, "First of all help me to chase them away Then I shall have time to occupy myself with your liberal panaceas"
—E L

৩৬৯(ক) Now that he wishes to be a democrat in response to the spirit of the time (Zeitgeist), now that his will to peace is great, the menace from outside frustrates his attempts to establish democracy or to maintain peace The decision of the powers is not of the people they govern, for these, just like the French people, are eager for peace Just now, when everyone wants peace, he is obliged to arm for war, just now when he is to bestow liberties on the people, his actions are hampered at every turn Never had Napoleon taken up arms more reluctantly than he did when this war was forced on him by the Vienna decree E L

৫০

পাৰীত উপস্থিত হৈয়েই নাপলেয়ঁই তেওঁৰ পুৰণা চেক্রেটেৰি মেনেভালক ভিয়েনালৈ পঠালে, মাৰিয়া লুইচালৈ এখন চিঠি দি। চিঠিত তেওঁ লিখিছিল, "মই ফ্রান্সলৈ ঘুৰি আহিলোঁ। তুমি এতিয়া ভিয়েনাত থকাৰ কোনো যুক্তি নাই। ল'ৰাটো লৈ, মেনেভালৰ লগত তুৰন্তে তুমি ইয়ালৈ গুচি আঁহা।"

অষ্ট্রীয় সম্রাটকো তেওঁ জনালে যে ফ্রান্সৰ প্রজাৰ ইচ্ছানুক্রমে তেওঁ ফ্রান্সলৈ উলটি আহিছে। যুদ্ধ-বিগ্রহৰ হাবিয়াস তেওঁৰ নাই। তেওঁ শান্তিৰে ফ্রান্সত ৰাজত্ব কৰি থাকিবলৈহে মাথোন বিচাৰে। গতিকে তেওঁ আশা কৰে যে তেওঁৰ ল'ৰা তিৰোতাক তেওঁৰ ওচৰলৈ ঘুৰি আহিবলৈ দিয়া হ'ব।

এই বাৰ্তা পায়েই অষ্ট্রীয় সম্রাটে মাকৰ বুকুৰপৰাও চাৰি বছৰীয়া ল'ৰাটি কাঢ়ি নি ভিয়েনাৰ বিশাল ৰাজকাৰেঙৰ এচুকত কাটেকিয়ালক ৰখা দি কড়া পহৰাত ৰাখিবলৈ ল'লে, জানোচা তাক ফুচুলাই কোনোবাই নাপলেয়ঁৰ ওচৰ পোৱায় গৈ। ফঁতেব্লৰ সন্ধিত মাৰিয়া লুইচাক পাৰ্মা ৰাজ্যত বংশানুক্রমে ৰাজত্ব কৰি থাকিবলৈ দিয়া হ'ব বুলি কোৱা হৈছিল। ভিয়েনা কংগ্রেচে এতিয়া সিদ্ধান্ত গ্রহণ কৰিলে যে মিত্রশক্তিয়ে সেই অঙ্গীকাৰ মানি চলিব হয়, কিন্তু মাৰিয়া লুইচাৰ মৃত্যুৰ পিছত তেওঁৰ ল'ৰাই, অৰ্থাৎ নাপলেয়ঁৰ ল'ৰাই, সেই সম্পত্তি ভোগ কৰিবলৈ নাপাব। অকল ইয়াকে কৰি সম্রাট ফ্রান্‌চিচ সন্তুষ্ট ন'হ'ল। ল'ৰাটিক আদেশ দিয়া হ'ল যে নাপলেয়ঁৰ নাম সি

ল'ৰ নোৱাৰিব। ল'ৰাটিৰ নাম আছিল শাৰ্ল্ নাপলেয়ঁ। সেই নাম সলাই এতিয়া শাৰ্ল্ ফ্ৰান্‌চিচ নাম ৰখা হ'ল। ধাইমাক (গভৰ্ণেচ্) মাদাম মঁতেচ্‌কিউক ল'ৰাটিয়ে বৰ ভাল পাইছিল। গতিকে তেখেতৰ ওপৰতো নিষেধাজ্ঞা জাৰি কৰা হ'ল, তেওঁ যেন কদাপি ল'ৰাটিৰ কাষ নাচাপে। মাদাম মঁতেচ্‌কিউয়ে বোলে ল'ৰাটিৰ দুখৰ কথা ভাবি ভাবি দিনে নিশাই চকুলো টুকিছিল। নাপলেয়ঁই এদিন কৈছিল, "অষ্ট্ৰীয় যুৱৰাজ হিচাপে ডাঙৰ হ'বলৈ দিয়াতকৈ মোৰ ল'ৰাক টেটুত মুচৰি মাৰিবলৈকো মই বেয়া নাপাম।" সেই দেখি ল'ৰাটিক যাতে অষ্ট্ৰীয় যুৱৰাজ ৰূপে গঢ়ি তুলিব পাৰি, সেই উদ্দেশ্যেৰে ফৰাচী ভাষাত লিখা কিতাপ পঢ়িবলৈ নিদি, জাৰ্মান ভাষা শিকোৱাৰ দিহা কৰা হ'ল। সিপিনে কৰ্ণেল নেইপাৰ্গক লগাই দিয়া হ'ল, মাৰিয়া লুইচাক এনেদৰে মুহিবলৈ, যাতে নাপলেয়ঁক সুঁৱৰিবলৈ মুহূৰ্তলৈকো মাৰিয়াই আজৰি নাপায়। হিংসা আৰু আক্ৰোশত অন্ধ হৈ সম্ৰাট ফ্ৰান্‌চিচে নিজৰ জী, জোঁৱাই, নাতিৰ যি অনিষ্ট সাধিছিল, এনে নীচ, কদৰ্য্য কাৰ্য্যৰ তুলনা বুৰঞ্জীত কমেইহে পোৱা যায়।[৩৭] স্বয়ং ফুশেই পিছত স্বীকাৰ কৰিছিল যে নাপলেয়ঁৰ মৃত্যুৰ পিচত ল'ৰাটিয়ে অকলশৰেও আহি কেনেবাকৈ ফ্ৰান্সত ভৰি দিবহি পৰা হ'লে, বুঁৰ্ব ৰজা পুনৰ পলাই ফাট্ মাৰিব লগীয়াত পৰিলহেঁতেন।

মেনেভালে ভিয়েনাত গৈ যি দেখিছিল শুনিছিল তাৰ বিশদ বৰ্ণনা তেওঁৰ জীৱন সোঁৱৰণীত দি থৈ গৈছে: "মই সম্ৰাজ্ঞীক জনালোঁ যে সম্ৰাটে ফ্ৰান্সলৈ অপাৰ আনন্দ ঘুৰাই আনিছে। তাত সকলোৱে অধৈৰ্য্য হৈ সম্ৰাজ্ঞীৰ বাট চাইছে ।" সম্ৰাজ্ঞীৰ লগত খোলা-খুলিকৈ কথা বতৰা হ'বলো চল নাই। ওলাওঁতে সোমাওঁতে

৩৭০ For the things he (Emperor Francis) did to Napoleon's family, he deserves a place in all the Chambers of Horror of history A P Herbert

কেউপিনে চোৰাংচোৱাই পিয়ঁ। পি দি ফুৰে। এদিন অকলে এসাজ মাৰিয়া লুইচাৰ লগত বহি খোৱাৰ সুচলতে যি পাৰে দুআষাৰমান কথা মেনেভালে মাৰিয়াক কৈছিল: "মই সম্ৰাজ্ঞীক বুজাবলৈ চেষ্টা কৰিলোঁ যে তেখেত ফ্ৰান্সলৈ উলটি গ'লে, সম্ৰাট ফ্ৰানচিচে ফ্ৰান্সৰ বিৰুদ্ধে মিত্ৰশক্তিৰ লগত যোগ দিবলৈ মান্তি ন'হবও পাৰে, সেয়ে হ'লে ফ্ৰান্স ৰক্ষা পৰিব। তদুপৰি ল'ৰাটিৰ প্ৰতি ককাকে যি অবিচাৰ কৰিছে, মাক হৈ সম্ৰাজ্ঞীয়ে সেই অবিচাৰ সহ্য কৰিবনে? ল'ৰাটিৰ দশা কি হ'ব? ল'ৰাটি বাটৰ ভিকহু নহ'বগৈ নে? মই কাকুতি কৰিছোঁ, নাপলেঁয়ৰ মুখলৈ চাই নগ'লেও, ল'ৰাটিৰ মুখলৈ চাই আপুনি ফ্ৰান্সলৈ ব'লক।"

ল'ৰাটিৰ কথা মেনেভালে লিখিছে, "যুবৰাজ এটি সৰগৰ দেবদূতৰ দৰে সুন্দৰ, সবল, মনোমোহা শিশু। মাদাম মন্তেচ্‌কিউয়ে যুৱৰাজৰ কথা ভাবি নিতৌ চকুলো টোকে।" ল'ৰাটিক মেনেভালৰ কাষলৈকে যাবলৈ দিয়া ন'হৈছিল, তথাপি মানেভালক এচুকলৈ মাতি নি ল'ৰাটিয়ে ফচ্‌ফুচাই কৈছিল, 'দেউতাক ক'বা, মই এতিয়াও তেওঁক বৰ ভাল পাওঁ।"

মাৰিয়া লুইচাৰ ওপৰত মেনেভালৰ ইননি-বিননি গালো বালো খোলাবতিৰ তাল হ'ল। মাৰিয়াই এক আষাৰে উত্তৰ দিলে, "নাপলেয়ঁৰ বিপৰ্য্যযৰ সময়ত তেওঁৰ দুখৰ ভাগ ল'বলৈ মই যেতিয়া নগ'লোঁ, এতিয়া সুখৰ ভাগ লবলৈকো নাযাওঁ। নাপলেয়ঁৰ লগত কোনো দিনাও আৰু মোৰ দেখাশুনা নহ'ব, সেই কথা থাটাং।"

সম্ৰাট ফ্ৰান্‌চিচ্‌ যিমানেই জঘন্য প্ৰকৃতিৰ পুৰুষ নহওক লাগে, তেওঁৰ সপক্ষে এই কথাষাৰ ক'ব লাগিব যে মিত্ৰশক্তিয়ে যেতিয়া নাপলেয়ঁক সমাজ আৰু আইন বহিৰ্ভূত কৰাৰ কথা আলোচনা কৰিছিল, জীয়েকৰ মত নোলোৱাকৈ সেই প্ৰস্তাৱ গ্ৰহণ কৰিবলৈ তেওঁ মান্তি হোৱা নাছিল, কৈছিল, হাজাৰো হওক জীয়েক নাপলেয়ঁৰ পত্নী, তেওঁলোকৰ বিয়া নাকচ্‌ হোৱা নাছিল, মাৰিয়া

লুইচাৰ সম্মতি পোৱাৰ পিছতহে সেই প্ৰস্তাৱত তেওঁ চহী দিছিল।[৩৭১]

নাপলেয়ঁৰ ল'ৰাটি ওপজাৰ সময়ত ডাক্তৰে যেতিয়া তেওঁক সুধিছিল, মাকৰ জীৱন ৰক্ষা কৰিবলৈ চেষ্টা কৰিবনে, ল'ৰাটিৰ—অপুত্ৰক অৱস্থাতো নাপলেয়ঁই নিঃসঙ্কোচে উত্তৰ দিছিল, "মাকৰ, সাধাৰণ পোহাৰী এজনীৰ ক্ষেত্ৰত আপুনি যি কৰিলেহেঁতেন, এতিয়াও তাকেই কৰক।" সেই দিনা নাপলেয়ঁই সেই উত্তৰ নিদিয়া হ'লে মাৰিয়া লুইচাই বুৰঞ্জীৰ এই জঘন্য অধ্যায়ত অংশ গ্ৰহণ কৰিবলৈ হয়তো নাপালেহেঁতেন। ভাৰ্য্যাৰ কৃতজ্ঞতা আৰু কৰ্তব্যপৰায়ণতাৰ কি অতুল নিদৰ্শন।[৩৭২]

মেনেভালে ভিয়েনাৰপৰা উলটি আহি সকলো কথা জনালত নাপলেয়ঁ তেনেই ভাঙি পৰিল। ইতিমধ্যে ফ্ৰান্সৰ পস্ট্‌মাস্তৰ জেনেৰেল লাভালেতৰ হাতত এখন বেনামী চিঠি পৰিছিলহি। মাৰিয়া লুইচা আৰু কৰ্নেল নেইপাৰ্গৰ মাজত যি সম্বন্ধ ঘটিছিল, সেই সম্বন্ধে সেই চিঠিত ভালেমান লেতেৰা কথা আছিল। নাপলেয়ঁই পোনতে সেই বিলাক কথা বিশ্বাস কৰিব পৰা নাছিল। মেনেভালে মুখেৰে একো ন'কলেও, তেওঁৰ কথাৰ প্ৰাসৰপৰা নাপলেয়ঁৰ বুজিবলৈ বাকী নাথাকিল যে সেই সকলোবোৰ কথা সঁচা। মাজে মাজে দীঘল একোটি বুকুভঙা হুমুনিয়াহ পেলাই, ঘুৰাই ঘুৰাই নাপলেয়ঁই ল'ৰাটিৰ কথাকেহে মাথোন মেনেভালক

৩৭১ Not until his wife has cast her vote against him, is the Emperor an outlaw E L

৩৭২ Napoleon had done whatever she wanted , he had been the most equable of husbands Will she now become the Emperor s advocate ? The wife of Napoleon and the mistress of the Austrian officer prefers to take up her pen and write a formal declaration to the Congress She will have nothing to do with the Emperor, and will put herself under the protection of the Allies E L.

সুধিছিল : সি কিমান ডাঙৰ হৈছে, বাপেকৰ নিচিনা হৈছে নে ককাকৰ নিচিনা, দেউতাকৰ কথা কি কয়? ইত্যাদি। নাপলেয়ঁৰ মুখলৈ চাই মেনেভালে চকুলো সামৰিব নোৱৰা হৈছিল।

ইয়াৰ পিছত নাপলেয়ঁৰ ভাবগতিত আমূল পৰিবৰ্তন ঘটিল। তেওঁৰ চকুৰ দীপ্তি, গালৰ আভা, মুখৰ জেউতি মোলান পৰিল। মাত কথাত আগৰ তেজ নোহোৱা হ'ল। এক প্ৰশান্ত গভীৰ অৱসাদে তেওঁৰ গা-মন ছাটি পেলালে।[৩৭২(ক)] মনৰ অশান্তিত তেওঁৰ পেটৰ বিষে আকৌ উক্ দিলে। শৰীৰো লাহে লাহে ভাঙি পৰা যেন হ'ল। একেৰাহে কেইবা ঘণ্টাও অতি তপত পাণীত সোমাই থাকিবলৈ ভাল পোৱা হ'ল। আগৰ তুলনাত তেওঁ টোপনি-বহীয়াও হ'বলৈ ধৰিলে।

---

৩৭২ (ক) "The Empheror spoke as though overwhelmed by a calm sorrowfulness" (Meneval, quoted by E L) "He seemed full of cares," writes one of his circle, "the self-confidence of his speeches, his authoritative tone had vanished" E L

At Waterloo Destiny was against him Grant

* * *

Waterloo etait une bataille du premier rang, gagne par un capitaine du deuxieme (Waterloo was a battle of the first class won by a captain of the second) Victor Hugo

* * *

Man does naught by himself He is but the foam upon the billow, which rises, bubbles and bursts, not by his own efforts, but by the mightier impulses of Fate Dryfesdale

* * *

১৮১৫ চনৰ জুন মাহৰ ১২ তাৰিখৰ নিশা ভগ্ন হৃদয়, ভগ্ন প্ৰাণ, ভগ্ন দেহ লৈ নাপলেয়ঁ তেওঁৰ জীৱনৰ শেষ যুদ্ধলৈ ওলাল। টুইলেৰি প্ৰাসাদৰ খট্‌খটীয়েদি নামি আহোঁতে কলৈঁকুৰক লগ পাই ক'লে, "কলৈঁকুৰ, এইবাৰ হয় জিকিব, নাইবা ৰণক্ষেত্ৰতে গা থৈ আহিব লাগিব।"

এল্বাৰ পৰা ঘূৰি আহি যি কন সময় হাতত পাইছিল তাৰ মাজতে, অহোপুৰোষাৰ্থ কৰি, নাপলেয়ঁই একলাখ চৌবিচ হাজাৰ সেনা ৰণলৈ সাজু কৰিছিল, সিপিনে ৱেলিংটনে একলাখ ছহেজাৰ

আৰু ব্লুখাৰে এক লাখ বিচ্ হাজাৰ সেনা মজুত কৰি, অষ্ট্ৰীয় আৰু ৰুচ্ সেনা আহি পাবলৈ বেলজিয়ামত বাট চাইছে।

শুভাকাঙ্খী কাৰ্নই নাপলেয়ঁক পৰামৰ্শ দিছিল, "জুলাই মাহৰ শেষ ভাগত হে অষ্ট্ৰীয় আৰু ৰুচ সেনাই ৰণত যোগ দিবহি পাৰিব। সেই সেনা আহি নোপোৱালৈকে ইংৰাজ আৰু জাৰ্মান (প্ৰুচ) সেনাই আমাক আক্ৰমণ কৰিবলৈ সাহ নকৰিব। এই ছটা সপ্তাহৰ ভিতৰত অপুনি সৈন্যসংখ্যা দুগুণ কৰিব পাৰিব। সমগ্ৰ ফ্ৰান্সক এখন চিপাহীৰ ছাউনিত পৰিণত কৰক। ৰাজধানী ৰক্ষাৰ সুব্যৱস্থা কৰিহে এইবাৰ ৰণলৈ আগবঢ়া উচিত হ'ব।"

কিন্তু কাৰ্নৰ কথা শুনা হ'লে কিজানি ভাল আছিল, কিন্তু নাপলেয়ঁই থিৰ কৰিলে যে শত্ৰুসেনা একেলগ হ'বলৈ পোৱাৰ আগতে আক্ৰমণ নচলালে শত্ৰুৰ অগণন সেনাৰ সমুখত এমুঠি সেনাৰে তিষ্ঠা টান হ'ব। আগতে কোৱা হৈছে, নাপলেয়ঁৰ যুদ্ধ কৌশলৰ মূলমন্ত্ৰ আছিল—আক্ৰমণেই আত্মৰক্ষাৰ উত্তম উপায়। আত্মৰক্ষামূলক (defensive) যুদ্ধ কৌশলে তেওঁৰ ধাতুক সুশুজিছিল। পিছত (চেইণ্ট হেলেনাত) তেওঁ স্বীকাৰ কৰিছিল যে কাৰ্নৰ উপদেশ নমনাটো সম্ভৱতঃ তেওঁৰ ভুল হৈছিল, সৈন্যসামন্ত গোটাই ৰাজধানিতে বাট চোৱা টোবেইহে কিজানি সুবিবেচনাৰ কাম হ'লহেঁতেন, কাৰণ মিত্ৰশক্তিৰ মাজত মতভেদৰ তেতিয়াও অন্ত পৰা নাছিল। একমত নোহোৱালৈকে শত্ৰুপক্ষই ফৰাচী ৰাজধানী আক্ৰমণ কৰিবলৈ সাহ নকৰিলেহেঁতেন।[৩৭৩]

---

৩৭৩ Reminisceing about the hundred days at St Helena, Napoleon was to say that, perhaps, he made a mistake in attacking the Allied armies—that had he assembled his army before Paris and waited, the Allies might also have waited and reconsidered waging war upon him Notwithstanding the unanimity of their proclamations, serious differences had arisen amongst them But Napoleon was not a defensive general With him the→

আগৰ সেনাপতি সকলৰ কেইবাজনো সহায় হাত ৰূপে এইবাৰ নাপলেয়ঁৰ লগত নাই। গতিকে, জোখাৰে বিচক্ষণ সেনাপতিবো নাটনি হৈছিল। জেনেৰেল বুঁৰ্ম বোলা এজন নামজ্বলা সেনাপতি আগতে আছিল ঘোৰ 'ৰোয়ালিস্ত্'—বুঁৰ্ব ৰাজকৈদৰ একান্ত অনুগত ভৃত্য। নাপলেয়ঁ এল্বাৰপৰা ঘুৰি অহাৰ পিছত মোট সলাই, লগে উজাই নাপলেয়ঁৰ ফলীয়া হৈ, তেওঁৰ বাবে যুঁজিবলৈ আগ বাঢ়ি আহিছিল। নাপলেয়ঁই তেওঁক বিশ্বাস কৰা নাছিল, কিন্তু মাৰ্শ্বেল নেইৰ খচ্‌খচনিত অনিচ্ছাৰে এভাগ সেনাৰ ভাৰ তেওঁৰ হাতত দিছিল।

দুদিনত প্ৰায় দুশ মাইল বাট বাগীৰে গৈ ১৪ তাৰিখৰ দিনা নাপলেয়ঁ শ্বাৰ্লৰোৱা বোলা ফ্ৰান্সৰ পূব সীমান্তৰ এডোখৰ ঠাই পালেগৈ। সেই ঠাইত ব্লুখাৰৰ আগৰনুৱা এভাগ সেনাই খোপনি পুতি বহিছেহি। পিছদিনা পুৱা কাউৰী-কুকুৰা মাটিত নৌ পৰাৰ পৰতে ফৰাচীয়ে সেই ভাগ সেনাক আক্ৰমন কৰি খণ্ড-বিখণ্ড কৰিলে। দুহেজাৰ মৰা শ এৰি থৈ, প্ৰুচ্ সেনা ঘাই বাহিনীৰ লগ লাগিবলৈ পিচুৱাই উধাও হ'ল।

জীবনৰ আগভাগত ইতালীয অভিযানত জয় লাভ কৰাদিয়েই এইবাৰৰ অভিযানৰ আগছোবাত নাপলেযঁই সকলোৰে চকুত চমক লগাই জয লাভ কৰিবলৈ ধৰিলে।[৩৭৪] নাপলেযঁ যে ইতিমধ্যে

←best way to defend was to attack He decided to attack in Belgium where Wellington was in command of 106,000 men—Britons, Hanoverians, Belgians and Hollanders—and Blucher commanded 120 000 Prussians Napoleon had gathered 124,000 men for the Belgian campaign R Korngold *The Last Years of Napoleon*

৩৭৪ What Napoleon, the Emperor, now begins at Charleroi, when his prospective enemies are the Prussians and the English, was what Bonapart, the unknown general, had begun at Millesimo, when his prospective opponents were the Austrians and the Piedmontese His last battle is a parallel of the first Emil Ludwig

যুদ্ধলৈ আগুৱাই আহিছে, ইংৰাজ সেনাপতি ৱেলিংটন আৰু জাৰ্মান সেনাপতি ব্লুখাৰে ঘুনাক্ষৰেও সেই কথা গম পোৱা নাছিল। অতি গুপুতে নাপলেয়ঁই যুদ্ধৰ সকলো যো-যা কৰিছিল যাতে অতৰ্কিতে শত্ৰুৰ ওপৰত জঁপিয়াই পৰিবৰগৈ পাৰে। ৱেলিংটনে সৈন্য সামন্ত লৈ ব্ৰুচেল নগৰীত বাট চাই আছে, ব্লুখাৰ আহি তেওঁৰ লগ লাগিবলৈ। ব্লুখাৰে সিপিনে, চাম্‌ব্‌ৰ আৰু ম'জ নৈৰ সঙ্গমত অৱস্থিত নামুৰ চহৰত একলাখ বিচ হাজাৰ সেনাৰে সৈতে বাট চাইছে, দুই লাখ ৰুচ্‌ সেনা আহি পাবলৈ। ৰুচ্‌ সেনা আহি পালেই তেওঁ ৱেলিংটনৰ লগ লাগিবহি। অষ্ট্ৰীয় সীমান্তত দুই লাখ সেনাৰ এক বাহিনী লৈ চোৱাৰ্জেনবাৰ্গো ৰণলৈ সাজু হৈছে।

.শাৰ্লৰোৱাৰ যুদ্ধৰ অন্তত নাপলেয়ঁই তেওঁৰ সেনা দুভাগত ভগাই, পনচল্লিছ হাজাৰ সেনা লগত দি মাৰ্শ্বেল নেইক পঠালে কাত্‌ৰ্‌ ব্ৰা[৩৭৫] বোলা এখন গাওঁ অধিকাৰ কৰি তাত খুটি পুতি বহিবলৈ। সেই ঠাই শাৰ্লৰোৱাৰ পৰা দহ মাইল আঁতৰত, ব্ৰুচেলৰ বাটত। ৱেলিংটনৰ লগত লগ লাগিবলৈ ব্লুখাৰ সেই বাটেদিয়েই অহাৰ কথা। গতিকে কাত্‌ৰ্‌ ব্ৰা দখললৈ আহিলে, ইংৰাজ আৰু প্ৰুচ বাহিনী সতকাই একে লগ হোৱা সহজ ন'হ'ব।

নেইক কাত্‌ৰ্‌ ব্ৰালৈ পঠাই, নাপলেয়ঁই বাকী সেনা লৈ আন এটা বাটেদি খোজ ল'লে ব্ৰুচেলৰ পিনে, তাত গৈ ৱেলিংটনক আক্ৰমণ কৰিবলৈ। তেওঁৰ আঁচনি আছিল, ব্লুখাৰক আগ ভেঁটিবলৈ এমুঠি সেনা বাটত থৈ, ৱেলিংটনৰ দিহা লগাই, মাৰ্শ্বেল নেইৰ লগ লাগি, উলটি আহি ব্লুখাৰৰ দিহা লগোৱাৰ। সকলো কাম এনে সুচাৰুৰূপেৰে আগ বাঢ়িছিল যে নাপলেয়ঁই হাঁহি মাৰি ক'ব পৰা হৈছিল, "এইবাৰৰ অভিযান আমাৰ বাবে এটা বঢ়িয়া 'পিকনিক' হ'ব।"[৩৭৬]

---

৩৭৫ কাত্‌ৰ্‌ ব্ৰা = চাৰিবাহু, অৰ্থাৎ চাৰিআলি।

৩৭৬ On the evening of the 15th of June, all Napoleon's plans had prospered according to his most sanguine→

স্কট্লেণ্ড দেশীয় কবি ৰবার্ট বার্নচে কৈছে : The best laid plans of mice and men gang aft aglee ভাগ্য যেতিয়া প্ৰতিকূল হয় মানুহৰ মনে পতা সুঠাম স্তম্ভ, বালিৰে সজা মন্দিৰৰ দৰে নিমিষতে জহি খহি লয় পায়। শ্বার্লবোৰাৰ যুদ্ধ শেষ হ'বলৈ নৌ পাওঁতেই সেনাপতি ক্ৰ'ম ৰবাটী ছাউনিৰ পৰা পলাই, ব্লুখাৰৰ ছাউনিত ওলাই, নাপলেয়ঁৰ যুদ্ধৰ আঁচনি ব্লুখাৰৰ আগত বেকত কৰি দিলেগৈ।

নাপলেয়ঁই ৰাজধানী এৰি যুদ্ধযাত্ৰা কৰাৰ বাৰ্তাৰ ব্লুখাৰে এই প্ৰথম পালে। বাতৰি পায়েই তেওঁ কচ্ সেনালৈ বাট চাবলৈ এৰি, নিজৰ সৈন্য সামন্তলৈ ক্ৰুচেল্ অভিমুখে গুমাই আগ বাঢ়ি আহি, কাত্ৰ্ ব্ৰা আৰু নামুৰৰ সোঁ-মাজৰ লিগ্নি বোলা ঠাইডোখৰ পালেহি। নাপলেয়ঁও ক্ৰুচেল্ মুৱা হৈ সেই বাটেদিয়েই গৈ লিগ্নিৰ ওচৰ পাই হঠাৎ জানিবলৈ পালে যে ব্লুখাৰৰ বাহিনী তেওঁৰ নিচেই কাষতে আহি বৈছেহি। এই পৰিস্থিতি সম্পূৰ্ণ আকস্মিক। নাপলেয়ঁৰ লগত আশী হাজাৰ সেনা আছে। ব্লুখাৰৰ লগত একলাখ বিচ্হাজাৰ আছে বুলি তেওঁ বাতৰি পাইছিল। এই পৰিস্থিতিত মাৰ্শেল নেইলৈ তেওঁ বাতৰি পঠালে, "কাত্ৰ্ ব্ৰাত এমুঠি সেনা থৈ তুৰন্তে লিগ্নিত মোৰ লগ লাগাহি। এই কথা মনত ৰাখিবা যে আজিৰ এই সন্ধিক্ষণত ফ্ৰান্সৰ ভৱিষ্যত নিৰ্ভৰ কৰিছে সম্পূৰ্ণ তোমাৰ হাতত।" কিন্তু মাৰ্শেল নে নাপলেয়ঁৰ সেই আজ্ঞা পালন কৰিবলৈ তেতিয়া অক্ষম। কিয় অক্ষম ক্ষন্তেক পিছত কোৱা হ'ব।

লিগ্নিত ব্লুখাৰৰ হাতত দৰাচলতে নব্বৈ হাজাৰ সেনাহে আছিল। বাকী সেনা তেতিয়াও পিচতহে আছিল। তথাপি আনন্দত, উলাহত ব্লুখাৰৰ গা সাতখন আঠখন। 'নাপলেয়ঁক মই হৰুৱাইছোঁ' বুলি

---

←hopes His star was again luminous and the meteor glare of despotism began to wane Abbott

ক'ব পৰা এজন সেনাপতি তেতিয়ালৈকে ওলোৱা নাছিল।[৩৭৭] ব্লুখাৰে ভাবিলে সেই কথাষাৰ তেওঁৰেই প্ৰথম কৈ বিশ্বৰ সামৰিক বুৰঞ্জীত অমৰ হোৱাৰ সৌভাগ্য সেইদিনা তেওঁৰেই আৰ্জিব।

মাৰ্শ্বেল নেইলৈ পঠোৱা বাতৰিৰ সমিচাৰ নাপাই হাতত যি সেনা আছিল তাৰেই নাপলেঁয়ই ব্লুখাৰক আক্ৰমণ কৰিলে। লিগ্নিৰ ৰণাঙ্গনত দুৰ্দ্ধৰ্ষ সংগ্ৰামৰ তাণ্ডৱলীলা আৰম্ভ হ'ল। সাগ্ৰাম দিন ৰণ চলিল। তেজৰ সোঁত বৈ গ'ল, মৰা শ'বে ৰণৰ থলী ঢেকনি মাৰিলে, মানুহৰ মঙহ গৰুগুৰো অভইথ হ'ল। সন্ধিয়া বেলিকা ক্লান্ত দিবাকৰে দিনটোৰ কাম সামৰি ভাগৰি জুগৰি মেলানি মাগিব খুজিছে, এনেতে ব্লুখাৰ ঘোঁৰাৰ পৰা পৰিল। তেওঁ মাটিত পৰি থকা অৱস্থাতে ফৰাচী অশ্বাৰোহী সেনা তেওঁৰ কাষেদিয়েই দপ্‌দপাই পাৰ হৈ গ'ল। তেতিয়া মুনিচুনি পৰ, ফৰাচী সেনাই ব্লুখাৰক চিনি নাপালে। নহ'লে নাপলেয়ঁ-বিজেতা বীৰ হ'বলৈ অহা সেনাপতি জন সেইদিনা বন্দীয়েই হয়।[৩৭৮]

মুখ্য সেনাপতিয়ে ৰণৰ থলীতে গা থ'লে বুলি ভাবি প্ৰচ সেনাৰ মাজত হায়ে-বিয়ে লাগিল, ৰণৰ থলী এৰি যেনিয়ে পায় তেনিয়ে ঢপলিয়াবলৈ ধৰিলে। দহ হাজাৰ বন্দী আৰু কুৰি হাজাৰ মৃত আৰু

---

৩৭৭ Never yet had any isolated commander been able to say, I have defeated Napoleon' E L

৩৭৮ He sent Ney with 45 000 men to deal with any concentration that Wellington might make at Quatre-Bras—a strategic point on the road by which Anglo-Allied reinforcements could be sent to Blucher—and on June 16 attacked the Prussians at Ligny Blucher had managed to concentrate 90,000 men, but they proved no match for the 80,000 French The old Field-Marshal himself was unhorsed in the rout and, but for the fact that darkness had fallen and the French cuirassiers galloping past him failed to recognize him, he would have been taken prisoner Korngold

আহত দেহ এৰি বিশাল প্ৰুচ বাহিনী 'নিকুট হ'ল। মাৰ্শেল নে তেতিয়াও আহি পোৱা হ'লে সেইদিনা প্ৰুচ্ সেনা এটিয়েও পৈতৃক প্ৰাণ লৈ সাৰি যাব যে নোৱাৰিলেহেঁতেন, আৰু বাটাৰ্লুৰ যুদ্ধও যে হ'বলৈ নাপালেহেঁতেন, সেই সম্বন্ধে সন্দেহৰ থল নাই।[৩৭৯]

নাপলেয়ঁই ইহ সংসাৰ এৰি যোৱাৰ দিনালৈকে যি জন সেনাপতিৰ বুকুৰ দাঁহ পলোৱা নাছিল, সেই ৱেলিংটনেও, জুন মাহৰ ১২ তাৰিখৰ পৰা ১৬ তাৰিখলৈকে, এই সময় ছোৱাত, নাপলেয়ঁৰ যুদ্ধ পৰিচালনা সম্বন্ধে কৈছিল যে যুদ্ধকৌশলৰ দিশৰ পৰা সামৰিক বুৰঞ্জীত তাৰ তুলনা নাই।[৩৮]

কিন্তু লিগ্নিৰ বিজয়েই নাপলেয়ঁৰ জীৱনৰ শেষ বিজয়, তেওঁৰ অলৌকিক ৰণ জেউতিৰ শেষ জিলিকনি, মাৰ যাওঁ যাওঁ হোৱা সূৰ্য্যৰ শেষ ৰঙোৱাল। এই অপূৰ্ব বিজয়ৰ পিছৰ ঘটনাৱলীৰ কথা ভাবিলে কৰ্নেল নেপিয়াৰে কোৱা কথা কিআষাৰলৈ মনত পৰে ° বুৰঞ্জীত

---

৩৭৯ (ক) Had Ney brought up his force to cut off the retreat of the Prussians, not one of the enemy would have escaped, and Waterloo would not have been Abbott

৩৭৯ (খ) Napoleon, the same day, fighting with only half his army at Ligny, secures a victory ! Blucher falls from his horse and is reported killed Gneisenau retains composure, prevents the retreat from degenerating into a rout E L

৩৮০ Leaving Paris on 12th June, Napoleon marched to the frontier and by the evening of the 15th he himself was in front of the Prussian forces which lay at Ligny, whilst Ney, his chief commander, was some seven miles to the west at Quatre-Bras, where some of Wellington's troops were posted *"It was the finest thing ever done'* said Wellington of Napoleon's performance, "so rapid was it and so well-combined The Allies were surprised and out-manoeuvered : Warner and Marten *Groundwork of British History*

যিসকলৰ নাম উল্লেখিত হৈছে, সিসকলৰ মাজত যিজন সর্বশ্রেষ্ঠ, সকলো সেনাপতিতকৈ বিচক্ষণ যিজন সেনাপতি, সকলো ৰাজনীতিজ্ঞ পুৰুষতকৈ বিজ্ঞ যিজন ৰাজনীতিজ্ঞ পুৰুষ, সেই নাপলিয়ঁই সকলো হেৰুৱাইছিল, কাৰণ যি অসীম শক্তিৰাশিৰ সমাবেশক ভাগ্য বোলা হয়, সেই ভাগ্য তেওঁৰ অনুকূলে নাছিল। ভাগ্যদেৱীৰ সহায় ন'হ'লে মানুহৰ সকলো প্ৰয়াস ঢৌ খেলি থকা সাগৰৰ বুকুৰ বুদ্বুদৰ তুল্য হৈ হয় গৈ।"

লিগ্নিৰ যুদ্ধৰ অন্তত নাপলেয়ঁৰ কি হ'ল ক'ব নোৱাৰি। যি নাপলেয়ঁই যুদ্ধলৈ ওলোৱাৰ পিছত ভাগৰ কাক বোলে ক'ব নোৱাৰিছিল, সাদিন সাতৰাতি একেৰাহে খাৱনশোৱন এৰি খাটিব পাৰিছিল, তেওঁক এইবাৰ প্ৰথম ভাগৰি পৰা দেখা গ'ল। অকল সেয়ে নহয়, ইংৰাজীত এষাৰ প্ৰবাদ বাক্য আছে: **Whom the Gods want to destroy, they first deprive of judgment.** সেনাপতি হিচাপে নাপলেয়ঁই তেতিয়ালৈকে কোনো যুদ্ধৰ সন্ধিক্ষণত কেতিয়াও ভুল কৰা নাছিল, কিন্তু এতিয়া তেওঁৰ বিচাৰ-বুদ্ধিতো কেৰোণ লাগিল, ইটোৰ পিছত সিটোকৈ তেওঁ একো একোটা মাৰাত্মক ভুল কৰিবলৈ ধৰিলে।[৩৮১] ১৮ তাৰিখে মাৰ্শেল নে সময় মতে লিগ্নি আহি নোপোৱাৰ কাৰণে যি ক্ষতি হৈছিল, পিচৰ দুদিনত সেই ক্ষতি পূৰণ কৰাৰ সুযোগ নাপলেয়ঁই একাধিকবাৰ পাইছিল।

মাৰ্শেল নে কিয় সময় মতে আহি নাপালেহি, সেই কথা এতিয়া কোৱা যাওক। ১৫ জুন তাৰিখৰ নিশা দবাপিটা বৰষুণ, ঘোপমৰা

৩৮১ But this (battle of Ligny) was the last flash of the conqueror He did not indeed cease to be a great captain He could still plan But he was not so formidable or active in the field. The matchless supremacy of his youth had passed away Lord Rosebery *Napoleon The Last Phase.*

আন্ধাৰ, ভয়ঙ্কৰ দুৰ্যোগ আছিল। পানীয়ে বাট-ঘাট উটাই নিছে, বোকাত আঁঠুলৈকে ভৰি সোমায় যায়। দুদিন দুনিশা লেঠাৰি নিছিগাকৈ বাটকুৰি বাই চিপাহী হঁতৰ ভৰি নচলা হৈছিল। কাত্‌ৰ্‌ ব্ৰালৈ অলপহে বাট বাকী আছে, কিন্তু দেহে আৰু যেন নাটানে। তেতিয়ালৈকে শত্ৰু সেনাৰ উম্‌ঘাম্‌ নাপাই নেই থিৰ কৰিলে যে ফৰাচী সেনা আগবাঢ়ি অহাৰ বাতৰি শত্ৰুৱে ঘূৰ্ণাক্ষৰেও পোৱা নাই। গতিকে, সেই নিশা আৰু নাগুৰাই, পিছদিনা পুৱা দোক মোকালিতে গৈ কাত্‌ৰ্‌ ব্ৰা দখল কৰিলেও একো হানি ন'হ'ব। এই ভাবি, কাত্‌ৰ্‌ ব্ৰা দখল কৰিলে বুলিয়েই তেওঁ নাপলেয়ঁলৈ বাতৰি পঠালে।

সেই নিশা সিপিনে ক্ৰুচেল্‌ নগৰীত এক জলমলীয়া জাতিস্কাৰ ৰংঘৰত ৱেলিংটনে ভোজভাত খাই, পিপাই পিপাই ৰুটিকা সেৱন কৰি, কাঁচনমতী ৰূপহী গাভৰু সকলৰ লগত নাচি বাগি বিভোৰ হৈ আছে। আঙুলিৰ মূৰত ক্ষণ লেখিছে, কেতিয়া ব্লুখাৰ আহি পায়হি, কেতিয়া দুয়ো একেলগে গৈ ফৰাচী ৰাজধানী দখল কৰি, নাপলেয়ঁক এশিকা দিবগৈ পাৰে। সেই বিলাক কথাকে কৈমেলি সেনাপতিসকলৰ আগত তেওঁ দপ্‌দপাব লাগিছে, এনেতে এজনে আহি তেওঁৰ কানত ফুচ্‌ফুচাই কিবা ক'লেহি। ৱেলিংটনৰ মুখখন শেতাঁ পৰিলে। তুৰন্তে, সেনাপতি সকলক লগত লৈ তেওঁ বাজলৈ ওলাই, ছাউনিৰ পিনে খোজ ল'লে। ৱেলিংটনে আগতে পোৱা বাতৰি মতে নাপলেয়ঁ তেতিয়া ৰাজধানীতে আছে। এতিয়াৰ বাতৰি তেওঁৰ মূৰত চৰগ-শিল পৰাদি পৰিলহি।

কাত্‌ৰ্‌-ব্ৰালৈ ক্ৰুচেলৰ পৰা পোন্ধৰ মাইল বাট। আগৰ তিনি দিন তিনি নিশাৰ ধাৰ নিছিগা বৰষুনে দ বাম সমান কৰি বাটপথৰ চিন নাইকিয়া কৰিছিল। ধুৰ্মাজয় বৰষুণ তেতিয়াও চলি আছে। সেই দুৰ্যোগৰ মাজেদিয়েই সেই নিশাই ইংৰাজ সেনাই গৈ কাত্‌ৰ্‌-ব্ৰা দখল কৰি গজগজীয়া হৈ বহিল। পুৱা যেতিয়া মাৰ্শেল নে আহি

কাত্‌ৰ্‌ ব্ৰা পালেহি, ইংৰাজ সেনাৰ হিলৈয়েহে তেওঁক অভিবাদন জনালে।

"কি কৰিলোঁ, কি কৰিলোঁ" বুলি নে আকাশৰ পৰা মাটিত পৰিল। সংবিত ঘূৰাই পালত, সেনাপতি কেলাৰমেনক তেওঁ আক্ৰমণ কৰিবলৈ আদেশ দিলে। নে ৰ লগত আছিল পণচল্লিচ্‌ হাজাৰ সেনা, ৱেলিংটনৰ লগত কাত্‌ৰ্‌ ব্ৰালৈ আহিছিল পঞ্চাশ হাজাৰ। ইংৰাজ সেনাই এনে সুচল এডোখৰ ঠাইত খুটি পুতি বহিছিল যে সিহঁতক লৰোৱাৰ সাধ্য নাই। সেই ঠাই ডোখৰকে আগ বাতিয়েই দখল কৰিবলৈ নাপলেয়ঁই নেইক দঢ়াই দঢ়াই কৈ পঠাইছিল।

মৰোঁ জীওঁ সোঁ আধিকৈ ফৰাচী সেনাই বাৰে বাৰে আক্ৰমণ চলাই, বাৰে বাৰে পিছুৱাব লগা হ'ল। ইংৰাজৰ হিলৈয়ে যেতিয়া ফৰাচী সেনাৰ আবলী পাতলাবলৈ ধৰিলে, নেই হেনো হিয়া ঢাকুৰিয়াই কৈছিল, "প্ৰত্যেকটো গুলিয়ে মোৰ বুকু ভেদ নকৰে কিয়?' ঠিক এই ক্ষণতে মাৰ্শ্বেল নেইলৈ নাপলেয়ঁৰ আদেশ আহিছিল তুৰন্তে লিগ্নিলৈ যাবলৈ। কিন্তু তেওঁ তেতিয়া তয়াময়া ৰণত লিপ্ত, যুদ্ধত হৰাৰ আৰু পলৰীয়াৰ দুৰ্ণাম লৈ নাপলেয়ঁৰ সহায় হাত হ'বলৈ তেওঁ তেতিয়া যায় কেনেকৈ?

কাত্‌ৰ্‌-ব্ৰাৰ বাতৰি পাই নাপলেয়ঁই মৰণান্তিক বেজাৰ পালে, কিন্তু তেওঁৰ মুখেদি এষাৰ কটু কথাও নোলাল। জেনেৰেল ক্ৰুৱই সেই সম্বন্ধে কথা তুলিলত তেওঁ উত্তৰ দিলে: "যি অঘটন ঘটিবলগীয়া আছিল, ঘটি শেষ হ'ল। এতিয়া সেই কথা খোচৰাৰ সকাম নাই। নেলৈ তেওঁ লিখিলে, "যি হ'ল হ'ল, সেই কথা লৈ মূৰ ঘমাব নালাগে, তাৰ বাবে বিশেষ অপখেতি একো হোৱা নাই।"

অপখেতি হৈছিল, তথাপি লিগ্নিৰ বিজয়ৰ পিছত নাপলেয়ঁই নিঃসন্দেহে ভাবিছিল যে ব্লুখাৰৰ কঁকাল ভাঙিল, কঁকাল পোনাওতে তেওঁৰ সময় লাগিব। তাৰ আগতে তেওঁ ৱেলিংটনৰ গত লগাৰ

পাৰিব। বুঢ়া সেনাপতি ব্লুখাৰে যে অদম্য উত্তমৰ পৰিচয় দি একে দিনাতে ৰণপৰবলীয়া সেনা গোটাই-পিটাই, সকলো কথাৰ বেহা লগাই, পুনৰ ৰণলৈ সাজু হ'ব পাৰিব, সেই কথা নাপলেয়ঁই কল্পনা কৰিব পৰা নাছিল। এই অভিযানত এইটোকে কৰিছিল নাপলেয়ঁই প্ৰথম ডাঙৰ ভুল।[৩৮২] পিছত চেইণ্ট হেলনাত ব্লুখাৰৰ বীৰত্বৰ প্ৰশংসা কৰি নাপলেয়ঁই কৈছিল যে ৱটাৰ্লু'ৰ গৌৰৱৰ ন্যায্য দাবীদাৰ ৱেলিংটন নহয়, ব্লুখাৰহে।[৩৮৩]

লিগ্নিৰ যুদ্ধৰ অন্তত ১৬ তাৰিখে নিশা মুগুই হ'লেও, পিছদিনা খল-পুৱাতে যুদ্ধলৈ ওলোৱা হ'লে অনায়াসে নাপলেয়ঁই ৱেলিংটনক নিৰ্মূল কৰিব পাৰিলেহেঁতেন, ৱটাৰ্লু'ৰ যুদ্ধও আৰু হ'বলৈ নাপালে হেঁতেন। একমুলৰ যুদ্ধত (২৪৫ পৃষ্ঠা, ১ম খণ্ড) পঞ্চাছ হাজাৰ সেনাৰে এক লাখ পঁচিছ হাজাৰক কেনেকৈ তেওঁ সম্পূৰ্ণৰূপে পৰাস্ত কৰিছিল, চেইণ্ট হেলেনাত এদিন সেই প্ৰসঙ্গৰ অৱতাৰণা হওঁতে নাপলেয়ঁই কৈছিল যে যুদ্ধৰ আগনিশা এখন্তেকো টোপনি যোৱা হ'লে সেই যুদ্ধত তেওঁ জয়লাভ কৰিব নোৱাৰিলেহেঁতেন, যুদ্ধৰ আগৰ নিশা মুখ্য সেনাপতিজনে এখন্তেকো শোৱা উচিত নহয়, সেই নিশাইহে আচল কামৰ সময়।

কিন্তু লিগ্নিৰ যুদ্ধৰ অন্তত ১৬ তাৰিখে নিশা নাপলেয়ঁই খোবাং জুৰি এনে শোৱন দিলে যে পিছদিনা সাৰ পাওঁতে বেলি প্ৰায় দুপৰ হ'ল। সাৰ পাই চকুমুখ মোহাৰি লৰালৰিকৈ তেত্ৰিছ্ হাজাৰ

৩৮২ Yesterday, he had dealt with the Prussians singly, to-morrow he will be able to defeat the English, now cut off from his allies His seventy thousand men will suffice He fails to allow for Gneisenau's imperturbability and Blucher's impetuosity For the first time he underrates an opponent E L

৩৮৩ Napoleon was to remark repeatedly at St Helena that Blucher, not Wellington, should be credited with the victory at Waterloo Korngold

সেনা লগত দি মাৰ্চেল গ্ৰ্ৰুখিক তেওঁ পঠালে ব্লুখাৰক খেদি যাবলৈ। নাপলেয়ঁই ভাবিছিল গা-টঙাবলৈ ব্লুখাৰে পূবপিনে নামুৰৰ ফাই ছাউনিলৈ যাব, কিন্তু ব্লুখাৰ গৈছিল ৱেলিংটনৰ লগ লাগিবলৈ উত্তৰ পিনে ৱাভ্ৰ্ বোলা ঠাইলৈ। এনিশা এবেলাত ব্লুখাৰ কোন খুবুৰী পাইছিলগৈ নজনা শুণ্ডনাকৈ, নিজৰ শক্তিক্ষয় কৰি তেত্ৰিছ্ হাজাৰ সেনা গ্ৰ্ৰুখিৰ হাতত গতাই দি নাপলেয়ঁই নিজৰ সোঁ হাতখন কাটি পেলোৱাৰ নিচিনা কাম কৰিছিল। তাৰ ফল পিছদিনা তেওঁ ভুগিবলগীয়া হ'ব।

গ্ৰ্ৰুখিক ব্লুখাৰৰ সন্ধানত পঠাই, ৱেলিংটনৰ দিহা লগাবলৈ নাপলেয়ঁ ভাটিবেলা কাত্ৰ্-ব্ৰালৈ ৰাওনা হ'ল। ইতিমধ্যে লিগ্নিৰ যুদ্ধৰ বাতৰি পাই ৱেলিংটনে পুৱা দহ বজাত কাত্ৰ্-ব্ৰাৰ পৰা সেনা অপসৰণ কৰি, ব্ৰুচেল মুৱা হৈ উলটি গৈ, ব্ৰুচলৰ গাতে লাগি থকা ৱটাৰ্লু বোলা গাওঁ এখনত ছাউনি থাপিলেগৈ।[৩৮৪]

যদিও ৱেলিংটনৰ হাতত এক লাখৰো অধিক সেনা আছিল, অকলে নাপলেয়ঁৰ সমুখীন হ'বলৈ তেওঁ সাহ গোটাব পৰা নাছিল। ব্লুখাৰৰ সাহায্য নাপালে ঘৰৰ ল'ৰা ঘৰলৈ উলটি যোৱাকে থিৰ কৰিছিল। ১৭ তাৰিখে নিশা ব্লুখাৰৰ পৰা সাহায্যৰ খাটাং প্ৰতিশ্ৰুতি পোৱাৰ পিছতহে তেওঁ যুদ্ধ দিয়াৰ সিদ্ধান্ত লৈছিল।[৩৮৫]

---

৩৮৪ At dawn (of the 17th) the Prussians retreated, ***not east*** towards Namur, their base of operations, ***but north,*** in order to keep in touch with Wellington About 10 O'clock Wellington began to retreat north Napoleon worn out by the exertions of the previous few days, wasted the morning, and not until 2 P M did Grouchy start in pursuit of Blucher and Napoleon himself in pursuit of Wellington Warner and Marten

৩৮৫ During the night Wellington received promise of help from Blucher and determined to hold his ground (It is said that the Duke of Wellington himself rode over→

সেই দিনা আগবেলাতে নাপলেয়ঁ আহি কাত্‌ৰ্‌-ব্ৰা পোৱাহি হ'লে ৱেলিংটনৰ যে নিস্তাৰ নাছিল, সেই সম্বন্ধে সামৰিক বিশেষজ্ঞ-সকলৰ দুই মত নাই। ৱেলিংটনৰ হাতত কাত্‌ৰ্‌-ব্ৰাত সেনা আছিল পঞ্চাছ হাজাৰ। নাপলেয়ঁৰ আৰু মাৰ্শ্বেল নে'ৰ সেনা মিলি তাৰ দুগুণৰো অধিক হ'লহেঁতেন। গতিকে সময় মতে নাপলেঁয় আহি কাত্‌ৰ্‌-ব্ৰা পোৱাহি হ'লে এঘণ্টা সময়ো ৱেলিংটন তিষ্টিব নোৱাৰিলেহেঁতেন, সেই কথা ধ্ৰুৱ। তেতিয়া হ'লে, পিছদিনাৰ যুদ্ধও আৰু হ'বলৈ নাপায়। ৱেলিংটনৰ দিহা লগোৱাৰ পিছত পুনৰ ব্লুখাৰৰ দিহা লগাবলৈকো তেওঁৰ সৰহ পৰ নালাগিলহেঁতেন। সম্পূৰ্ণ বিজয়ৰ এই সোনালী সুযোগ নাপলেয়ঁৰ হাতৰ মুঠিয়েদি সৰকি গ'ল।[৩৮৬]

---

←to Wavre during the night of the 17th, and got personal assurance of support from Blucher) Warner and Marten

৩৮৬ If after the victory at Ligny, Napoleon had marched in the early morning of June 17, against Wellington s left, *he would have been victorious* This has been admitted by no less an authority than General Sir James Shaw Kennedy But on the morning of June 17 Napoleon got up too late to execute the manouvre that would have spelled Wellington's doom—and then proceeded to seal his fate by greatly weakening the army which had routed the Prussians The Napoleon of Wagram and Rivoli would not have made such a tactical blunder Colonel C Chesney, late Professor of military art and history at the Royal Staff College (England), was to concede that Wellington "owed something that day to Fortune—a considerable understatement *There would have been no battle of Waterloo* if Napoleon had got up early and not had weakened his army by sending Grouchy on a wild goose chase Korngold

১৭ তাৰিখৰ পুৱাৰপৰা নাপলেয়ঁৰ ওপৰত কোন দুষ্ট গ্ৰহৰ দৃষ্টি পৰিছিল ক'ব নোৱাৰি, এই মাৰাত্মক ভুলৰ পিছতো সুনিশ্চিত বিজয়ৰ সুযোগ তিনিবাৰকৈ তেওঁৰ হাতৰ মুঠিলৈ আহিছিল, আৰু তিনিওবাৰ সেই সুযোগ তেওঁ হেৰুৱাইছিল। কাত্‌ৰ্‌-ব্ৰাত আহি ৱেলিংটনক নাপাই, খৰখেদাকৈ তেওঁ ৱেলিংটনৰ পিছ ল'ব লাগিছিল। তাকে নকৰি কেইবা ঘণ্টা সময়ো তাত অবাৰত নিয়াই মাজ নিশাহে তেওঁ যোৰাঁত উঠিল। ৱটাৰ্লু গৈ পাওঁতে ৰাতি পুৱাল। তাত গৈ দেখে নব্বৈ হাজাৰ সেনা মজুত কৰি, এডোখৰ সুচল ঠাইত, ৱেলিংটনে ব্লুখাৰ আহিবলৈ বাট চাই আছে। নাপলেয়ঁই ৱটাৰ্লুলৈ নিছিল সত্তৰ হাজাৰ সেনা। ৱেলিংটনৰ সৈন্যসংখ্যা সৰহ দেখি গ্ৰুশ্ৰিলৈ নাপলেয়ঁই বাতৰি পঠালে যে ব্লুখাৰৰ পিছ এৰি তুৰন্তে তেওঁ ৱটাৰ্লুলৈ আহিব লাগে।

তিনি দিন তিনি নিশাৰ ছেদভেদ নোহোৱা বৰষুনৰ পিছত ১৮ তাৰিখৰ পুৱা ভাগলৈ বতৰে চকাহ দিলে। পুবা আঠ বজাত পুব আকাশত চকমকাই বেলি ওলাল। সেনাপতি সকলে আৰু সেনাই ভাবিলে এই পৰতে নাপলেয়ঁই আক্ৰমণৰ আদেশ দিব। নাপলেয়ঁৰ সেনাৰ যেন ভাগৰ-যুগৰ নাই, শত্ৰুৰ ওপৰত জঁপিয়াই পৰিবলৈ সিঁহত উত্ৰাৱল। লা মাৰ্তিনে কৈছে, 'সম্ৰাট আৰু সৈন্য বাহিনীৰ মাজত একেখন হিয়াই হে যেন ধুপধুপাইছিল। তেওঁলোকৰ একেটিয়েই যেন আত্মা—নাপলেয়ঁই সৈন্যবাহিনী, সৈন্যবাহিনীয়েই নাপলেয়ঁ। তেওঁৰ সাম্ৰাজ্য তেওঁলৈ ঘূৰাই আনিবলৈ, নাইবা তেওঁৰ লগতে জাহ গৈ, তেওঁৰ পতন গৌৰৱমণ্ডিত কৰিবলৈ সৈন্যবাহিনী সাজু। সেনাৰ প্ৰাণত এনে এহাগুধীয়া শ্ৰদ্ধাভক্তি, ভালপোৱা ওপজাব পৰাটো, আৰু সেনাই এনে উন্মাদ একাগ্ৰতা দেখুৱাব পৰাটোৱেই যথাক্ৰমে নাপলেয়ঁ আৰু তেওঁৰ সৈন্যবাহিনীৰ মাহাত্ম্যৰ চানেকী।'[৩৮৭]

---

৩৮৭ "One heart" says Lamartine, "beat between these men and the Emperor In such a moment they shared the→

যুদ্ধত নামিবলৈ সেনা আৰু সেনাপতিসকলৰ বেজী সিওঁ সিওঁ লাগি আছে, কিন্তু নাপলেয়ঁই দেখোন আক্ৰমণৰ আদেশ নিদিয়ে, সময় উকলি গৈ আছে, তেওঁ নিমাত। কিয় তেওঁ লেহেম কৰি আছিল, আজিলৈকে কোনেও সঠিককৈ ক'ব পৰা নাই। খেনোৱে কয়, তেওঁ কাকো কোৱা নাছিল যদিও, সেই দিনা তেওঁৰ পেটৰ বিষে উক্ দিছিল। আনৰ মতে, গ্ৰুশিৰ বাহিনী আহি নোপোৱালৈকে আক্ৰমণৰ আদেশ দিয়া নিৰাপদ ন'হব বুলি তেওঁ শঙ্কা কৰিছিল। অৱশেষত যেতিয়া আদেশ দিলে, তেতিয়া বেলি মাজ আকাশ পাবলৈ অলপহে বাকী আছিল। এই এবেলাৰ পলমেই সেই দিনা তেওঁক ধ্বংস কৰিব।[৩৮]

সম্ৰাটৰ আদেশ পোৱা মাত্ৰকে 'ভিভ্ লপঁৰৰ' ধ্বনিৰে আকাশ পাতাল কঁপাই ফৰাচী অশ্বাৰোহীয়ে আক্ৰমণ আৰম্ভ কৰিলে। ইংৰাজ সেনায়ো বিপুল সাহেৰে যুঁজিবলৈ লাগিল। স্বয়ং মাৰ্শেল নেই ইংৰাজ বাহিনীৰ আৰলী ভাঙিবলৈ বাৰে বাৰে চেষ্টা দি, ব্যৰ্থ হৈ উলটি আহে। ব্লুখাৰ আহি পোৱাৰ আশঙ্কাত যিমান বেগাই পাৰে যুদ্ধৰ অন্ত পেলাবলৈ জাকে জাকে পদাতিক সেনাকো নাপলেয়ঁই যুঁজলৈ আগ বঢ়ালে। ইংৰাজবাহিনী সৰহ পৰ তিষ্ঠিব পৰাৰ আশা ক্ষীণ হৈ আহিল। ক্ৰচেন্সলৈ যোৱা বাটত আহত

←same soul The army was Napoleon Never before was it so entirely Napoleon as now It was determined on everything, even on the sacrifice of itself to restore him his empire, or to render his last fall illustrious To have inspired such devotion was the greatness of Napoleon, to evince it even to madness was the greatness of his army"

Such is the reluctant concession of Napoleon's most envenomed foe Abbott

৩৮ The loss of this half-day is to destroy him E L

ইংৰাজ সেনাৰ শাৰী লানী নিছিগা হ'ল।[৩৮৯] ৱেলিংটনে নৌ বাহিনীৰ এড্‌মিৰেললৈ বাতৰি পঠালে, সেনা অপসৰণ কৰাৰ বাবে তুৰন্তে জাহাজ সাজু কৰিব লাগে। সেই নৌ বাহিনীৰ ইংৰাজ এড্‌মিৰেল জনেই পিছত চেইণ্ট হেলেনাত নাপলেয়ঁৰ আগত এই কথা স্বীকাৰ কৰিছিল।[৩৯০] ব্লুখাৰলৈ ৱেলিংটনে লিখিলে, "তৎক্ষণাৎ সহায় নাপালে এই যুদ্ধৰ অন্ত পৰিল বুলি ধৰি লওক।"

তেতিয়া আবেলি পাঁচটা বাজিছে। নাপলেয়ঁই তেতিয়াও গাৰ্দ-পল্টনক যুদ্ধত নমোৱা নাই। গাৰ্দক যুদ্ধলৈ আগ বঢ়োৱাৰ এইটোৱেই আছিল শুভ লগ্ন। গাৰ্দ-পল্টনে সেই মুহূৰ্তত যোগ দিয়া হ'লেই, খন্তেকতে যুদ্ধৰ ওৰ পৰে। কিন্তু নাপলেয়ঁৰ মূৰত সেইদিনা যি কুগ্ৰহ চাপিছিল তাৰ ফলত কুসিদ্ধান্ত এৰি সুসিদ্ধান্ত তেওঁ ল'ব নোৱাৰা হ'ল। তেতিয়াও গাৰ্দ-পল্টনক আক্ৰমণৰ আদেশ নিদি, গ্ৰুখি অহালৈ তেওঁ বাট চাই ৰ'ল।[৩৯১]

ইংৰাজ সেনাই ৰণভঙ্গ দিওঁ দিওঁ হৈছে এনেতে হাজাৰে হাজাৰে প্ৰুচ্ সেনা হাবিৰ মাজৰপৰা ওলাই ৰণৰ থলীৰ পিনে আগুৱাই

---

৩৮৯ In the midst of these awful scenes, early in the afternoon, portions of Wellington's lines were giving way and flying in dismay towards Brussels, carrying tidings of defeat Abbott

৩৯০ An English admiral, whose vessel had been lying off the coast during the battle of Waterloo, assures the Emperor that Wellington had already given orders to ship the English army because Blucher did not arrive E L

৩৯১ In fact the English forces are half-defeated It is five O'clock, and the guard might have finished the defeat, for at this hour Wellington sent a message to his Prussian ally "Unless your corps keeps marching and attacks without respite, the battle will be lost" This would have been the moment for an attack by the old guard, but once more the Emperor holds his hands at this critical moment E L

অহা দেখিবলৈ পোৱা গ'ল। ফ্ৰেচ্ সেনাপতি বুলো, ত্ৰিছ্ হাজাৰ সেনা লৈ ৱটাৰ্লুৰ ৰণাঙ্গনত ওলালহি। যুদ্ধৰ পৰিস্থিতি উলটি গ'ল। শত্ৰুৰ সৈন্য সংখ্যা এতিয়া নাপলেয়ঁৰ সেনাৰ প্ৰায় দুগুণ হ'ল। সমুখত এই ঘোৰ বিপদ দেখিও অৱশ্যে নাপলেয়ঁই ধৈৰ্য্য হেৰুওৱা নাছিল। সেনাপতি সকলে প্ৰমাদ গনা যেন দেখি মাৰ্শেল চুলক তেওঁ কৈছিল, "আগতে বিজয়ৰ সম্ভাৱনা শতকৰা নব্বৈ ভাগ আছিল, এতিয়া তাৰে ত্ৰিছ্ ভাগ কমিল, শতকৰা ষাঠি ভাগ এতিয়াও আমাৰ সপক্ষে, চুৰ্তি হেৰুৱাৰ নালাগে।"

নতুন পৰিস্থিতিৰ জোখাৰে যুদ্ধ পৰিচালনাৰ গতিবিধি সলাই, নাপলেয়ঁই গ্ৰুশ্বিলৈ আকৌ দুবাৰকৈ জৰুৰী বাতৰি পঠালে, তুৰন্তে যেন তেওঁ সমুদয় সেনা লৈ ৱটাৰ্লু লৈ আহে। গাৰ্দ-পল্টনক আক্ৰমণৰ আদেশ তেতিয়াও তেওঁ নিদিলে।

সিপিনে সেনাপতি গ্ৰুশ্বিয়ে তেতিয়া কি কৰি আছিল? দেৱতাই দিলেও বোলে কেতিয়াবা বিধাতাই নিদিয়ে। নাপলেয়ঁই তেওঁলৈ পঠোৱা জৰুৰী বাৰ্তাৰ এটিও গৈ তেওঁৰ হাতত নপৰিল, বাটতে শত্ৰুৱে জব্দ কৰিলে। ব্লুখাৰৰ গুপ্তসূত্ৰ বিচাৰি উলিয়াব নোৱাৰি, ৱটাৰ্লুৰ পৰা মাথোন দুঘণ্টাৰ বাটত, সৈন্যসামন্ত লৈ গ্ৰুশ্বি থম্‌থম্‌কৈ বহি আছে। অনতিদূৰত বৰতোপৰ গাজনিয়ে, হিলৈৰ গুমগুমনিয়ে ভুইকপঁৰ দৰে চৌদিশ কঁপাই তুলিছে। গ্ৰুশ্বিৰ চিপাহীহঁতৰ কাণত সেই শব্দ পৰিছেহি। সিহঁতে চিঁঞৰ বাথৰ লগালে, "যুদ্ধলৈ নগৈ হাত সাৱটি আমি ইয়াত বহি আছোহঁক কিয়?" সেনাপতি একৃচেল্‌মানে ঘোঁৰা চেকুৰাই গ্ৰুশ্বিৰ সমীপলৈ আহি ক'লে, "ইংৰাজৰ লগত আমাৰ যুদ্ধ আৰম্ভ হৈছে, সেই সম্বন্ধে সন্দেহ নাই। তুৰন্তে আমি এতিয়া ৰণস্থলীলৈ যোৱা উচিত। মই এজন প্ৰবীণ সৈনিক, ইতালিত সম্ৰাটৰ লগত যুঁজিছো। সম্ৰাটৰ যুদ্ধকৌশল মোৰ বিশদৰূপে জনা আছে। নিঃসংকোচে আপুনি মোৰ উপদেশ মানি ল'ব পাৰে।" কাউন্ত্ জেৰাৰেও দৃঢ় ভাবে একৃচেল্‌মানক সমৰ্থন কৰিলে। কিন্তু

গ্ৰ.খিয়ে তেওঁলোকৰ কথা কাণত নুতুলিলে, ক'লে, "সম্ৰাটৰ আদেশ অনুসৰি মই ব্লুখাৰক আগ ভেঁটিব লাগিব, সেই আদেশ মই অমান্য কৰিব নোৱাৰোঁ।" সিপিনে ব্লুখাৰৰ সেনা যে তেওঁৰ হাতৰ মুঠিয়েদি সৰকি যুদ্ধক্ষেত্ৰৰ পিনে আগ বাঢ়িছে সেই বিষয়ে তেওঁৰ চেতনা নাই। মাৰ্শ্বেল গ্ৰ.খিয়ে সঁচা-কৈয়ে আদেশৰ দাস হৈ এনে কাম কৰিছিল নে বিশ্বাসঘাতকতা কৰিছিল, সেই সম্বন্ধে নানা মুনিৰ নানা মত, কিন্তু তেওঁ যদি প্ৰবীণ সেনাপতি এক্‌চেল্‌মানৰ পৰামৰ্শমতে সেইদিনা ৱটাৰ্লুলৈ যাত্ৰা কৰিলেহেঁতেন, ৱেলিংটনৰ ইংৰাজ সেনা আৰু বুলোৰ প্ৰুচ্‌ সেনা এটিও সেইদিনা সাৰি যাব নোৱাৰিহেঁতেন।[৩১২]

বুলোৰ প্ৰুচ্‌ সেনা আহি পোৱাৰ লগে লগে ইংৰাজ সেনাৰ প্ৰাণলৈ নতুন উৎসাহ আহিল। দুগুণ উদ্যমেৰে সিহঁতে যুঁজিবলৈ ধৰিলে। দুৰ্বাদল যুদ্ধ চলি থাকিল। সাগৰৰ বুকুত যেন এখন বৰ-জাহাজ হেলিছে দুলিছে। এবাৰ টিং ওপৰমুৱা হয়, এবাৰ তললৈ নামে। সঙ্গীন টোৰাঁই, বজ্ৰ হুঙ্কাৰ দি কৰাচী আচোৰাৰে বাৰে বাৰে আক্ৰমণ কৰে, হিলৈৰ গুলিত থকা সৰকা হৈ বাৰে বাৰে উলটি আহে। সাগৰৰ প্ৰকাণ্ড একোটা ঢৌ যেন থাওঁ থাওঁকৈ আগুৱাই গৈ, পাৰ পাই ধামখুমীয়া বাগৰাদি ধম্‌ধমাই বাগৰি পৰে।

যুদ্ধৰ বেহৰূপ বেথ কৰি নাপলেয়ঁই ঘূৰি পকি ফুৰিছে। তেওঁৰ অজেয় গাৰ্দ-পল্টনক তেতিয়াও যুদ্ধত নমোৱা নাই। বেলি পশ্চিম আকাশেদি নামি গৈ আছে। বিয়লি বেলিকা সাত বজাতো[৩১৩]

---

৩১২ Had Grouchy followed these counsels, and appeared upon the field with his division of thirty thousand men, probably not a man of the English or the Prussian army could have escaped But Grouchy, though he had lost sight of Blucher, pleaded his orders to follow him In the circumstances of the case, to everyone but himself, the path of duty seemed plain Abbott

৩১৩ ইউৰোপত জুন মাহত পিছবেলা দহ বজাৰ আগত বেলি নপৰে।

যোতিয়া যুদ্ধৰ উপশম নঘটিল, তেতিয়াহে তেঁও গাৰ্ড-পল্টনক আক্ৰমণৰ আদেশ দিলে। কিন্তু বিজয়ৰ শুভক্ষণ তেতিয়া উকলি গ'ল।

বিশ্ববিজয়ী গাৰ্দ বাহিনী। তেতিয়ালৈকে যিথন যুদ্ধতে নামিছে, তাতে জয়লাভ কৰি আহিছে। সেই পল্টনৰ আগত থিয় দিয়াৰ শক্তি কোনো সেনাৰ তেতিয়ালৈকে হোৱা নাছিল। গাৰ্দৰ দুৰ্দ্ধৰ্ষ আক্ৰমণত শত্ৰুসেনাই ফিৰিঙতি ওকৰা দিবলৈ ধৰিলে। শত্ৰুসেনাৰ আৰলী জহি-খহি গ'ল। সন্ধিয়া আঠ বাজিবৰ পৰ হ'ল। শত্ৰু সেনাৰ আকৌ ৰণভঙ্গ দিওঁ দিওঁ অৱস্থা। ৱেলিংটনে আকাশলৈ চাই মিনতি জনালে, "হে ঈশ্বৰ, নিশাৰ আন্ধাৰ নাইবা ব্লুথাৰক আনি দিয়ঁা" ( Would to God, Blucher or night were come! )"

খন্তেকৰ ভোজ খাওঁতা নাই। বটাৰ্লুৰ ভয়ঙ্কৰ যুদ্ধৰ অন্ত পৰোঁ পৰোঁ হৈছে, এনেতে দেখা গ'ল পূব পিনেদি এটা বিৰাট পৰ্বত ৰণস্থলীৰ পিনে খোজ লৈ আহিছে। পঞ্চাশ হাজাৰ সেনা লৈ ব্লুথাৰ ৱটাৰ্লু পালেহি। বিনা মেঘে বজ্ৰপাত। নৈ পাৰ হৈ ঘাটৰ কাষ চাপি এতিয়া নাও বুৰে। চকুৰ পলকতে সমৰৰ দাবা-খেলত ওলট-পালট ঘটিল।

দিনমান প্ৰাণটাকি যুঁজি আধাসাৰি হোৱা ফৰাচী সেনাই অপৰ্যাপ্ত প্ৰুচ্ সেনাৰ আক্ৰমণত খন্তেকতে ছেদেলী-ভেদেলী হৈ ৰণভঙ্গ দিলে। শেহলৈকে লৰচৰ নকৰাকৈ ৰ'ল একমাত্ৰ গাৰ্দ পল্টন। তেতিয়াও গাৰ্দে যুঁজিবলৈ এৰা নাই। সেই দৃশ্য দেখি গাৰ্দৰ লগতে নিজকো আহুতি দিবলৈ শত্ৰুসেনাৰ মাজলৈ পোনাই নাপলেয়ঁই ঘোৰাঁত চেকুৰ দিলে। সেনাপতি চুলে নাপলেয়ঁৰ ঘোৰাঁৰ লেকাম ডালত খপ্ কৰে ধৰি ক'লে, "সম্ৰাট, যুদ্ধক্ষেত্ৰত সৈনিকৰ মৃত্যু আপোনাৰ কপালত নাই। আপুনি নিজেই এদিন কোৱা নাছিল নে 'তোমালোকৰ সম্ৰাটৰ বুকু ভেদ কৰিব পৰা গুলি এতিয়াও শানত দিয়া হোৱা নাই।' যি হ'বৰ হ'ল, অযথা বন্দী হৈ

আপোনাৰ অপূর্ব জীৱন কাহিনীত কিয় কলঙ্কৰ ছাই সানিবলৈ যাব ?" কেইজনমান আচোৱাৰে বেৰি নাপলেয়ঁক আঁতৰাই নিলে।

ৱেলিংটনে দূৰবীন চকুত লৈ সকলো কথাৰ বেথ বুজি আছিল। গার্ড পল্টনৰ অৱশিষ্ট সেনাক সম্বোধন কৰি বজ্ৰহুঙ্কাৰ দি তেওঁ মাত লগালে, "Surrender!" (আত্মসমৰ্পণ কৰাঁ)। তাৰ উত্তৰত সেনাপতি কামব্ৰণে কোৱা কথাষাৰ বুৰঞ্জীপাতত চিৰকাললৈ জিলিকি থাকিব। বজ্ৰহুঙ্কাৰ দি তেওঁও উত্তৰ দিলে, "La garde meurt, elle ne se rend pas" (The Guard dies, it never surrenders): গার্ডে আত্ম বিসর্জন দিব জানে, আত্ম-সমৰ্পণ কৰিব নাজানে।"

শেষবাৰলৈ 'ভিভ্ লপেঁৰৰ' ধ্বনি তুলি নাপলেয়ঁই নিজ হাতেৰে গঢ়ি তোলা গার্ড বাহিনীৰ শেহতীয়া সেনাই শেষ আক্ৰমণ চলাই এটি এটিকৈ যমৰ আলহী হ'ল। যি পল্টনে কুৰি বছৰে নাপলেয়ঁৰ অতুল প্ৰতিভাৰে প্ৰতিভাত হৈ ফৰাচী জাতিৰ সামৰিক কীৰ্তি চিৰযুগমীয়া কৰিছিল, যি পল্টনৰ নাম শুনিলে সমগ্ৰ ইউৰোপ থৰথৰিমান, সেই অজেয় বাহিনী প্ৰায় চিনচাব নোহোৱাকৈ ৱটাৰ্লুৰ ৰণাঙ্গণত লয় হ'ল। ১৮১৫ চনৰ জুন মাহৰ ১৮ তাৰিখৰ সন্ধিয়া ৱটাৰ্লুৰ সূৰ্য্য পশ্চিম দিগন্তত মাৰ যোৱাৰ লগে লগে নাপলেয়ঁ ব'নাপাৰ্তৰ ভাগ্যৰবিও চিৰদিনলৈ মাৰ গ'ল।

তেজেৰে ৰাঙলী তৰোৱাল নচুৱাই নচুৱাই ৱেলিংটন আৰু ব্লুখাৰে দুয়ো দুয়োৰে পিনে ঢপলিয়াই আহি, আনন্দত মতলীয়া হৈ, বিকট হাঁহি মাৰি কৰমৰ্দন কৰিলে। দুয়োৰো মাজত অলপ থকাখুন্দাও বোলে লাগিছিল। ৱেলিংটনে কয়, "মইহে এই যুদ্ধত জয়লাভ কৰিছোঁ, মৰ্য়ে নাপলেয়ঁক প্ৰথম হৰুৱালোঁ।" ব্লুখাৰে উত্তৰ দিয়ে, "তুমিতো পলাবলৈ ঠেং মেলিছিলাই, কোনে তোমাক ভাবিলেহি। এই যুদ্ধৰ বিজয়ী সেনাপতি মই হে।"৩১৪

৩১৪ Blucher and Wellington, with their dripping swords, met with congratulations on the bloody arena Each claimed the honour of the victory Abbott

সিপিনে ৰণাঙ্গনত তেতিয়া কি শোকাবহ দৃশ্য! তেজেৰে তুম্‌বলি ৰণৰ থলী চল্লিছ্‌ হাজাৰ মৃত আৰু বিকলাঙ্গ দেহেৰে ঢাক খাই আছে। কোন মহান নীতিৰ বেদীত সেই দিনা চল্লিছ্‌ হাজাৰ বীৰ সৈনিকক বলি দিয়া হৈছিল? যদি এজন ঈশ্বৰ আছে, সেই ঈশ্বৰৰ ওচৰত এই নৃশংস হত্যাকাণ্ডৰ বাবে কোনে কৈফিয়ৎ দিবলগীয়া হৈছিল—নাপলেয়ঁই নে ইউৰোপৰ ৰাজন্যবৰ্গই, সেই কথা পাঠকে নিজে বিচাৰ কৰি চাব।

ৰণপৰলীয়া ফৰাচী সেনাক খেদি নিবলৈ ভাগকৰা ইংৰাজ সেনাৰ গাত তেতিয়া আৰু শকতি নাই। সেই কামৰ ভাৰ পৰিল ব্লুখাৰৰ ওপৰত। কচাই ব্লুখাৰে (Blucher the Butcher) সেই কাম খুঁত নৰখাকৈ সমাধা কৰিছিল। ঘূৰ্ণীয়া, পলৰীয়া ফৰাচী চিপাহীকো সঙ্গীনেৰে খুচি সাং কৰিবলৈ তেওঁ এৰা নাছিল।

লাইপচিকৰ যুদ্ধত অগণন শত্ৰুসেনাৰ হাতত এমুঠি ফৰাচী সেনাক বধ হবলৈ নিদি, নাপলেয়ঁই সেনা অপসৰণ কৰিবলৈ বাধ্য হৈছিল হয়, কিন্তু এতিয়ালৈকে সত্তৰ খনৰো অধিক যুদ্ধৰ এখনতো তেওঁ পৰাজিত হোৱা নাছিল। ৱটাৰ্লুৰ যুদ্ধতে নাপলেয়ঁৰ প্ৰথম আৰু শেষ পৰাজয়—সম্পূৰ্ণ পৰাজয়।[৩১৫]

ৱটাৰ্লুৰ যুদ্ধৰ বাতৰি পাই এজন বিশিষ্ট ইংৰাজ, ৰবাৰ্ট হলে কৈছিল, "ৱটাৰ্লুৰ যুদ্ধৰ পৰিণতিৰ বাতৰি পাই মোৰ মনত এনে ভাব হৈছিল যেন পৃথিবীৰ ঘড়ীটো ছটা যুগ পিছুৱাই গ'ল।[৩১৬]

ৱটাৰ্লুৰ জিকা যুদ্ধত নাপলেয়ঁ কেনেকৈ হাৰিবলৈ পালে সেই সম্বন্ধে সামৰিক বুৰঞ্জীবিদ সকলৰ মাজত বহু জল্পনা-কল্পনা হৈছে

---

৩১৫ The battered French army takes to flight, and Bonaparte, in his last hour as commander, is for the first time commander of a routed army E L

৩১৬ "When I heard the result of the battle of Waterloo, I felt that the clock of the world had gone back six ages" quoted by Abbott

যদিও, সিমকলৰ মাজত বিশেষ মতভেদ নাই। নাপলেয়ঁৰ অন্ধ উপাসক দুই চাৰিয়ে সেই অঘটনৰ বাবে সেনাপতি ক্ৰমঁ, নে আৰু গ্ৰুশিক দায়ী কৰিব খোজে। তেওঁলোকৰ মতে জেনেৰেল ক্ৰমঁৰ বিশ্বাসঘাটাকতা, মাৰ্শেল নেইৰ গাফিলতি আৰু মাৰ্শেল গ্ৰুশিৰ বিচাৰবুদ্ধিৰ অভাৱৰ কাৰণেই এই অঘটন ঘটিছিল। কিন্তু সেই কথা সঁচা নহয়, এই তিনি সেনাপতিয়ে সধা অনিষ্ট স্বত্বেও যে নাপলেয়ঁই জয়লাভ কৰিব পাৰিলেহেঁতেন আৰু পৰাজয়ৰ বাবে যে তেওঁ নিজেইহে দায়ী, ওপৰত বৰ্ণোৱা ঘটনাৱলীৰপৰাই সেই কথা সহজে বুজিব পৰা যাব।

গতিকে প্ৰশ্ন হ'ল, যিজন সেনাপতিক বুৰঞ্জীয়ে আলেকজাণ্ডাৰ আৰু জুলিউচ্ চিজাৰৰো ওপৰত ঠাই দিছে, তেনে এজন বিচক্ষণ সেনাপতিয়ে ১৭ আৰু ১৮ তাৰিখৰ সেই দুটা দিনত ইটোৰ পিছত সিটোকৈ ইমান বিলাক ভুল কৰিবলৈ পালে কেনেকৈ? এমিল লুডউইগৰ মতে তাৰ গুৰিত আছিল মানসিক আৰু দৈহিক অৱসাদ, আৰু তাৰ বাবে তেখেতে ঘাইকৈ জগৰীযা কৰিছে মাৰিয়া লুইচাক।৩৯৭ বাহিৰে প্ৰকৃতিস্থ হৈ দেখুৱালেও, ঘৈণীয়েকৰ ব্যৱহাৰে আৰু ল'ৰাৰ শোকে অন্তৰে অন্তৰে নাপলেয়ঁক দগ্ধ কৰি তেওঁৰ মনলৈ যি গভীৰ অৱসাদ আনিছিল, তাৰ প্ৰভাৱ তেওঁৰ শৰীৰতো পৰিছিল। তাৰ ফলাতে তেওঁৰ শেষ সামৰিক অভিযানত তেওঁৰ স্বাভাৱিক তেজ, বিক্ৰম, উদ্যম, বিচাৰবুদ্ধি তেওঁ হেৰুৱাইছিল।

সেইটোৱেই ঘাই কাৰণ হ'লেও, একমাত্ৰ কাৰণ নাছিল। কুৰি বছৰে ৰাতি দিন নামানি হাডক মাটি তেজক পানী কৰি অকালতে নাপলেয়ঁই যৌৱনৰ অলৌকিক পৰাক্ৰম হেৰুৱাইছিল। প্ৰকৃত কথা হ'ল, এল্বাৰ পৰা ঘূৰি অহাৰ পিছত নাপলেয়ঁ আগৰ নাপলেঁয় হৈ নাছিল। এল্বাত তেওঁৰ অসামান্য কৰ্মশক্তি প্ৰয়োগ কৰাৰ থল

৩৯৭ ' First and formost, his wife's behaviour has shaken him "

নাপাই তেওঁৰ গা গধুৰ হৈছিল। আগৰদৰে বিজুলী বেগেৰে ইঠাইৰ পেৰা সিঠাইলৈ যোৱাৰ শক্তি তেওঁ হেৰুৱাইছিল। মিত্ৰশক্তিৰ অনাচাৰ আৰু ল'ৰা তিৰোতাৰ চিন্তাই তেওঁৰ মানসিক অৱনতি ঘটোৱাও স্বাভাৱিক।[৩৯৮]

ৱটাৰ্লুৰ যুদ্ধৰ কথা সুঁৱৰি চেইণ্ট হেলেনাত এদিন তেওঁ সংগীসকলক কৈছিল, "যুদ্ধৰ আগৰ গোটেই নিশাটো মই ঘোঁৰাৰ পিঠিত থকা উচিত আছিল, কিন্তু বৰ ভাগৰ লাগিল, নোৱাৰিলোঁ।" তেনে ভাগৰ আগৰ কোনো যুদ্ধত কাহানিও তেওঁৰ লগা নাছিল।[৩৯৯]

পৰাজয়ৰ কাৰণ যিয়েই নহওক লাগে, নাপলেয়ঁৰ শেষ অভিযানৰ বিবৰণ শুনিলে এনে এটি ভাব মনলৈ নাহি নোৱাৰে যে কিবা এক

---

৩৯৮ (ক) For Napoleon was not what he had been This is not remarkable, it would have been strange had it been otherwise It was impossible for the human frame to stand the constant strain on body, mind and nerve which he had imposed upon himself The strategy by which he silently and swifty launched his army into Flanders was indeed a combination worthy of his best days But on his arrival at the scene of war, his vitality, *once superhuman,* had forsaken him Rosebery

৩৯৮ (খ) That his health and as a consequence, his military genius, failed him in the Belgian campaign admits of no doubt Korngold

৩৯৮ (গ) Able was I ere I saw Elba এই বাক্যষাৰ বাঁওফালৰপৰা সোঁফাললৈ পঢ়িলে যি শুনি, সোঁফালৰপৰা বাঁওফালেলৈ পঢ়িলেও তাকে শুনি। দৰাচলতে এইষাৰ নাপলেয়ঁই কোৱা কথা নহয়। তেওঁ ইংৰাজী ভাষা নাজানিছিল।

৩৯৯ He himself acknowledges that had he not been so tired he should have been on horseback all the night before Waterloo, though as it was, he mounted his horse an hour after midnight and rode till dawn During The Hundred Days though he displayed great energy, *he had ceased to be Napoleon* Rosebery

অদৃশ্য শক্তিয়েহে সেই অভিযান পৰিচালনা কৰিছিল, আৰু সেই অদৃশ্য শক্তিয়েইহে মানৱ জীৱনৰ গতি নিৰূপণ কৰে। অলৌকিক প্ৰতিভাৰ গৰাকী হৈ একো একোজন ক্ষণজন্মা পুৰুষ মৰ্ত্যলৈ আহে। প্ৰতিভাৰ বলেৰে পৃথিবীত ইটোৰ পিছত সিটোকৈ অসাধ্য সাধন কৰি উথাই গৈ থাকে। তাৰ পিছত অকস্মাত এদিন সেই অদৃশ্য শক্তিয়ে যেন কাঠ-হাঁহি মাৰি কয়, "হৈছে, আৰু নালাগে, প্ৰতিভাৰ গুণত তুমি কৰিব নোৱৰা কাম সংসাৰত নাই বুলি ভাবিছিলা। তোমাৰ সেই ধাৰণা যে ভুল, আজি বুজিলানে?" আলেকজাণ্ডাৰ আৰু জুলিউচ্ চিজাৰৰ জীৱনীলৈ চালেও সেই একেটি নিগূঢ় সত্যকে উপলব্ধি কৰিব পাৰি। গতিকে ভ্ৰাইক্‌চ্‌ডেইলে কোৱা কথাষাৰেইহে ৱটাৰ্লুৰ যুদ্ধৰ পৰিণতিৰ প্ৰকৃত ব্যাখ্যা: **Man does naught by himself He is but the foam upon the billow, which rises, bubbles and bursts, not by his own efforts but by the mightier impulses of Fate** উনৈছ্ শতিকাৰ অন্যতম শ্ৰেষ্ঠ মনীষী ভিক্‌তৰ হুগোয়ো কৈছে, "ৱটাৰ্লুত নাপলেয়ঁই ইংৰাজ আৰু জাৰ্মান সেনাৰ বিপক্ষে যুঁজা নাছিল, যুজিছিল তেওঁৰ ভাগ্যৰ বিপক্ষে।" সেই যুদ্ধত ভাগ্যদেৱী নিয়তি নাপলেয়ঁৰ প্ৰতিকূল হৈছিল। সেই সৰ্বশক্তিময়ী দেৱীৰ কৃপাদৃষ্টি ন'হ'লে ক্ষুদ্ৰ মানৱৰ সকলো প্ৰয়াস তৰঙ্গিত সমুদ্ৰবক্ষৰ বুদ্বুদতুল্য হয়। নাপলেয়ঁৰ কল্পনাতীত উত্থান আৰু পতন তেওঁৰ ভাগ্যলিপিত লিখা আছিল। কপালগুণীয়া ঘটনাচক্ৰৰ ওপৰত মানুহৰ হাত নাই। ভাগ্যনিয়ন্ত্ৰাৰ অমোঘ বান ওফৰোৱাৰ শক্তি নাপলেয়ঁৰো নাছিল। জাৰ্মান মনীষী গ্যোটেই ক'বৰ দৰে, "গতিকে নেপোলিয়ঁনো পৰাস্ত হ'ব পাৰে "(**So, even Napoleon can be defeated**)।"

ৱটাৰ্লুৰ যুদ্ধৰ পুৰা এবছৰৰ পিচত ১৮১৬ চনৰ জুন মাহৰ ১৮ তাৰিখে চেইণ্ট হেলেনাত, সেইযুদ্ধৰ কথা ওলাওঁতে নাপলেয়ঁই বনবাসৰ লগৰীয়া কিজনক কৈছিল, "মানুহৰ শক্তিৰে কুলোৱা

সকলোখিনি কাম কৰা হৈছিল। সেই অদ্ভুত অভিযানত, এসপ্তাহৰ ভিতৰত তিনিবাৰকৈ চকুৰ আগত সুনিশ্চিত বিজয় দেখিবলৈ পাইছিলোঁ। তথাপি, কালৰ সুগম ভৱিষ্যত মোৰ আঙুলিৰ মাজেদি সৰকি গ'ল। দুৰ্জ্জেয় সেই দিনটো! কিমান অঘটন একেলগে ঘটিল। বিশ্বাসঘাটকতা নে দুৰ্ভাগ্য? যিবিলাক বাধা বিঘিনিয়ে মোক মোৰ জীৱনৰ লক্ষ্যস্থানত উপস্থিত হ'বলৈ নিদিলে, সেই বিলাকৰ ওপৰত কিবা অধিদৈবিক শক্তিৰ হাত আছিল। দক্ষিণে সাগৰে মোৰ অভিযান ব্যৰ্থ কৰিলে, আৰু উত্তৰে মস্কোৰ অগ্নিকাণ্ড, বৰফ আৰু জাৰে সৰ্বনাশ সাধিলে। জল, বায়ু, অগ্নি—নিখিল প্ৰকৃতি মোৰ বিৰুদ্ধে থিয় হ'ল। প্ৰকৃতিয়েই হ'বলগা কামকো হ'বলৈ নিদিলে। দৈবই সৃষ্টি কৰা সমস্যাৰ সমাধান নাই।"

তাকে বোলে ভাগ্যৰ পৰিহাস, The pranks of Fate।[৪] আমাৰ শাস্ত্ৰত ক'বৰ দৰে :

ভাগ্যম্ ফলতে সৰ্বতঃ,
ন চ বিদ্যা ন চ জ্ঞানম্।

৪০০ ৱটাৰ্লুৰ যুদ্ধৰ আগৰ সময় ছোৱাত নাপলেয়'ৰ স্বাস্থ্যৰ কেনে অৱনতি ঘটিছিল, যুদ্ধৰ অন্তত তেওঁৰ শাৰীৰিক অৱস্থাবপৰা সেই কথা বুজিব পাৰি :

He was so fatigued that had Gourgaud not supported him he would have fallen from his horse

In August 1817, he said to Gourgaud, when the body is weakened the mind ceases to function properly : Korngold

## ৫২

২১ তাৰিখৰ দিনা পুৱা আঠ বজাত নাপলেয়ঁ পাৰীৰ 'এলিজে' ৰাজপ্ৰাসাদ পালেগৈ। তেতিয়া লোকসভাৰ আৰু ৰাজ্যসভাৰ[৪১] দিনে নিশাই তুমুল বৈঠক চলিছে। লোকসভাৰ পাঁচ শ সদস্যৰ সৰহ ভাগেই নকৈ নিৰ্বাচিত হোৱা, কম বয়সীয়া উগ্ৰপন্থী প্ৰতিনিধি, ৰাজ্যপৰিচালনাৰ বিষয়ত ভো-ভো পণ্ডিত। দলাদলিৰ হেঁচাত নকৈ কোনো কথা চালি জাৰি চোৱাৰ শক্তি কাৰো নাই। শঠাইনৰকী ফুশ্বে হ'ল সেই সংখ্যাগৰিষ্ঠ দলৰ নেতা। তেওঁ ইতিমধ্যে বেলিংটন আৰু ইংৰাজ মন্ত্ৰীসকলৰ লগত গুপুতে পত্ৰ বিনিময় কৰিবলৈ লৈছে।

ৰজবেৰীৰ মতে ফুশ্বেৰ দৰে এটি জঘন্য, ঘিনলগা চৰিত্ৰ বুৰঞ্জীত বিচাৰি পাবলৈ নাই।[৪২] ফুশ্বেৰ এশ চকুৰ মোহত নাপলেয়ঁই তেওঁক মন্ত্ৰীৰ আসন দিছিল। তাৰ পুৰস্কাৰ ফুশ্বেই এইবেলি দিব। ফুশ্বেৰ অনুগামী সংখ্যাগৰিষ্ঠ দলে মত দিলে, যিহেতু মিত্ৰশক্তিৰ ঘোষণাপত্ৰ মতে নাপলেয়ঁৰ বিৰুদ্ধেহে তেওঁলোক যুদ্ধত নামিছে, ফ্ৰান্সৰ বিৰুদ্ধে তেওঁলোকে যুদ্ধ নিবিচাৰে, শান্তি স্থাপনৰ পথত একমাত্ৰ অন্তৰায় নাপলেয়ঁ। গতিকে তেওঁক আঁতৰোৱা বিনে উদ্ধাৰৰ আন পন্থা নাই।

৪০১ Chambre des deputés=House of Representatives বা Chambre basse=Lower House Chambre des pairs=House of Peers বা Chambre haute=Upper House

৪০২ "It is difficult to cite in all history a personage more infamous and more loathsome than Fouche"

নাপলেয়ঁই সেই বাতৰি পাই কৈছিল; মিত্ৰশক্তিয়ে ঘোষণাপত্ৰত কোৱা সেইযাৰ কথানো সিহঁতে বিশ্বাস কৰিব লাগেনে? ইয়াতকৈ মূৰ্খালি কি হ'ব পাৰে? মিত্ৰশক্তিয়ে যে ফ্ৰান্সৰ ডিঙিত দাসত্বৰ শিকলি পিন্ধাব সেই কথা সিহঁতে বুজি পোৱা নাইনে?"৪০৩

সেনাপতি সকলে পৰামৰ্শ দিলে যে বোকাত লুতুৰি-পুতুৰি হৈ থি অৱস্থাত তেওঁ যুদ্ধক্ষেত্ৰৰ পৰা ঘূৰি আহি ৰাজপ্ৰাসাদ পাইছিলহি, সেই অৱস্থাতে সংসদলৈ গৈ সংসদী সকলক বুজাই কওক যে দেশৰক্ষা কৰাৰ এতিয়া একমাত্ৰ উপায়, পুনৰ যুদ্ধ দি ৰাজধানী ৰক্ষা কৰা। নাপলেয়ঁই সেনাপতি সকলৰ এই সজ উপদেশ কিয় নললে? এই সম্বন্ধে চেইণ্ট হেলেনাত লগৰীয়া সেনাপতি গুৰ্গক তেওঁ কৈছিল, "তৎক্ষণাৎ সংসদলৈ মোৰ যোৱা উচিত আছিল, কিন্তু মোৰ গা-মন আৰু নুধালে। ইমান বেগাই সিহঁত মোৰ বিৰুদ্ধে যাব বুলি মই ভাবিব পৰা নাছিলো। পুৰা আঠ বজাত মই ৰাজধানী পালোহি, দুপৰীয়া নৌ হওঁতেই সিহঁতে বিদ্ৰোহাচৰণ কৰি বহিল। বিদ্ৰোহ মই সহজে দমন কৰিব পাৰিলোঁহেতেন কিন্তু বিপ্লৱৰ সময়ত ঘটা ঘটনাৱলীৰ কথা তেতিয়াও কটকটীয়াকৈ মোৰ মনত আছিল। সেই ঘটনাৱলীৰ পুনৰাভিনয় হোৱাৰ সম্ভাৱনাৰ কথা ভাবি মোৰ মন কোঁচ খালে।" তাৰ পিছত মুখখন হাতেৰে মোহাৰি বেজাৰ কৰি তেওঁ কৈছিল, 'হাজাৰো হওক, ময়োতো এটা মানুহহে। সৈন্যবাহিনী মোৰ ল'ৰাক সিংহাসনত বহুওৱাৰ সপক্ষে আছিল। সৈন্যবাহিনীৰ

৪০৩ The demand for Napoleon's abdication was mainly due to the belief on the part of the deputies that it would save Paris from foreign occupation Had not the coalition emphasized that they were not making war upon France but upon Bonaparte? He felt certain that they would no more keep their word with France than they had kept with him, but yielded to pressure Korngold.

সহায় মই ল'ব পাৰিলোঁহেঁতেন। তাকে কৰা হলে চেইণ্ট হেলেনালৈ অন্ততঃ আহিবলগীয়া নহলহেঁতেন।"[৪০৪]

গা পা ধুই নাপলেয়ঁই মন্ত্ৰীমণ্ডলীৰ বৈঠক আহ্বান কৰিলে। নাপলেয়ঁ এবাৰ পৰা ঘূৰি অহাৰ পিছত ককায়েক জোচেফ আৰু ভায়েক লুচিঁয় পুনৰ ভেওঁৰ কাষ চাপিছিল। লুয়োজন আছিল সংসদৰ সদস্য। তীক্ষ্ণমতি লুচিয়ঁই নাপলেয়ঁক কলে, "ফ্ৰান্সক উদ্ধাৰ কৰাৰ এতিয়া একমাত্ৰ উপায়, মিচৰৰ পৰা উলটি আহি যি কৰিছিলা, আকৌ তাকে কৰা। সাময়িকভাৱে সংসদ (পাৰ্লামেণ্ট) ভাঙি দি একাধিপতিৰ ক্ষমতা (dictatorial powers) হাতত লোৱাঁ। শত্ৰুসেনা আহি ফ্ৰান্সত সোমাইছেহি, এসপ্তাহত ৰাজধানী পাবহি। এই সঙ্কটাপন্ন অৱস্থাত সংসদৰ সভ্যসকলক কথা চোবাই থাকিবলৈ দিলে দেশ ৰক্ষা পৰিবনে ?"

নাপলেয়ঁই উত্তৰ দিলে, 'সেই কথা ময়ো বুজিছোঁ, কিন্তু সংসদেও সেই কথা বুজি মোৰ হাতত সম্পূৰ্ণ ক্ষমতা নিদিলে বলেৰে সেই

৪০৪ (ক) At St Helena he was to say Gourgaud, "Yes, I should have gone to the chambers, but I was dog-tired, and I could not anticipate that they would turn against me so quickly I arrived at eight o'clock and at noon they were in insurrection " Then passing his hand wearily over his face, he was to add, "After all, I am only a men ' Korngold

৪০৪ (খ) 'The recollections of my youth deterred me', he said with truth in St Helena He had seen too much of the revolution to face any such contingency He entertained the profoundest repugnance to anything resembling disorder No eye witnesses of the 'Terror' was affected by a more profound reaction than Napoleon It had left him with a horror of excess and a passion for order Madame de Remusat says, "The Revolution had, indeed, set her seal on him, he had never forgotten it" Rosebery

ক্ষমতা ল'বলৈ নই নাযাওঁ। তেনে কৰিলে গৃহযুদ্ধ অৱশ্যম্ভাৱী। ঘৰত এখন যুঁজ লগাই, শত্ৰুক খেদাবলৈ আগ বাঢ়িলে, কিবা লাভ হ'বনে? ফ্ৰান্সৰ সমুখত এতিয়া ঘোৰ বিপদ, ফ্ৰান্সৰ ভবিষ্যত আন্ধাৰ। এই সঙ্কটত সংসদৰ সভ্যসকলে যদি সেই কথা বুজি নাপায়, মোৰ কি উপায় আছে? গ্ৰুশ্বিৰ অধীনত থকা ত্ৰিছ হাজাৰৰ বাহিনী এতিয়াও অটুত আছে, মাৰ্শ্বেল নেই ৰণ পৰলীয়া সেনা গোটাই পিটাই আৰু চল্লিছ হাজাৰ সেনা ৰণলৈ যুগুত কৰাত লাগিছে। অ'ৰ ত'ৰপৰা আৰু পঞ্চাছ হাজাৰ সেনা আমি গোটাব পাৰিম। লাগিলে জাতীয় পল্টনকো (Garde Nationale) যুদ্ধত নমাম। এখন যুদ্ধত হাৰিলোঁ বুলিয়েই যে শত্ৰু সেনাক ফ্ৰান্সৰ সীমান্তৰ পৰা খেদাব নোৱাৰিম, তাৰ কিবা অৰ্থ আছেনে? দেশক মই ৰক্ষা কৰিব লাগিলে, মোক সম্পূৰ্ণ ক্ষমতা দি, সকলো একগোট হৈ সকলোৱে মোক সহায় কৰিব লাগিব। সংসদক সকলো কথা বুজাই মেলি এই প্ৰস্তাৱ দিয়াঁগৈ। তেওঁলোকৰ পৰা সঁহাৰি পালেই মই কামত লাগি যাব পাৰোঁ। এক মুহূৰ্ত সময়ো এতিযা হানি হবলৈ দিব নোৱাৰি।"

নাপলেয়ঁই মন্ত্ৰী সকলক পৰিস্থিতি এনে দৃঢ়তাৰে প্ৰাঞ্জলকৈ বুজাই ক'লে যে কাৰ্ণকে আদি কৰি কেইবাজনো মন্ত্ৰী তেওঁৰ প্ৰস্তাৱ সমৰ্থন কৰিবলৈ ওলাল। নাপলেয়ঁৰ সপক্ষে কথাবতৰা ঢাল লোৱা যেন দেখি ফুশ্বেই লৰালৰিকৈ তুলাপাত এডুখৰিত কিবা লিখি লগুৱা এটিক সংসদলৈ পঠাই দিলে। মন্ত্ৰীসকলৰ লগত নাপলেয়ঁই পৰিস্থিতিৰ আলোচনা কৰি আছে এনেতে লোকসভাৰ পৰা বাতৰি আহিল যে সংসদৰ সভ্যসকল কিবা এক চিদাং সিদ্ধান্তত উপনীত নোহোৱালৈকে সংসদৰ বৈঠক চলি থাকিব, সংসদ ভাঙিবলৈ কোনোবাই চেষ্টা দিলে, সেই চেষ্টাক দেশদ্ৰোহৰ অপৰাধ বুলি গণ্য কৰা হ'ব, আৰু তেনে চেষ্টা দিওঁতাজনক দেশদ্ৰোহৰ অভিযোগত বিচাৰৰ সম্মুখীন কৰা হ'ব।[৪৫]

---

৪০৫ He explained the seriousness of the situation and said→

মন্ত্রীসকলে নাপলেয়ঁৰ প্ৰস্তাৱ সংসদত দাঙি ধৰিলত পুনৰ তুমুল বাক্‌বিতণ্ডা আৰম্ভ হ'ল। ৰাতিপুৱালৈকে বৈঠক চলিল। যি কাৰ্ণই প্ৰকাশ্যে নাপলেয়ঁৰ তীব্ৰ সমালোচনা কৰিবলৈ কোনোদিনা পিছহোঁহকা নাছিল, সেই প্ৰবীণ, বিজ্ঞ কাৰ্ণই নাপলেয়ঁৰ প্ৰস্তাৱৰ সপক্ষে তেওঁৰ অসামান্য বাগ্মিতা প্ৰয়োগ কৰিলে। আন এজন প্ৰবীণ ৰাজনীতিজ্ঞ পুৰুষ, সংবিধান ৰচোঁতা চিয়েয়ে কলে, "নাপলেয়ঁ এখন যুদ্ধত মাথোন হাৰিছে। বুঁৰ্বৰজাকক আমাৰ দেশৰ পৰা খেদাবলৈ তেওঁক আমি এতিয়া সকলো সহায় দিওঁহক। তেওঁত বাজে সেই কাৰ্য্য সমাধা কৰাৰ ক্ষমতা আন কাৰো নাই। শত্ৰুক খেদোৱাৰ পিছত তেওঁ যদি একাধিপতিৰ শাসন চলোৱাৰ চেষ্টা কৰে, আমি তেওঁক ফাঁচী দিব পাৰিম। কিন্তু আজিৰ দিনত তেওঁৰ হাতত হাত মিলাই আমি আগবাঢ়িব লাগিব।"৪০৬

---

←that a temporay dictatorship was imperative to save the country from foreign domination

Napoleon outlined the measures he meant to take and did it so convincingly that some of the ministers were won over He (Fonche) now scribbled a note to one of his henchmen in the House of Representatives and gave it to a page with instructions that it be delivered immediately While the matter was being discussed a message from the House of Representatives was delivered to him (Napoleon) It informed him that the chamber had declared itself in permanent session, that any attempt to dissolve it would be regarded as treason against the state, that he who attempted it would be considered a traitor and would be tried for high treason Korngold

৪০৬ Honest Carnot mounts the rostrum, and in this moment of disaster, is almost alone in espousing the cause of the Emperor, whom almost alone he had openly attacked in the days when all others had been subservient to the man of the hour But now Sieyes too speaks in favour→

সেই সময়ত ফ্ৰান্সৰ উদাৰপন্থী, গণতান্ত্ৰিক দলৰ অন্যতম শীৰ্ষ-স্থানীয় নেতা আছিল লাফায়েৎ। ইংৰাজৰ বিৰুদ্ধে আমেৰিকাৰ স্বাধীনতা সংগ্ৰামৰ সময়ত মাৰ্কিনী বিপ্লৱী দলৰ গুৰি ধৰি তেওঁ খ্যাতি আৰ্জিছিল। আমেৰিকাৰ পৰা ফ্ৰান্সলৈ ঘূৰি আহিলত, বুৰ্ব ৰজাই তেওঁক সপৰিয়ালে ফাটেকত আটক কৰি থৈছিল। নাপলেয়ঁই তেওঁক মুক্তি দিছিল। তেওঁ যে এজন নিভাঁজ দেশপ্ৰেমী আছিল সেই বিষয়ে সন্দেহ নাই, কিন্তু তেওঁৰ অনুগামী সৰহ ভাগেই আছিল জাকৰেঁ দলৰ দস্যুচৰ্দাৰ। সি সকলে দৰাচলতে বিচাৰিছিল পুনৰ বিপ্লৱৰ অৰাজকতা।

কাৰ্ণ আৰু চিয়েয়েইৰ প্ৰস্তাৱৰ প্ৰতিবাদ কৰি লাফায়েৎ গৰজি উঠিল, "ক'ত ক'ত আমাৰ ভাইককাই, লৰা-লুৰিহঁতৰ হাড়ত দুবৰি বন গজিছে, মনত ৰাখিছেনে?—আফ্ৰিকাত, তাগচ্ আৰু ভিচতুলা নৈৰ পাৰত, ৰুচিয়াৰ বৰফৰ তলত। এজন মানুহে সমগ্ৰ ইউৰোপৰ লগত যুঁজিবলৈ যোৱাৰ ফলত আমাৰ দেশৰ দুই নিযুত প্ৰাণীয়ে প্ৰাণ হেৰুৱাইছে। যথেষ্ট হৈছে, আৰু নালাগে।"[৪৭]

কাউৰী-কুকুৰাই ডাক দিয়াৰ পৰত সংসদৰ বৈঠক ভাগিল। প্ৰস্তাৱ গৃহীত হ'ল, দেশৰ স্বাৰ্থৰ হকে নাপলেয়ঁই পুনৰ আত্মবিসৰ্জন দিব লাগে, সিংহাসন ত্যাগ কৰিবলৈ তেখেতক অনুৰোধ কৰা হওক।

---

←of the Emperor, speaks like a Roman of old "Napoleon has lost a battle Let us help him to drive the barbarians from our country, for no one else is equal to the task If when he has done it, he wants to play the despot, we can hang him But today we must march with him shoulder to shoulder" E L

৪০৭ ১৮২৪ চনত নাপলেয়ঁৰ মৃত্যুৰ পিছত জোচেফৰ লগত লাফায়েতৰ আমেৰিকাত দেখা হওঁতে, সেই দিনাৰ নিজৰ কাৰ্য্য সুঁৱৰি লাফায়েতে অনুতাপ আৰু দুখ প্ৰকাশ কৰি স্বীকাৰ কৰিছিল যে সেইদিনা তেওঁ বৰ ডাঙৰ ভুল কৰিছিল।

সংসদৰ এই সিদ্ধান্তলৈ মন কৰি লোকে পোনছাটে ক'ব, কি চলক টো, কৃতঘ্ন এই ফৰাচী জাতি। দুদিন আগত 'ভিভ্ লঁপৰৰ' বুলি টেঁটু ফালি চিঞৰি থলক লগাই, নাপলেয়ঁৰ নামত মাটিতে চুমা খোৱা এই জাতিয়ে, এপথন যুদ্ধত জিকাৰ পিছত এখন যুদ্ধত হৰা বাবে এতিয়া নাপলেয়ঁক তোম বান্ধি উটাই দিবলৈ ওলাল। কিন্তু এই কাৰ্য্যৰ বাবে ফৰাচী জাতি দৰাচলতে জগৰীয়া নাছিল, জগৰীয়া আছিল, দলাদলিৰ মেৰপাকত বান্ধখোৱা, স্বাৰ্থান্ধ সংসদীসকল। এই সিদ্ধান্ত ফৰাচী জাতিৰ সিদ্ধান্ত নাছিল, আছিল এমুঠি ক্ষমতালোলুপ দেশদ্ৰোহীৰ। লাফায়েতৰ দৰে এজন উচ্চমনা নেতাই এই দলৰ লগত যোগ দিয়া অতি গৰ্হিত কাম হৈছিল।

সংসদৰ প্ৰস্তাৱ পাই নাপলেয়ঁই হুমুনিয়াহ এটা পেলাই ক'লে, "এই নিৰ্বোধমখাই বুজি পোৱা নাই, ইয়াৰ পৰিণতি কি হ'ব? সিহঁতে ভাবিছে মোক আতৰালেই নিস্তাৰ পাব, নিজ ইচ্ছা অনুসৰি অৰ্লেয়ঁা বংশৰ যুৱৰাজক ৰাজপাটত বহুৱাব পাৰিব, নাইবা গণতান্ত্ৰিক ৰাষ্ট্ৰ থাপনা কৰিব পাৰিব। কিন্তু মিত্ৰশক্তিয়ে বলেৰে যে বুঁৰ্ব ৰজাকে পুনৰ সিংহাসনত বহুৱাব, সেই কথা সিহঁতৰ মগজে ঢুকি পোৱা নাই। বতৰৰ কথা বতৰতে মই কৈ থলো। ফ্ৰান্সত পুনৰ বিপ্লৱৰ অগনি জ্বলিব, তেজৰ সোঁত ব'ব।"

নাপলেয়ঁৰ শেষ কথাষাৰ আখৰে আখৰে ফলিযাইছিল। ১৮৩০ আৰু ১৮৪৮ চনত ফ্ৰান্সত পুনৰ বিপ্লৱ ঘটিছিল। তেতিয়া নাপলেয়ঁও ইহ জগতত নাই, তেওঁৰ ল'ৰাও নাই, কিন্তু ১৮৪৮ চনৰ বিপ্লৱৰ পিছত ফৰাচী প্ৰজাই নাপলেয়ঁৰে ভতিজাক লুই নাপলেয়ঁকে সম্ৰাট ৰূপে বৰণ কৰিছিল।

সংসদৰ প্ৰস্তাৱে নাপলেয়ঁক বিমোৰত পেলালে। প্ৰস্তাৱ মানি ল'লে, কুৰি বছৰে নিজৰ তেজৰ টোপালেৰে গঢ়ি তোলা নতুন ফ্ৰান্স ধ্বংসৰ বুকুত উটি যায়, নকৰিলে, দলাদলিৰ মেৰপাকত সোমাই

ৰ্বাচীয়ে ৰ্বাচীয়ে কটাকটি মৰামৰি কৰি তেজেৰে জনমভূমি চৌৱাই দিয়ে।[৪০৮]

ভাবিগুণি তেওঁ বেঁজামেঁ কঁস্তাৰ লগত 'এলিজে' কাৰেঙৰ ফুলনিত ইফাল সিফাল কৰি আছে। কথা বতৰাৰ মাজত নাপলেয়ঁই কঁস্তাক কৈছিল, "মোক সিংহাসন এৰি দিবলৈ ক'বৰ অধিকাৰ সংসদৰ আছে জানো? ফ্ৰাচী জাতিয়ে মোক সিংহাসনত বহুৱাইছিল, নে সংসদে? সংসদৰ সভ্যসকলক প্ৰজাই বাছি পঠাইছিল মোক সহায় কৰিবৰ কাৰণে, সিংহাসনৰপৰা মোক খেদাবলৈ তেওঁলোকক পঠোৱা নাছিল। ফ্ৰান্সৰ প্ৰজা, সৈন্যবাহিনী এতিয়াও মোৰ অনুগত। মোৰ ইচ্ছাৰ বিৰুদ্ধে সংসদ ক্ষন্তেকো তিষ্ঠিব নোৱাৰে, ভাঙি চুৰমাৰ হ'ব। মই এষাৰ মাত মাতিলে মোৰ বিপক্ষে থিয় দিয়া এটি সংসদীৰো প্ৰাণ জনতাই নথ'ব। অৱশ্যে মই তেনে কাম কৰিবলৈ নাযাওঁ, এজনৰ বাবে এশ জনৰ তেজ ক্ষয় হবলৈ নিদিওঁ। মোৰ ব্যক্তিগত স্বাৰ্থ পূৰোৱা মোৰ পক্ষে এতিয়াও সহজ কাম, কিন্তু তাৰ দ্বাৰা ফ্ৰান্সৰ স্বাৰ্থ পূৰণ নহব।"

বাজত কিহৰ হুলস্থুল? 'ভিভ্ লঁপৰৰ' ধ্বনিয়ে গগন কঁপাই কোলাহল তুলিছে। 'একাধিপতিৰ শাসন লাগে। জাতীয় পল্টন সাজু। দেশদ্ৰোহীহঁত ধ্বংস হওক। (Down with the traitors!), আমাক অস্ত্ৰ দিয়ক।"

নাপলেয়ঁক সিংহাসনৰপৰা খহাব খোজাৰ বাতৰি পাই গাওঁভুইৰ পৰা হাজাৰ বিজাৰ নৰ-নাৰী আহি ৰাজধানীত গোট খাইছেহি। সৈন্য সামন্ত য'ত যিমান আছিল, ঢপলিয়াই আহিছে সম্ৰাট আৰু দেশৰ হকে প্ৰাণ দিবলৈ। 'এলিজে' কাৰেঙৰ কেউপিনে বিৰ দি সন্ধি পাবলৈ নাই। লোৰ চকোৱাত, গছৰ ডালত বান্দৰ ওলোমাদি ওলমিছে অলেখ মানুহ। সিহঁতৰ চিঞৰ-বাখৰ শুনি

---

৪০৮ Never before was a mortal placed in such a torturing dilemma Abbott

নাপলেয়ঁই কঁষ্টাক ক'লে, "সেয়া, শুনিছেনে? এই মানুহবোৰৰ ওচৰত মোৰ প্ৰাপ্য একোটো নাই। ধন-সোণ, মৰ্য্যাদা দি মই সিহঁতক চহকী কৰা নাছিলোঁ। যি দুখী অৱস্থাত সিহঁতক পাইছিলো, সেই দুখী অৱস্থাতে এতিয়া এৰি যাবলৈ ওলাইছোঁ। কিন্তু সিহঁতে মতা সেই মাঁত ফ্ৰান্সৰ অন্তৰৰ মাত। মই সিহঁতক অনুমতি দিলে এঘণ্টাত সিহঁতে সংসদ বিলুপ্ত কৰিব। কিন্তু পাৰী নগৰীত তেজৰ নৈ বোৱাবলৈ এল্বাৰ পৰা মই উলটি অহা নাছিলোঁ।"[৪০৯]

কোহাল শুনি লুচিয়ঁই উধাতু খাই নাপলেয়ঁৰ ওচৰলৈ আহি ক'লে, "সেয়া শুনিছানে? স্বাভাৱিক বুদ্ধিৰ দৰে স্বাভাৱিক জ্ঞানে এই মানুহবোৰক তোমাৰ কাষলৈ টানি আনিছে। দেশ আৰু স্বাধীনতা সিহঁতে এই ক্ষণত দেখিবলৈ পাইছে, একমাত্ৰ তোমাৰ মাজত। শুনা, সিহঁতৰ মৰ্মভেদী চিঞৰ শুনা! সিহঁতক অস্ত্ৰ লাগে,

---

৪০৯ (ক) The crowd assembled before the palace had no sooner recognized the Emperor than a mighty cheer went ap 'Vive l Empereur ' Down with the Bourbons ' Death to the traitors !" Napoleon smiled and waved his hand to the crowd 'Do you hear ?" he said to Constant, ' Those are not the men whom I have loaded with riches and honours I found them poor and I leave them poor But theirs is the voice of France calling me If I were to permit it, in an hour the rebellious Chambers would cease to exist But I did not come from Elba to innundate Paris in blood" Korngold

৪০৯ (খ) Outside the soldiers and the multitude clamour for him A word from him would have put an end to his domestic foes The enthusiasm was formidable It might be the precursor of a successful revolution, had the Emperor cared to utilize it that way They demand that he shall lead them Napoleon replies that would require an ocean of French blood, and that he would shed none on behalf of a personal cause · Rosebery

এনে মুখীয়াল লাগে। অকল ইয়াতে নহয়, সমগ্ৰ ফ্ৰান্সত এতিয়া এই ঘটনাই ঘটিব লাগিছে। বিদেশীৰ আৰু দলাদলিৰ কোপত পৰি সিহঁতক তুমি জাহ যাবলৈ দিবানে ?"

নাপলেয়ঁই প্ৰমাদ গণিলে। ১৮ ক্ৰমেইৰত দিয়া দি বাকপটু ভায়েক এতিয়া বক্তৃতাৰে জনতাক উত্তেজিত কৰিবলৈ ওলায় নেকি ? তেওঁ ক'লে, "ইস, ইহঁতে কি কামটো কৰিছে ? মোৰ শত্ৰুসকলে এতিয়া ক'বলৈ চল পাব যে ময়ে সিহঁতক উতঙাইছো। অৱশেষত এতিয়া এটা দলৰ চৰ্দাৰ হৈ দলাদলিৰ মাজত সোমাবলৈ মোক কোৱাঁ নেকি ?"

লুচিয়ঁক সমৰ্থন কৰি নাপলেঁয়ৰ সজৰথী বন্ধু সকলে তেওঁক টানি ধৰিলে যে এই দুঃসময়ত তেওঁত বাজে আন কোনেও দেশক তাৰিব নোৱাৰে। সংসদ ভাঙিদি, সকলো ক্ষমতা নিজৰ হাতলৈ আনি, শত্ৰুক খেদাই ফ্ৰান্সক ৰক্ষা কৰাহে তেওঁৰ কৰ্ত্তব্য। নাপলেয়ঁ কিন্তু একো পথ্যে সেই পন্থা অৱলম্বন কৰিবলৈ মান্তি ন'হল। তেওঁ ক'লে, "জনতাৰ পাশৱিক শক্তিৰ সহায় লৈ ৰাজধানী আৰু মোৰ ৰাজমুকুট ৰক্ষা কৰা সহজ কাম। গৃহযুদ্ধ হবলৈ নিদিয়াকৈয়ো সেই কাম কৰিব পাৰিম, কিন্তু সেই জনতাৰ উন্মাদনা, ঘৃণা আৰু জিঘাংসাই কৰাচী তেজৰ যিথন নৈ বোৱাব তাক ভেটা দিবলৈ মোৰ শক্তিয়ে কুলাবনে ? নাই, তেনে বিপদজনক কাম হাতত ল'ব নোৱাৰি। ৰাজমুকুট মোক নালাগে, কিন্তু সংসদৰ সিদ্ধান্তৰ বাবে ফ্ৰান্সে এদিন অনুতাপ কৰিবলগীয়া হ'ব। সেয়ে হওক।"[৪১]

---

৪১০ "Were I to put in action the brute force of the masses, I should no doubt save Paris, and assure the crown to myself without having recourse to the horrors of civil war, but I should also risk a deluge of French blood What power would be sufficient to dominate the passions, the hatred, the vengeance that would be aroused No I prefer the regrets of France to her crown" Better, he thought the life of an American→

নাপলেয়ঁৰ এই সিদ্ধান্তৰ বাবে ফৰাচী ঐতিহাসিক সকলে নাপলেয়ঁক ছুষিছে। সিসকলৰ মতে ৱটাৰ্লুৰ পৰাজয়ৰ পিছত, সৈন্য সামন্ত গোটাই পিটাই, আন কোনো কথালৈ কাণ নিদি নাপলেয়ঁই শত্ৰুৰ হাতৰ পৰা ফ্ৰান্সক ৰক্ষা কৰিব লাগিছিল। কিন্তু নাপলেয়ঁই নিজেই ক'বৰ দৰে, পিছ পিনে এজাক ঘৰুৱা শত্ৰু (সংসদ) ৰাখি, বাহিৰৰ শত্ৰুৰ সন্মুখীন হ'বলৈ গ'লে কিবা লাভ হ'লহেঁতেন নে ?[৪১১]

এই সময় ছোৱাৰ এগুনি জেগুনিৰ মাজতো নাপলেয়ঁৰ ধীৰ, প্ৰশান্ত মূৰ্তি আৰু মহৎ আচৰণ সম্বন্ধে কলৈকুৰে লিখি থৈ গৈছে, "সেই সময়ত 'এলিজে' কাৰেঙত তেওঁৰ যি অৱস্থা হৈছিল, তাৰ তুলনা বুৰঞ্জীত নাই। ইচ্ছা কৰা হ'লে এবাৰ মাতেৰে দেশদ্ৰোহীইঁতৰ অস্তিত্ব তেওঁ নোহোৱা কৰিব পাৰিলেহেঁতেন। তেওঁৰ পৰা অকণমানো ইঙ্গিত পোৱা হলে উত্তপ্ত জনতাই, নাপলেয়ঁ আৰু ফৰাচী জাতিৰ সমুখত মূৰ দাঙি উঠা সকলো বাধা ধূলিস্মাত কৰিলেহেঁতেন। কিন্তু হত্যাকাণ্ডৰ সৃষ্টি কৰিবলৈ একোপধ্যে তেওঁ মান্তি ন'হল। জনতাৰ বিচাৰৰ ভয়ঙ্কৰ ৰূপৰ কথা তেওঁৰ মনত আছিল।।'

নাপলেয়ঁ বিৰোধী ঐতিহাসিক লামাৰ্তিনেও স্বীকাৰ কৰিছে, "বুৰঞ্জীয়ে ন্যায় বিচাৰ কৰি এই কথা ক'ব লাগিব যে (ফ্ৰান্সলৈ) ঘূৰি

---

←farmer than the Presideney of a Committee of Public Safety

Talleyrand with his cold instinct of judgment, had seen at the very outset of The Hundred Days that the one chance for Napoleon was to nationalize the war Nor was Alexander (the Russian Emperor) insensible to the danger Rosebery

সেই ভয়তেহে, ফ্ৰান্সৰ বিৰুদ্ধে নহয়, নাপলেয়ঁৰ বিৰুদ্ধেহে যুদ্ধত নমা হৈছে বুলি মিত্ৰশক্তিয়ে ঘোষণাপত্ৰ প্ৰচাৰ কৰিছিল।

৪১১ He has been blamed for not remaining on the frontier and endeavouring to rally his shattered troops But of what avail would this have been if behind him his own Parliament were disavowing him Rosebery.

অহাৰ দিনৰপৰা তেওঁৰ পতনৰ দিনলৈকে, নাপলেয়ঁই জনতাৰ সহায় লৈ জাতিৰ বিৰুদ্ধে যুঁজিবলৈ একাদিক্রমে অস্বীকাৰ কৰিছিল। তেনে কাম কৰাতকৈ সম্ভ্ৰমেৰে নিজৰ পতনকো তেওঁ সাদৰেৰে বৰণ কৰিছিল।"[৪১২]

লুচিয়ঁক ভিতৰলৈ মাতি নি নাপলেয়ঁই ক'লে, "কাগজ-কলম লোৱা, লিখাঁ।" নাপলেয়ঁই শ্ৰুতলিপি দিলে, লুচিয়ঁই লিখিলে:

"ফৰাচী জাতি, জাতীয় স্বাধীনতা ৰক্ষাৰ্থে যুদ্ধত নামোতে, সকলোৰে সম্মিলিত প্ৰয়াস আৰু দৃঢ়তাৰ ওপৰত, আৰু শাসনযন্ত্ৰৰ সকলো অঙ্গৰ মাজত অভিন্ন ঐক্যতাৰ ওপৰত নিৰ্ভৰ কৰিহে নামিছিলোঁ, কৃতকাৰ্য্য নোহোৱাৰ কোনো কাৰণ মই দেখিবলৈ পোৱা নাছিলোঁ। সেই গুণেহে, মিত্ৰ শক্তিয়ে মোৰ বিৰুদ্ধে প্ৰচাৰ কৰা ঘোষণাপত্ৰৰ বিপক্ষে থিয় দিবলৈ সাহ কৰিছিলোঁ। কিন্তু দেখা যায়, এতিয়া অবস্থাৰ পৰিবৰ্তন ঘটিছে। গতিকে, ফ্ৰান্সৰ শত্ৰুবৰ্গৰ হিংসা পূৰণৰ অৰ্থে নিজক মই বলি ৰূপে উচৰ্গা কৰিলোঁ। সিসকলৰ সকলো হিংসা আৰু ঘৃণা যেন অকল মোৰ ওপৰতেইহে ন্যস্ত হয়, ফৰাচী জাতিৰ ওপৰত নহয়, সেই কথাৰ সি সকলে প্ৰমাণ দিব বুলি ভাৰসা ৰাখিলোঁ।

"মোৰ ৰাজনৈতিক জীৱনৰ ওৰ পৰিল। মোৰ ল'ৰাক ফৰাচী জাতিৰ সম্রাট দ্বিতীয় নাপলেয় বুলি মই আজি ঘোষণা কৰিছোঁ। বৰ্তমানৰ মন্ত্ৰীসভাই সাময়িকভাবে ৰাজকাৰ্য্য চলাই থাকিব। সোনকালে এখন স্থায়ী ৰাজপ্ৰতিনিধিৰ সভা ( Regency ) নিযুক্ত কৰিবলৈ সংসদক মই অনুৰোধ জনাওঁ।

"মোৰ একমাত্ৰ কামনা যে সকলো যেন এতিয়া ঐক্যতাৰ

৪১২ "History owes this justice to Napoleon that he constantly, both on his return and on his fall, refused to form an army of the populace He preferred falling with dignity rather than to raise himself by such auxiliaries" quoted by Abbott

বাক্মোনত বান্ধ খায়, যাতে দেশৰ স্বাধীনতা ৰক্ষা পৰে। সেই উদেশ্তেৰেইহে মই মোৰ ল'ৰাক সিংহাসন যাচিছোঁ।"[৪১৩]

নাপলেয়ঁৰ শত্রুবর্গই সহস্র মুখেৰে তেওঁৰ যিমান দুর্নাম ৰটিব পাৰে ৰটক, কিন্তু এনে মহান ত্যাগৰ নিদর্শন জগতৰ বুৰঞ্জীত যে বিৰল, সেই কথা চকু থকা কোনেও নুই কৰিব নোৱাৰে। কর্নেল নেপিয়াৰে কোৱা কথাষাৰ এইখিনিতে দোঁহৰা অবান্তৰ নহ'ব: "এনে সম্পূর্ণ স্বার্থৰহিত এজন মানৱ বিশ্বই আগতে কাহানিও দেখিবলৈ পোৱা নাছিল। যিসকল সত্যৰ সন্ধানত, সিসকলে নাপলেয়ঁক সাৱধান সহকাৰে পৰীক্ষা কৰক, তেওঁ দ্বিতীয়বাৰ সিংহাসন ত্যাগ কৰাৰ নথিপত্র পঢ়ি চাওক, তেতিয়াহলে সিসকলৰ সকলো সন্দেহ ভঞ্জন হ'ব।"[৪১৪]

---

৪১৩ নাপলেয়ঁই ত্যাগপত্রত ল'ৰাৰ নাম উল্লেখ নকৰা হ'লেই পাৰিলেহেঁতেন। ফ্রান্সৰ নব-নির্বাচিত কর্ণধাৰ ফুশ্বে আৰু তেওঁৰ লেমটৌসকলে নাপলেয়ঁৰ ল'ৰাৰ কথা মুহূর্তলৈকো ভৱা নাছিল, সিসকলৰ অভিসন্ধি আছিল, জাতীয় বাসনা ভৰিৰে মোহাৰি জাতীয় স্বার্থ বিসর্জন দি, মিত্রশক্তিৰ সহায়ত বুৰ্বঁ ৰজাক ফ্রান্সলৈ ঘূৰাই আনি নিজৰ দেশ বিদেশীক বেচি, মিত্রশক্তিৰপৰা যথাযোগ্য পুৰস্কাৰ লাভ কৰা। ইংৰাজৰ উদ্দেশ্য আছিল, অকল নাপলেঁয়ক ধ্বংস কৰাই নহয়, ফ্রান্সকো দুনাই মূৰ দাঙিব নোৱৰা কৰা, কাৰণ France was the most dynamic nation on the continent Her armies had proved more than a match for the combined armed forces of her neighbours As a maritime power she was second only to England Korngold

সেইবিলাক কথা জানিশুনিও তেওঁ ল'ৰাক সিংহাসন দিছিল, কাৰণ আইন মতে তেওঁৰ অবিহনে তেওঁৰ ল'ৰাই আছিল সিংহাসনৰ ন্যায্য অধিকাৰী। সেই কথা কোনো আইনজ্ঞই নুই কৰিব নোৱাৰে। চাৰ-আর্চিবল্ড এলিচনেও সেই কথা স্বীকাৰ কৰিছে।

৪১৪ (ক) Never did the world see a man so high and so devoid of all selfish ambition Let those honestly seeking the truth study Napoleon carefully Let them read the→

জনতাৰ পাশৱিক শক্তিক জগাই তুলি, Reign of Terror-অৰ পুনৰাবৃত্তি কৰাবলৈ তেওঁ মন কৰা হ'লে, ৰোয়ালিষ্ট্ দলৰে হওক বা আন দলৰে হওক, তেওঁৰ বিপক্ষে ষড়যন্ত্ৰ কৰা এজনৰো মূৰ নাথাকিলহেঁতেন। ১৭৯৩-৯৪ চনত বোৱাদি সমগ্ৰ ফ্ৰান্সত আকৌ তেজৰ নৈ বৈ গ'লহেঁতেন। তেওঁৰ ভাইবন্ধুসকলে তাকেই বিচাৰিছিল, কিন্তু সিসকলৰ শত অনুনয়-বিনয়, সাধ্য-সাধনায়ো নাপলেয়ঁক টলাব পৰা নাছিল। মুকুটধাৰীৰ অত্যাচাৰ তেওঁ যেনেকৈ দমন কৰিছিল, তাতোকৈ কঠোৰ হস্তেৰে দমন কৰিছিল জনতাৰ উন্মাদ অত্যাচাৰক। বুঁৰ্ব ৰজাৰ স্বাৰ্থান্ধ ৰাজত্বক তেওঁ যিমান ঘিণ কৰিছিল তাতোকৈ ঘিণ কৰিছিল দা-তঁ আৰু মাৰাৰ পাশৱিক ৰাজত্বক। নিজক বলি দিও আইন আৰু শৃঙ্খলা ৰক্ষা কৰিবলৈ তেওঁ পিছ হোঁহকা নাছিল। যদিও মুখেৰে খণ্ডত এবাৰ তেওঁ কৈছিল, "১৭৯৩ চনৰ নেতাসকলে পিন্ধা ৰঙা টুপীটো পিন্ধি কাইলৈ মই ৰাজ আলিলৈ ওলালে সিহঁত সকলো ধ্বংশ হ'ব," তথাপি তেনে কামৰ কথা ভাবিলে ঘৃণাত তেওঁৰ নাক-মুখ কোঁচ খাইছিল।[৪১৫]

←record of his second abdication and they will doubt no longer

৪১৪ (খ) History offers few parallels to such magnanimity Abbott

৪১৫ "Were I to put on tomorrow the red bonnet of 1793, it would seal the destruction of them all" That was true Had Napoleon yielded to the temptation, and called to his aid that revolutionary fury, which during the Reign of Terror, had deluged France in blood, the head of every aristocrat would have fallen, and the surging billows of popular frenzy would have rolled unarrested over the continent *But this great man stood firm* He was the barrier against aristocratic usurpation on the one hand and the maddened violence of frenzied masses on the other He opposed alike the dominion of the→

নাপলেয়ঁৰ ত্যাগপত্ৰখন যেতিয়া সংসদত পঢ়ি শুনোৱা হ'ল, বৃদ্ধ, বিজ্ঞ কাৰ্ণই হেনো ফ্ৰান্সৰ ভৱিষ্যতৰ কথা ভাবি সংসদ-মঞ্চতে হুকহুকাই কান্দিছিল। কিন্তু ত্যাগপত্ৰখন পাই ফুশ্বেকে আদি কৰি নাপলেয়ঁৰ শত্ৰুবৰ্গই যেন হেৰোৱা উশাহ ঘূৰাই পালে। সংসদৰ কেইজনমান সভ্যৰে এখন অস্থায়ী শাসন-পৰিষদ পতা হ'ল। ভাৰ-ভেটী, ষড়যন্ত্ৰৰ বলেৰে ফুশ্বে নিৰ্বাচিত হ'ল শাসন পৰিষদৰ বৰমূৰীয়া। বহু বছৰৰ চক্ৰান্তৰ পিছত তেওঁৰ জীৱনৰ অভিলাস পূৰ্ণ হ'ল। নতুন চৰ্কাৰৰ ওদাইদাৰ হৈ বহিয়েই তেওঁ বুঁৰ্ব ৰজাক ফ্ৰান্সলৈ ঘূৰাই অনাৰ আয়োজনত হাতে কামে লাগি গ'ল।

ৱেলিংটন আৰু ব্লুখাৰ সিপিনে প্ৰতি মুহূৰ্তে ৰাজধানীৰ ওচৰ চাপি আহিছে। ইপিনে বুঁৰ্ব ৰজাৰ, অৰ্লেয়া ৰাজবংশৰ আৰু দ্বিতীয় নাপলেয়ঁৰ সমৰ্থক সকলৰ আৰু গণতান্ত্ৰিক দলৰ মাজত তুমুল বাক্‌বিতণ্ডা চলিয়েই আছে। শত্ৰুক আগভেঁটাৰ কথা ভাবিবলৈ কাৰো সময় ওলোৱা নাই। ধূৰ্ত শিয়াল ফুশ্বেই তাকেই বিচাৰিছিল: সংসদত তৰ্ক-বিতৰ্ক চলি থাওক, ৱেলিংটন আৰু ব্লুখাৰ ৰাজধানী পালেহিয়েই হয়। মিত্ৰশক্তিয়ে তেতিয়া তেওঁৰ (ফুশ্বেৰ) দিহা পৰামৰ্শমতে সকলো কথাৰ মীমাংসা কৰিব।[৪১৬]

মাথোন এটা কথাই ফুশ্বেক চিন্তাত পেলাইছিল, তেওঁৰ প্ৰাণত আতঙ্কৰ সৃষ্টি কৰিছিল। চৌদিশৰ পৰা হাজাৰ বিজাৰ নৰ-নাৰীৰ বান চলিছে ৰাজধানীৰ পিনে, কেউপিনে ৰব উঠিছে, "ভিভ্ লঁপৰৰ! দেশদ্ৰোহী ধ্বংস হওক!" পৰিস্থিতি এনে উত্তপ্ত,

---

←Bourbons and still more the hateful dominion of Danton and Marat Abbott

৪১৬ The Bourbonists, the Orleanists, the Republicans, and the advocates of Napoleon's son were plunged into inextricable turmoil and confusion This was just what the Bourbonists, headed by Fonche, desired The wily traitor was manoeuvreing with consummate skill the restoration of the Bourbons E L

গুৰুতৰ যে কোন মুহূৰ্তত বিপ্লৱৰ দানৱে সাৰ পাই, কঙাল মূৰ্তি ধৰি ফুশ্বেৰ লগতে আৰু শতসহস্ৰক সংহাৰ কৰে, ক'ব নোৱাৰি। গতিকে, তুৰন্তে নাপলেয়ঁক ৰাজধানীৰপৰা আঁতৰাব লাগে, একেবাৰে ইহজগতৰ পৰা আঁতৰাব পাৰিলে আৰু উত্তম। অস্থায়ী চৰ্কাৰে নাপলেয়ঁলৈ জৰুৰী আদেশ পঠালে যেন তৎক্ষণাৎ তেওঁ ৰাজধানীৰপৰা আঁতৰি যায়, আৰু যিমান সোনকালে পাৰে ফ্ৰান্সৰপৰাও আঁতৰে। ন'হলে তেওঁৰ নিৰাপত্তাৰ দায়িত্ব চৰ্‌কাৰে ল'ব নোৱাৰিব। নাপলেয়ঁক গুলি কৰিবলৈ ফুশ্বেই মনে মনে আততায়ীও নিযুক্ত কৰিলে। তিনিটা দিন এনেবোৰ হুলস্থুলৰ মাজেদি পাৰ হ'ল। ২৫ তাৰিখৰ দিনা, নাপলেয়ঁৰ জীৱন বিপন্ন বুলি বুজি, তেওঁৰ শুভাকাঙ্খীসকলে কোনেও গম নোপোৱাকৈ, তেওঁক মাল্‌মেইজঁলৈ লৈ গ'ল।

## ৫৩

শতস্মৃতি বিজড়িত মালমেইজঁৰ ফুলনিত অকলশৰে আকাশ-পাতাল চিন্তি নাপলেয়ঁই ঘূৰাঘূৰি কৰি আছে। ঘৰৰ ভিতৰত আছে মাক লেতিৎচিয়া, সতীয়ৈ জী হৰ্তেন্স, ককায়েক জোচেফ, ভেঁচেন্জাৰ ডিউক কঁলেকুৰ আৰু নাপলেয়ঁৰ আন আন বন্ধুবৰ্গ। সকলো বুৰি আছে চিন্তাৰ অথাই সাগৰত , কাৰো মুখত মাতবোল নাই।

মালমেইজঁৰ ফুলনিত এজোপা ডাঙৰ গছ আছিল। গছজোপাৰ ফেৰেঙণিৰ মাজেদি সদায় এটি উজ্জ্বল তৰাই দেখা দিয়ে। তৰাটিলৈ আঙুলিয়াই নাপলেয়ঁই বোলে আগতে মাজে মাজে জচেফিনক আৰু বন্ধুবান্ধৱ সকলক কয়, "সৌটিয়েই মোৰ ভাগ্যতাৰকা।" তৰাটি এতিয়া আছেনে নাই? নাপলেয়ঁই আকাশৰ পিনে চাই দেখিলে তৰাটি নাই।[৪১৭]

৪১৭ André Malraux is a great admirer of Napoleon When we went together to Malmaison, he pointed to a tree and said that at night when Napoleon was in the house, he would sometimes look at this tree, and also at a star that was always above it and say "This is my star of destiny" The story goes that after Waterloo, he went to Malmaision for a few days, but the star was no longer there His destiny had run its course The days of glory were over

Even Napoleon who built himself an empire by dint of his almost super-human ability and energy and→

ত্যাগপত্ৰত চহী কৰাৰ পিছদিনা ( ২৩ জুন ) নাপলেয়ঁই নৌ-বিভাগৰ মন্ত্ৰী ( minister of marine ) দেক্ৰেলৈ লিখিছিল যে তেওঁ আমেৰিকাত গৈ আশ্ৰয় ল'বলৈ থিৰ কৰিছে। তেওঁ আৰু তেওঁৰ লগৰীয়াসকলক পাৰ কৰি দিবলৈ ৰশ্ফৰ বন্দৰত দুখন সৰু যুদ্ধৰ জাহাজ ( frigate ) সাজু কৰিব লাগে আৰু তেওঁলোকক 'পাচপর্ট' দিব লাগে। বাটত ইংৰাজৰ জাহাজে তেওঁলোকৰ ওপৰত যেন কোনো উপদ্ৰৱ নকৰে, সেই মৰ্মে এখন প্ৰতিশ্ৰুতিপত্ৰও (Safe conduct) দিব লাগে। সেই আবেদনৰ উত্তৰ তেতিয়ালৈকে আহি পোৱা নাই।

ৰাজধানীত সিপিনে জনতাই কেউপিনে 'ভিভ্ লঁপেৰৰ' ধ্বনি তুলিছে। মালমেইজঁত তেওঁক দেখিবলৈ পাই প্ৰজাই কিজানি বিদ্ৰোহ আৰম্ভ কৰে, সেই আশঙ্কাত চৰ্কাৰে এক পল্টন সেনা লগত দি জেনেৰেল বেকেৰক মালমেইজঁলৈ পঠালে। বেকেৰে আহি নাপলেয়ঁক অভিবাদন জনালত নাপলেয়ঁই সুধিলে, "মোৰ প্ৰতিশ্ৰুতি ভঙ্গ কৰি মই জনতাৰ লগত যোগ দিম বুলি চৰ্কাৰে ভয় কৰিছেনেকি ?"

বেকেৰে উত্তৰ দিলে, "চৰ্কাৰৰ উদ্দেশ্য কি মই ক'ব নোৱাৰোঁ,

←the sharpness of his sword needed the French Revolution and the revolutionary idea to find the chaos out of which to build the glory of France

While I was in Paris, our Ambassador there, Ali Yavar Jung invited Malraux and me and one or two other persons to a very small restaurant in Paris The dining room was very tiny, and one almost touched the roof if one stood up I did not understand why Ali Yavar Jung had made this choice Then he told me that this was the restaurant where Napoleon used to lunch when he was still an unknown corporal, and he felt that Malraux would love to be at a place where his hero went to lunch in his younger days M C Chagla *Roses in December*

সম্ৰাট। সম্ৰাটৰ যাতে কোনো অনিষ্ট নঘটে সেই কথালৈ চকু দি কৰ্তব্য পালন কৰিবলৈহে মই আহিছোঁ।"

ক্ৰুশ্বৰ কোপ দৃষ্টিত পৰাৰ শঙ্কালৈ ভ্ৰুক্ষেপ নকৰি অস্থায়ী চৰ্কাৰৰ অন্যতম মন্ত্ৰী মাৰে, পষ্টমাষ্টাৰ জেনেৰেল লাভালেতকে আদি কৰি ভালেমান গণ্যমান্য লোক নাপলেয়ঁক লগ পাবলৈ মালমেইজঁলৈ আহিছিল। কঁস্তাই নাপলেয়ঁক সুধিলে, "আপুনি এতিয়া কি কৰোঁ বুলি ভাবিছে?"

নাপলেয়ঁই উত্তৰ দিলে, "আমেৰিকাতে গৈ আশ্ৰয়লোৱাৰ কথা ভাবিছোঁ।"

"আপুনি যিমান দিনলৈকে জীৱিত আৰু মুক্ত, সিমানদিনলৈকে ইংলণ্ড নিশ্চিন্ত হ'ব পাৰিব বুলি ভাবিছেনে? ইংৰাজে ইউৰোপৰ ৰজাসকলক উতগাই তেওঁলোকৰে সৈতে লগ লাগি যদি আমেৰিকাৰ যুক্তৰাষ্ট্ৰক যুদ্ধৰ ভাবুকি দিয়ে, যুক্তৰাষ্ট্ৰই আপোনাক আশ্ৰয় দিবলৈ সাহ কৰিবনে?"

"তাতো যদি আশ্ৰয় নাপাওঁ, মেক্সিকো, কাৰাকাচ্, বুৱেনচ্-এইৰ্চ, কালিফৰ্ণিয়া, য'তে আশ্ৰয পাওঁ তালৈকে যাম। সাগৰৰ ইপাৰৰ পৰা সিপাৰলৈ, ইখন সাগৰ পাৰি দি সিখনলৈ, যেনিয়ে চকু যায় তেনিয়ে যাম। সসাগৰা পৃথিবীৰ কোনোবা এচুকত মোৰ বাবে একণ আশ্ৰয়ৰ থল নোলাবনে?"

"ইংৰাজৰ নৌ বাহিনীৰ হাত সাৰি আপুনি কলৈ যাব পাৰিব, সম্ৰাট?"

"নোৱাৰিলে বন্দী হ'ম, তাৰ পিছত মোৰ ভাগ্যত যি আছে, সেয়ে ঘটিব। হেনিবেলে তেওঁৰ জীৱনৰ শেষ মুহূৰ্তত ৰবৰিহ মুখত লওঁতে কৈছিল, "যি সকলৰ প্ৰাণত মই ত্ৰাসৰ সৃষ্টি কৰিছোঁ, সেই ত্ৰাসৰ পৰা সিসকলে মুক্তি পাওক।"[৪১৮] হেনিবেলৰ পথ মই

৪১৮ "Let me deliver them from the terror with which I inspire them"

অনুসৰণ নকৰোঁ। নিজ হাতেৰে মোৰ জীৱন এক অনুপলেৰেও মই চুটি নকৰোঁ। ভাগ্যদেৱীয়ে মানুহৰ জীৱন লৈ যি লীলা-খেলা খেলে, সেই লীলাৰ অন্ত পৰিবলৈ দিয়াহে মানুহৰ কাম।"

কঁন্তাৰ চকু ছলছলীয়া হ'ল। চকুলো সামৰি তেওঁ বিদায় ল'লে। করুণাময়ৰ কৃপাত জানিবা হেনিবেলৰ দশা নাপলেয়ঁৰ নঘটিল, দিহিঙে-দিপাঙে তেওঁ উটি-বুৰি ফুৰিবলগীয়াত নপৰিল। তেওঁৰ জীৱনৰ শেষ অধ্যায় হৃদয়বিদৰা করুণ হলেও, তেওঁৰ অতুলনীয় জীৱনৰ লগত খাপখোৱা, ট্ৰেজেদি হলেও গৰিমামণ্ডিত যৱনিকাপাত।[৪১৯] নাপলেয়ঁৰ বীৰত্ব আৰু মহৎ কাৰ্য্যাৱলীৰ স্মৃতিয়ে আজিও জগতৰ শত সহস্ৰ নৰ-নাৰীৰ প্ৰাণত যি অনুভূতি জগায়, তাতোকৈ গভীৰ অনুভূতি জগায় চেইণ্ট হেলেনাৰ কাহিনীয়ে। নাপলেয়ঁৰ ঐহিক সাম্ৰাজ্যৰ কাহানিবাই চিন-চাব নোহোৱা হ'ল। কিন্তু মানৱজাতিৰ হিয়াত তেওঁ আজিও যিথন সাম্ৰাজ্য পাতি বহি আছে, সেই সাম্ৰাজ্য যাউতিযুগীয়া।

জাহাজ ছুথন, 'পাচপৰ্ট' আৰু 'প্ৰতিশ্ৰুতিপত্ৰ' (Safe conduct) সম্বন্ধে চৰ্কাৰৰ পৰা উত্তৰ আনিবলৈ ২৬ তাৰিখে নাপলেয়ঁই জেনেৰেল বেকেৰক ৰাজধানীলৈ পাচিলে। চৰ্কাৰে বেকেৰৰ যোগেদি লিখিত সম্বিধান পঠালে যে ছুথন যুদ্ধৰ জাহাজ—'চা-আল' আৰু 'মেছুচ'—বগ্‌ফৰত সাজু আছে। প্ৰতিশ্ৰুতিপত্ৰৰ বাবে ব্ৰিটিচ্ চৰ্কাৰলৈ লিখা হৈছে, তাৰ উত্তৰ আহি নোপোৱালৈকে

---

৪১৯ (ক) But God is wiser He sees to it that his great life shall have an epilogue such as no man had ever lived through before, an epilogue which shall fitly round off its tragical poesy E L

৪১৯ (খ) A Prometheus on a rock in the Atlantic, guarded by infantry, artillery and a squadron, he was still a world figure. It was a finale not unworthy of his great career Korngold.

জাহাজ দুখনে যাত্ৰা কৰিব নোৱাৰিব। নাপলেয়ঁই উত্তৰত জনালে যে প্ৰতিশ্ৰুতিপত্ৰ নোপোৱালৈকে তেওঁ মালমেইজঁতে থাকিব।

নাপলেয়ঁৰ এই সিদ্ধান্তই ফুশেৰ চৰ্কাৰক বিমোৰত পেলালে। ৰাজধানীত জনতাই তেতিয়াও হুলস্থুল চলায়েই আছে। ৰাজধানীৰ ইমান ওচৰতে মালমেইজঁত নাপলেয়ঁক থাকিবলৈ দিয়া সমূলি নিৰাপদ নহয়।[৪২০]

দুদিন বাট চাই ২৮ তাৰিখে পুনৰ নাপলেয়ঁই জেনেৰেল ফ্লাহ'ক ৰাজধানীলৈ পঠাই জনালে যে যিমান সোনকালে পাৰে তেওঁ ফ্ৰান্স এৰি যাব খোজে, জাহাজদুখনক যাত্ৰা কৰিবলৈ অনুমতি দিব লাগে। দুদিন আগৰ নাপলেয়ঁৰ প্ৰিয় সেনাপতি দাভু অস্থায়ী চৰ্কাৰৰ সামৰিক বিভাগৰ মন্ত্ৰী নিযুক্ত হৈছিল। জেনেৰেল ফ্লাহ'ই দাভুক লগ ধৰি, নাপলেয়ঁৰ আবেদন জনালত দাভুৱে জ্বলি-পকি উঠি, চিঞৰি-বাথৰি ক'বলৈ ধৰিলে, "তোমাৰ বনাপাৰ্তক কোৱাঁগৈ, তুৰন্তে যেন (মালমেইজঁৰ পৰা) তেওঁ আঁতৰ হয়। নহলে মই তেওঁক গ্ৰেপ্তাৰ কৰাম, নিজে মই গৈ তেওঁক গ্ৰেপ্তাৰ কৰিম।" মন্ত্ৰী প্ৰবৰৰ কথা শুনি ডেকা সেনাপতিৰ তেজ উতলিল। চোলাৰপৰা সেনাপতিৰ পদক ছিঙি, দাভুৰ ভৰিলৈ দলিয়াই দি তেওঁ উত্তৰ দিলে, "দুদিন আগতে যিজনে সম্ৰাটৰ সমীপত আঁঠুলৈহে কথা কৈছিল, তেনে এজনৰ মুখত এনে কথা শোভা নাপায়। আপোনাৰ দৰে এজনৰ তলত চাকৰি কৰি মোৰ সামৰিক সাজ-পাৰৰ মই অৱমাননা নকৰোঁ।[৪২১]

---

৪২০ This was not to the liking of Fouché and his colleagues The populace was demonstrating in favour of the Emperor and Malmaison was too near for comfort Korngold

৪২১ The young general replied just as heatedly that it ill-became a man who less than two weeks earlier had been almost on his knees before the Emperor to use such→

প্ৰতিশ্ৰুতিপত্ৰ যোগোৱাৰ উদ্দেশ্য ফুশেৰো নাছিল, ব্ৰিটিচ চৰ্কাৰৰো নাছিল। সেই সম্বন্ধে ইতিমধ্যে ফুশে আৰু ৱেলিংটন বুজাবুজিলৈ আহিছিল। ইংৰাজৰ যুদ্ধৰ জাহাজে আহি যাতে নাপলেয়ঁক আমেৰিকালৈ যোৱা বাটত আগভেটা দিব পাৰে তাৰ বাবে ছুটামান দিনৰ আৱশ্যক হৈছিল। ইংৰাজক এই সুযোগ দিয়াৰ উদ্দেশেৰেই প্ৰতিশ্ৰুতিপত্ৰ সম্বন্ধে ব্ৰিটিচ্ চৰ্কাৰলৈ লিখা হৈছিল বুলি ফুশেই ছলাহি মাৰিছিল। নাপলেয়ঁক গ্ৰেপ্তাৰ কৰোৱাৰ সাহ ফুশেৰো নাছিল, দাভুৰো নাছিল। ফুশেই ভাবিছিল যে কেইদিনমানলৈ নাপলেয়ঁৰ যাত্ৰা পিছুৱাব পাৰিলেই, হয় বুঁৰ্ব বজাৰ, নাইবা ইংৰাজৰ হতুৱাই নাপলেয়ঁক বন্দী কৰোৱাৰ পৰা হ'ব। ইংৰাজৰ যুদ্ধৰ জাহাজ আহি ৰশ্‌ফৰৰ কাষ চাপিলেই তেওঁৰ অভিসন্ধি সিদ্ধ হয়।[৪২২]

নৌ বিভাগৰ মন্ত্ৰী দেক্ৰেই যদিও অস্থায়ী চৰ্কাৰৰ মন্ত্ৰীত্ব গ্ৰহণ কৰিছিল, তেওঁ নাপলেয়ঁৰ অনুগত আছিল। 'চা-আল্' আৰু 'মেছুচ্'

---

←language Tearing off his epaulettes he flung them at the feet of Davoust saying, 'I would disgrace my uniform if I were to continue to serve under you" Korngold

৪২২ The evidence is now conclusive that Fouche had all the time been plotting to betray Napoleon to the Allies He knew that Europe combined could not maintain the Bourbons upon the throne, so long as the people of France saw any possibility of recalling Napoleon It was, therefore, his design to deliver him upto his enemies He was afraid to order his arrest until Paris should be engirdled by the bayonets of the Allies Under pretence of waiting for a safe-conduct, and affirming that France would be dishonoured by the Emperor's capture, he would not allow the frigates to sail when there was the slightest chance of their escaping the British cruisers Abbott

বোলা যুদ্ধৰ জাহাজ দুখনৰ অধ্যক্ষলৈ তেওঁ আদেশ পঠাইছিল যে যদি ইংৰাজৰ জাহাজে তেওঁলোকক বাধা দিয়ে, মেডুচ্ বোলা জাহাজখনে যুদ্ধ দিব, লাগিলে আত্মবিসর্জন দিব, যাতে সিথন জাহাজে সেই সুযোগত নাপলেয়ঁক নিৰাপদে লৈ যাব পাৰে।[৪২৩]

সিপিনে ৱেলিংটন আৰু ব্লুথাৰ ৰাজধানীৰ পিনে গুমাই আগুৱাই আহিব লাগিছে। ব্লুথাৰৰ গাত তত নাই। ৱেলিংটনক ক'ৰবাতে পিছ পেলাই থৈ কোঁকোৱাই আগবাঢ়ি আহি, পাৰীৰ কাষ চাপি, প্ৰুচ্ সেনাৰ এক বাহিনী লগত দি বৈনাযেকক তেওঁ পঠাই দিলে নাপলেযঁক মালমেইজঁত গৈ বন্দী কৰিবলৈ, যাতে ৰাজধানীৰ চাৰি-আলিত, ফৰাচী জনতাৰ চকুৰ আগত, শিযাল কুকুৰ মৰাদি নিৰস্ত্ৰ নাপলেযঁক তেওঁ গুলিযাই বধ কৰিব পাৰে। সেই মৰ্মে ঘৈনীযেকলৈ তেওঁ ওৱাইদাং মাৰি চিঠি এখনো দিছিল। ৱেলিংটনে অৱশ্যে তেনেকৈ লম্ফ-জম্ফ কৰা নাছিল। তেওঁৰ অভিপ্ৰায় আছিল নাপলেয়ঁক বন্দী কৰি বুঁৰ্ব ৰজাৰ হাতত শোধাই দিয়াৰ, যাতে বুঁৰ্ববাজৰ অনুগ্ৰহত নাপলেয়ঁ-বধ পৰ্ব চাই তেওঁ চকু জুৰাব পাৰে।[৪২৪]

---

৪২৩ Decres, who was devoted to Napoleon, apperently did not believe that the British would grant him a safe-conduct He had written to the captains of the *Saale* and the *Meduse* that the Emperor and his suite should embark on the *Saale,* the swifter of the two vessels, while the other should, if necessary sacrifice itself to cover their escape The order was later countermanded Korngold

৪২৪ In the meantime Wellington and Blucher were marching upon Paris The two armies had again become separated, Blücher marching far ahead He had learned the whereabouts of Napoleon and had sent a regiment of hussars and two battalions of infantry, under the command of his brother-in-law with instructions to capture him In a letter to his wife he expresses his intention to have him shot Wellington

এই মহাবীৰজনে সম্ভৱতঃ পাহৰিব পৰা নাছিল যে নাপলেয়ঁ নালাগে, নাপলেয়ঁৰ তলতীয়া সেনাপতি মাচেনাৰ শিশুপাল খেদাতে ১৮০৯ চনত তৰানৰা ছিঙি স্পেইনৰ পৰা পলাই পৰ্তুগালত আশ্ৰয় ল'বলৈ তেওঁ কাছুটি এৰি ঢপলিয়াইছিল।[৪২৫]

ব্লুখাৰৰ মতিগতিলৈ মন কৰি ফুশে বিপাঙত পৰিল। নাপলেয়ঁক আমেৰিকালৈ পাৰি দিয়াৰ সুযোগ দিলে তেওঁ মিত্ৰশক্তিৰ বিৰাগ-ভাজন হয়, সিপিনে আকৌ, নাপলেয়ঁক ব্লুখাৰৰ হাতত পৰিবলৈ দিলে জনতাই যে মন্ত্ৰী এজনৰো মূৰ নথ'ব সেই ভয়ো আছে। ব্লুখাৰৰ গতি ৰোধ কৰিবলৈ, পাৰী আৰু মালমেইজঁৰ মাজত থকা নৈৰ বুকুৰ দলংখন চৰ্কাৰৰ আদেশমতে বৰতোপেৰে উৰুৱাই দিয়া হ'ল।[৪২৬] নাপলেয়ঁক চকুৰ আগত নাপাই, কলিজাৰ দাঁহ পুৰাবলৈ ব্লুখাৰে পাৰী নগৰীৰ প্লাচ্ ভাঁদম্ বোলা চাৰি-আলিত অৱস্থিত ওখ স্তম্ভৰ মূৰত বিৰাজ কৰা নাপলেয়ঁৰ মৰ্মৰ মূৰ্তিকে থহাই ধূলিস্যাৎ কৰিবলৈ

←on the other hand, made it known that if Napoleon was to be executed it was not he who would carry out the order Korngold

৪২৫ Napoleon had sent reinforcements under his general Massena In consequence, Wellesley (পিছত লৰ্ড ৱেলিংটন) not only had to retreat but the French pursued him into Portugal and declared that they would drive the English into the sea Warner and Marten

৪২৬ The provisional government was in a quandary It did not dare to incur the displeasure of the Allies by helping Napoleon to escape, but neither did it care to arouse the wrath of the populace by having him fall into the hands of Blucher Beker received orders to burn the bridge at Chatou Fouche and his colleagues were extricated from their awkward situation by a letter from de Bonnefoux, maritime Prefect at Rochefort He wrote that the straits were now so closely blockaded by the British that escape would be impossible Korngold

ওলাল। বহু সাধ্যসাধনাৰেহে তেওঁক সেই কাৰ্য্যৰ পৰা নিৰস্ত কৰিব পৰা হৈছিল।

নিশা আহিল। কি কৰোঁ কি নকৰোঁ ভাবি-গুণি প্ৰমাদ গণি ফুশেই আঙুলি মূৰৰ নখ কামুৰি বহি আছে, এনেতে ৰশ্‌ফৰৰপৰা বাতৰি আহিল যে ইংৰাজৰ যুদ্ধৰ জাহাজ সেই ঠাই পাইছেহি। ফুশে আৰু তেওঁৰ নগৰীয়াসকলে হেৰোৱা উশাহ ঘূৰাই পালে। তুৰন্তে সেই নিশাই তেওঁ দেক্ৰেক নাপলেয়ঁৰ ওচৰলৈ পঠালে।

পুৱা চাৰি বজাত দেক্ৰেই নাপলেয়ঁক মালমেইজঁত লগ ধৰি ফুশেৰ অভিপ্ৰায়ৰ কথা তেওঁক জনালে। ফুশেৰ কথাকে সৰল চিত্তেৰে বিশ্বাস কৰি তেওঁ এই কথাও জনালে যে চা-আল্ আৰু মেডুচ্ জাহাজৰ অধ্যক্ষক, ইংৰাজৰ প্ৰতিশ্ৰুতিপত্ৰ নোপোৱালৈকে জাহাজ নেমেলিবলৈ যি নিষেধাজ্ঞা দিয়া হৈছিল, সেই আজ্ঞা উঠাই লোৱা হৈছে। গতিকে নিৰ্বিঘ্নে নাপলেয়ঁই এতিয়া আমেৰিকালৈ যাত্ৰা কৰিব পাৰে। মালমেইজঁৰপৰা তেওঁ তুৰন্তে আতৰ হোৱা একান্ত বাঞ্ছনীয়। সেই দিনাই ( ২৯ জুন ) ৰশ্‌ফৰলৈ যাত্ৰা কৰিব বুলি নাপলেয়ঁই দেক্ৰেক প্ৰতিশ্ৰুতি দিলে।

ন মান বজাত লাভালেত্ আৰু মাৰে নাপলেয়ঁক ল'গ পাবলৈ মালমেইজঁলৈ আহিল। নাপলেয়ঁই মালমেইজঁৰ পুথি-ভঁৰালত কিতাপ পঢ়ি আছিল। তালৈকে তুযোকো লৈ যোৱা হ'ল। থন্তেক পিছতে জেনেৰেল ফ্লাহ' আৰু জোচেফো তাতে আহি বহিলহি। লাভালেতে পৰিস্থিতিৰ বিতং বাতৰি দি জনালে যে সেনাপতি গ্ৰুশি আৰু ভাঁদাম ভালেমান সেনা লৈ ৰাজধানীত উপস্থিত হৈছেহি। কেউজনে কথাবতৰা পাতি আছে, নাপলেয়ঁই কিবা ভাবি-গুণি মনে মনে আছে এনেতে বাজত 'ভিভ্-লঁপৰৰ' ধ্বনি শুনা গ'ল। কবাচী সেনাৰ এক পল্টন আহি মালমেইজঁ পাইছেহি। দূৰৰ পৰা শত্ৰুসেনাৰ হিলৈৰ শব্দও কাণত পৰিছেহি।

পৰিস্থিতিৰ বিতং বাতৰি পাই, বিচক্ষণ সেনাপতিৰ চকুৰে

নাপলেয়ঁই দেখিবলৈ পালে যে ব্লুখাৰ আৰু ৱেলিংটন দুয়োকে ধ্বংস কৰাৰ সোণালী সুযোগ অযাচিতে উপস্থিত হৈছে। ৱেংলিংটনৰ সেনা তেতিয়াও ভ্ৰাম্যমান পিছত আছে, সততাই ব্লুখাৰক লগ ধৰিবহি নোৱাৰিব। এই চলতে গ্ৰুশ্বি আৰু ভাঁদামৰ লগত অহা সেনাবে ব্লুখাৰৰ আধ্যা পেলাই ৱেলিংটনৰ দিহা লগাব পৰা হ'ব। ৱটাৰ্লুৰ পৰাজয়ৰ প্ৰত্যুত্তৰ দিয়াৰ এই সোণালী সুযোগ চকুৰ আগত দেখি সৈনিকৰ হিয়া উথলি উঠিল।

হঠাৎ টোপনিৰ পৰা সাৰ পাই উঠাদি ঘপ্ কৰে উঠি নাপলেয়ঁই ক'লে, "এমুঠি প্ৰুচ্ সেনাৰ ওচৰত ফ্ৰান্সে পৰাজয় মানি ল'বনে? নিমিষতে ব্লুখাৰৰ বাহিনী ধ্বংস কৰি অস্থায়ী চৰ্কাৰৰ লগত সন্ধিৰ আলোচনা কৰিবলৈ মিত্ৰশক্তিক মই বাধ্য কৰিব পাৰিম।"[৪২৭]

তৎক্ষণাৎ সেনাপতি বেকেৰক মতাই আনি ৰাজধানীলৈ গৈ অস্থায়ী চৰ্কাৰৰ ওচৰত অনুৰোধ জনাবলৈ ক'লে যেন তেওঁক (নাপলেয়ঁক) চৰ্কাৰৰ অধীনস্থ সেনাপতিৰূপে নিযুক্ত কৰি, শত্ৰুক দেশৰ পৰা খেদি উলিওৱাৰ সুযোগ দিয়ে। সৈনিকৰ শপত লৈ তেওঁ চৰ্কাৰক প্ৰতিশ্ৰুতি দিব যে সেই কাম সমাধা হ'লেই, দেশ নিৰাপদ হ'লেই, সেনাপতিত্ব ত্যাগ কৰি তেওঁ আমেৰিকালৈ গুচি যাব। নাপলেয়ঁই কথা কিআযাৰ আজ্ঞাৰ সুৰত কৈছিল, বেকেৰেও তেওঁৰ অনুৰোধক আদেশ বুলি মানি লৈ ৰাজধানীলৈ যাত্ৰা কৰিলে।[৪২৮]

৪২৭ He now looked at the gap separating Blucher's army from Wellington's and realized the opportunity this presented "France" he cried, "must not submit to a handful of Prussians! I can still crush the enemy and give the government the opportunity to negotiate with the Allies" Korngold.

৪২৮ The order was given in a tone of command that brooked no argument Beker saluted and hastened to carry it out Korngold

তেওঁৰ এই প্ৰস্তাৱ অস্থায়ী চৰ্কাৰে দলিয়াই পেলাব বুলি নাপলেয়ঁই ভাবিবকে পৰা নাছিল। বেকেৰক ৰাজধানীলৈ পঠায়েই তেওঁ সেনাপতিৰ সাজ-পোচাক পিন্ধিলে। মন প্ৰফুল্ল হ'ল, মুখত হাঁহি বিৰিঙিল। খন্তেকতে যেন তেওঁৰ বয়স দহ বছৰ কমি গল। বেকেৰ ঘূৰি আহি পোৱা মাত্ৰকে ঘোঁৰাৰ পিঠিলৈ জঁপিয়াই শত্ৰু সেনাৰ সন্মুখীন হ'বলৈ তেওঁ প্ৰস্তুত হ'ল।[৪২৯]

বেকেৰে গৈ অস্থায়ী চৰ্কাৰৰ ওচৰত নাপলেয়ঁৰ প্ৰস্তাৱ দাখিল কৰিলত ফুশেই উত্তৰ দিলে, "নাপলেয়ঁই আমাৰ লগত পেংলাই কৰিব খুজিছে নেকি?" বেকেৰৰ যোগেদি লিখিত উত্তৰ পঠোৱা হ'ল: দেশৰ নিৰাপত্তাৰ কথা চৰ্কাৰে বুজে। তাৰ বাবে চৰ্কাৰে নাপলেয়ঁৰ সাহায্যৰ আৱশ্যকতা বোধ নকৰে। তুৰন্তে তেওঁ মালমেইজঁৰ পৰা আঁতৰি যাব লাগে।

উত্তৰ পাই নাপলেয়ঁ ম্ৰিয়মান হ'ল, মাথোন ক'লে, "ফৰাচী জাতিক সিহঁতে চিনি পোৱা নাই। ইয়াৰ বাবে সিহঁতে অনুতাপ কৰিবলগীয়া হ'ব।" সেই দুআষাৰ মাথোন কথা কৈ লগৰীয়া আৰু লগুৱাইঁতক মাল-মতং বান্ধি-কুন্ধি ৰশ্ব্‌ফৰলৈ যাবলৈ সাজু হ'বলৈ তেওঁ আদেশ দিলে।

আবেলি পৰত (২৯ জুন) মাক, জীয়েক (হৰ্টেন্স), বন্ধু-বান্ধৱ সকলোটিকে একোবাৰকৈ বুকুত সাৱটি নাপলেয়ঁই বিদায় ল'লে। বিদায় পৰ্ব সুৰঁৰি নাপলেয়ঁৰ মৃত্যুৰ পিছত কৰ্লৈকুৰে তেওঁৰ জীৱন সোঁৱৰণীত লিখিছিল: "সম্ৰাটৰপৰা মেলানি মাগিবৰ পৰত মোৰ মনৰ অৱস্থা কি হৈছিল বৰ্ণাবলৈ চেষ্টা নকৰোঁ। চকুৰ আগত দেখিবলৈ

৪২৯ Napoleon was confident that his offer would be accepted He dressed carefully in the uniform of a colonel of the *chasseurs da la Garde* He seemed to have grown ten years younger as he impatiently awaited Beker's return, ready to mount his horse and be off to confront the enemy Korngold

পাইছিলো তেওঁৰ অনন্ত বনবাস। তৈতিয়াৰেপৰা মোৰ জীৱনৰ প্ৰতি স্পৃহাৰ অন্ত পৰিছিল। মোৰ একমাত্ৰ দুখ এয়ে যে ন্যায় আৰু বিবেকৰ খাতিৰত যি কাম মই হাতত লৈছিলোঁ, সেই কাম সম্পূৰ্ণ কৰি যাব নোৱাৰিম। মোৰ অন্তিম ওচৰ চাপি আহিছে। মৃত্যুৰ গ্ৰাসৰ পৰা যিকণ সময় ধৰি ৰাখিব পাৰোঁ, তাৰে মাজত দলাদলিয়ে সিংহাসনচ্যুত কৰা সেই বীৰৰ ছবিখনি যিমান দূৰ পাৰো সম্পূৰ্ণ কৰি যাব পাৰিলে, দেশৰ প্ৰতি এটি পবিত্ৰ কৰ্তব্য সমাধা কৰি গলোঁ বুলি ভাবিব পাৰিম।

"নাপলেয়ঁ অকল বীৰেই নাছিল, অকল সম্ৰাটেই নাছিল , তেওঁ আছিল তাৰো বহু ওপৰত। আন কোনো নৃপতি বা আন কোনো মানবৰে লগত তেওঁৰ তুলনা নচলে। তেওঁৰ মৃত্যুৱে মানৱজাতিৰ হিয়াৰ মাজত যি শূন্যতাৰ সৃষ্টি কৰিলে, সেই শূন্যতা কোনো দিনাও পূৰ নহ'ব। যিটো যুগৰ ওপৰত নাপলেয়ঁ বনাপাৰ্তৰ গৰিমাৰ পোহৰ পৰিছিল, যুগযুগান্তৰলৈ সেই যুগৰ পিনলৈ উলটি চাই মানৱজাতিয়ে অৱনত শিৰে শ্ৰদ্ধাঞ্জলিৰ তৰ্পণ আগবঢাব।"

আৰেলি পাঁচ বজাত নাপলেয়ঁ বাগীত উঠিল। সেনাপতি বেঁত্ৰাঁ, বেকেৰ আৰু তেওঁৰ প্ৰিয় বন্ধু আৰু আগৰ মন্ত্ৰী, ৰভিগৰ ডিউক্ চাভাৰিও একেখন বাগীতে বহিল। মুনিহ-তিৰোতা, ল'ৰা-ছোৱালী লৈ আৰু যাঠিজনমান প্ৰাণী পিছে পিছে আন বাগীত গ'ল। তাৰে খেনো গৈছিল, তেওঁ যলৈকে যায়, তালৈকে গৈ তেওঁৰ দুখৰ ভাগ ল'বলৈ, আৰু খেনো গৈছিল তেওঁৰ শত্ৰুসকলৰ কোপদৃষ্টিৰ হাত সাৰিবলৈ। ব্ৰিটিচ্ চৰ্কাৰে প্ৰতিশ্ৰুতিপত্ৰ পঠাই তেওঁক আমেৰিকালৈ যাবলৈ দিব বুলি নাপলেয়ঁই সৰল চিত্তেৰে বিশ্বাস কৰিছিল। নকৰিলে ইমান বিলাক প্ৰাণীক বিপদত পেলাবলৈ লগত তেওঁ কিয় লৈ যাব ?[৪৩০]

---

৪৩০ He must have expected that the document would be forthcoming How else explain why he allowed so→

মালমেইজঁৰ পৰা ৰশ্ৰ্‌ফৰলৈ তিনি শ মাইল বাট। জুলাই মাহৰ ১ তাৰিখে নিশা দহ বজাত নাপলেয়ঁ দলে বলে গৈ নিয়ৰ বোলা ঠাই এডোখৰ পালেগৈ। তাতে এটা চৰাই ঘৰত ৰাতিটো কটাবলৈ ল'লে। নাপলেয়ঁৰ উপস্থিতিৰ সন্ধান পাই মানুহে আহি তাত জুম পাতিলেহি। সেই অঞ্চলৰ সৈন্যবাহিনীৰ বিষয়াসকলে একগোট হৈ দক্ষিণৰ সৈন্যবাহিনীৰ নেতৃত্ব গ্ৰহণ কৰি দেশ ৰক্ষা কৰিবলৈ তেওঁক আবেদন জনালেহি।[৪৩১] নাপলেয়ঁই সেই কাম কৰিবলৈ মান্তি নহ'ল, কিন্তু তেওঁলোকৰ অনুনয় বিনয়ত বিচলিত হৈ, তেওঁক সেনাপতিত্ব দিবলৈ অনুৰোধ জনাই পুনৰ অস্থায়ী চৰ্কাৰলৈ এখন আবেদনপত্ৰ পঠালে। শত্ৰুক দেশৰ পৰা খেদাই উলিয়ায়েই তেওঁ ফ্ৰান্স এৰি যাব বুলি পুনৰ প্ৰতিশ্ৰুতি দিলে।

৩ তাৰিখলৈকে তেওঁ উত্তৰৰ বাবে নিয়ৰত বাট চালে। উত্তৰ নাহিল। ৩ তাৰিখে দোকমোকালি বেলিকা পুনৰ তেওঁ বাগীত উঠিল। ৰাতি তেতিয়া পুৱা নাই। সেই পৰতো মুনিহ তিৰোতাৰ এক জনতা গোট খাই 'ভিভ-লঁপৰৰ' বুলি জয় ধ্বনি দি সিহঁতক দলনিত পোনা মেলি এৰি নাযাবলৈ তেওঁক কাকুতি কৰিছিলহি।

---

←many—including women and children—to attach themselves to the party ? Korngold

৪৩১ He left Niort on July 3, at four in the morning Even at that early hour a crowd had assembled and there were cries of "Vive l'Empereur !" "Don't forsake us" Korngold

সেই দিনাই পুৱা আঠ বজাত নাপলেয়ঁ বধ্ৰকবত উপস্থিত হ'ল। তাতো তেওঁক আদৰিবলৈ গাওঁভূইৰ পৰা বাইজ হিলদ'ল ভাঙি আহিল। পাৰৰপৰা কিছু দূৰত সাগৰৰ মাজত 'চা-আল' আৰু 'মেহুচ' বোলা দুখন সৰু যুদ্ধৰ জাহাজ তেওঁৰ বাবে ৰখা হৈছে বুলি তেওঁক জনোৱা হ'ল। তেওঁৰ ইচ্ছা আছিল তুৰন্তে জাহাজত উঠি সাগৰ পাৰ হোৱাৰ।

'চা-আল' বোলা জাহাজখনৰ অধ্যক্ষ কেপ্তেইন ফিলিবেৰ আছিল বুঁৰ্ব বজাৰ পক্ষীয় 'ৰোয়ালিস্ত্'। তেওঁ নাপলেয়ঁক জনালে যে চৰ্কাৰৰ পৰা আদেশ নোপোৱালৈকে জাহাজ নচলাবলৈ তেওঁলৈ নিৰ্দেশ আহিছে, গতিকে চৰ্কাৰৰ আদেশলৈ বাট চাব লাগিব। সিপিনে দেখা গ'ল 'বেলেৰফন' নামেৰে ইংৰাজৰ এখন যুদ্ধৰ জাহাজে, আৰু এখন সৰু যুদ্ধৰ জাহাজেৰে সৈতে, ফৰাচীৰ জাহাজ দুখনৰ পৰা অলপ আঁতৰতে আহি লঙ্গৰ পেলাইছেহি। নৌ-বিভাগৰ মন্ত্ৰী দেক্ৰেই দিয়া আদেশ অনুসৰি 'মেহুচ' বোলা জাহাজখনে ইংৰাজৰ জাহাজ আক্ৰমণ কৰা হ'লে, 'চা-আল' বোলা জাহাজখনত নাপলেয়ঁ যাবগৈ পাৰিলেহেঁতেন। কিন্তু দেক্ৰেৰ আদেশ বদ কৰি সেই উপায়েৰে তেওঁ সাৰি যোৱাৰ মুদাও কুশ্বেই ইতিমধ্যে মাৰি থৈছিল।[৪৩২]

নাপলেয়ঁৰ বুজিবলৈ বাকী নাথাকিল যে তেওঁক আমেৰিকালৈ যাবলৈ দিয়া ন'হব। ইংৰাজৰ হতুৱাই বন্দী কৰোৱাৰ কন্দীৰেহে

৪৩২ Had the order of Deerés that the *Méduse*, the slower of the two frigates, should if necessary sacrifice itself, not been countermanded, there can be no doubt that he could have escaped in the *Saale* There were at that time only two British warships blockading Rocheport—the cruiser *Bellerophone* and the brig *Myrmidon* The former, a vessel carrying seventy four guns, was old and slow, while the *Saale* was one of the newest and fastest ships in the French Navy Korngold

তেওঁক ৰথ্‌ফৰ্ৰলৈ পঠোৱা হৈছিল। লাস কাচে লিখি থৈ গৈছে যে এই নিৰঙ্কুশ অৱস্থাৰ সন্মুখতো নাপলেয়ঁ বিচলিত হোৱা নাছিল, তেতিয়াও তেওঁ ধীৰ, স্থিৰ, গম্ভীৰ, তেওঁৰ হাবভাবত অস্থিৰতাৰ লেশমাত্ৰ আভাস নাই।[৪৩৩]

নাপলেয়ঁৰ লগৰীয়া সকলে প্ৰমাদ গণি মূৰে কপালে হাত দি বহি থকা দেখি, 'মেছুচ' জাহাজৰ ডেকা কেপ্তেইনজনে আহি ক'লে, "সম্ৰাটে আদেশ দিলে চা-আল জাহাজৰ কেপ্তেইন ফিলিবেৰক দলিচপৰা ফৰ্মুটিওৱাদি ফৰ্মুটিয়াই আমি সাগৰত পেলাই দিম। মোৰ জাহাজেৰে আমি ইংৰাজৰ দুখনক আক্ৰমণ কৰিম। লাগিলে সকলোৱে সম্ৰাটৰ হকে প্ৰাণ দিম। সেই সুযোগত সম্ৰাট চা-আল জাহাজত আঁতৰি যাব পাৰিব। আমাক মাথোন এতিয়া আদেশ লাগে।"

নাপলেয়ঁই ডেকা কেপ্তেইনৰ সাহসৰ শলাগ ল'লে, কিন্তু তেওঁক উদগনি নিদিলে। ক'লে, তেওঁৰ ভাগ্যত যি ঘটিব লগা আছিল তো ঘটিলেই, অযথা কেতবোৰ সাহসী নাৱিকৰ প্ৰাণহানি হ'বলৈ দি কি হ'ব ?"

ৰথ্‌ফৰ বন্দৰত লাগি থকা ডেনমাৰ্কৰ এখন জাহাজৰ কেপ্তেইন-জনে প্ৰস্তাব পঠালে যে তেওঁৰ জাহাজত লুকুৱাই নাপলেয়ঁক তেওঁ সাগৰ পাৰ কৰি দিব পাৰিব। দুখন মাৰ্কিনী জাহাজৰ কেপ্তেইন দুজনেও সেই প্ৰস্তাৱ দিছিল। যুদ্ধৰ জাহাজৰ নাৱিকসকলক শিক্ষা দিয়া পঢ়শালীৰ এদল ডেকা ছাত্ৰই, দুখন সৰু মাছমৰীয়া জাহাজত নাপলেয়ঁক লৈ নিশাৰ আন্ধাৰত সাগৰ পাৰি দিবলৈকো ওলাইছিল।

কেউটা প্ৰস্তাৱ শুনি নাপলেয়ঁই তেওঁৰ লগৰীয়াসকলৰ মত

৪৩৩ 'It is, however, evident" says Las Cases, "that in the midst of this agitation, he continues calm and resolute, without manifesting the least anxiety" Abbott

বিচাৰিলে। প্ৰায় সকলোৱে মত দিলে, সৈন্য বাহিনীলৈ তেওঁ আহ্বান জনাওক, পুনৰ তৰোৱাল হাতত লওক। উত্তৰত নাপলেয়ঁই ক'লে, "সেই কাম নকৰিম বুলি এবাৰ সিদ্ধান্ত ললোঁ যেতিয়া, সেই সিদ্ধান্তৰ লৰ-চৰ ন'হ'ব, প্ৰাণ গ'লেও মই গৃহযুদ্ধৰ অগনি জ্বলাবলৈ নাযাওঁ। ৰাজনীতি মোক আৰু নালাগে, লাগে শান্তি, জিৰণি।" লগৰীয়াসকলে তেতিয়া ক'লে যে তাকে নকৰে যদি, যি চাৰিটা প্ৰস্তাৱ দিয়া হৈছে, তাৰে এটা গ্ৰহণ কৰক। কিন্তু ভেশচন কৰি পলাই যাবলৈকো তেওঁ মান্তি ন'হ'ল, তেওঁৰ আত্ম-সন্মানত আঘাত লাগিল।[৪৩৪]

নাপলেয়ঁই তেতিয়াও আশা কৰিছিল যে সেনাপতিৰ বিচাৰি তেওঁ দ্বিতীয় বাৰ পঠোৱা আবেদন চৰ্কাৰে মঞ্জুৰ কৰিব। কিন্তু এইবাৰো তেওঁৰ আবেদন নামঞ্জুৰ হ'ল। ৭ তাৰিখৰ দিনা জেনেৰেল বেকেৰে সেই মৰ্মে পত্ৰ পালে। পত্ৰত নিৰ্দেশ আছিল যে তুৰন্তে নাপলেয়ঁ 'চা-আল' জাহাজত উঠি, ব্ৰিটিচৰ অনুমতিপত্ৰলৈ বাট নাচাই আমেৰিকালৈ ৰওনা হ'ব লাগে। ফৰাচী জাহাজৰ কেপ্তেইন দুজনলৈ আদেশ আছিল যে নাপলেয়ঁক ফ্ৰান্সৰ কোনোবা ঠাইত নমাই দিলে, ৰাজদ্ৰোহৰ অভিযোগত তেওঁলোকৰ বিচাৰ হ'ব। ফুশে আৰু তেওঁৰ সাঙ্গো-পাঙ্গসকলৰ প্ৰাণত তেতিয়া আতঙ্ক জন্মিছে— কিজানি নাপলেয়ঁই দক্ষিণৰ সৈন্যবাহিনীৰ লগ লাগে। সেই ভয়তে এই আদেশ জাৰি কৰা হৈছিল।[৪৩৫]

---

৪৩৪ Most of them advise a return to the Army, for there are still good prospects that the soldiers of the south will support him He emphatically refuses Nothing will induce me to light up a civil war I will have no more to do with politics I need repose, But his self-respect makes him shrink from the thought of escaping in disguise E L,

৪৩৫ The provisional government apparently wished to give him the opportunity to surrender voluntarily to the British but did not care to run the risk of having him join the army of the Loire Korngold

৮ তাৰিখৰ দিনা পুৱা নাপলেয়ঁ গৈ চা-আল জাহাজত উঠিল। সৰলচিত্তীয়া নাপলেয়ঁৰ মনত তেতিয়াও বিশ্বাস আছিল যে তেওঁ নিৰ্বিঘ্নে আমেৰিকালৈ যাব পৰাকৈ ইংৰাজে প্ৰতিশ্ৰুতিপত্ৰ পঠাব, নাইবা ইংলণ্ডতে তেওঁক আৰু তেওঁৰ লগৰীয়াসকলক আশ্ৰয় দিব।[৪৩৬]

তিন দিন উকলিল, প্ৰতিশ্ৰুতিপত্ৰৰ উম্-ঘাম নাই। চৰ্কাৰে আদেশ দিছিল যদিও, প্ৰতিশ্ৰুতিপত্ৰ নোপোৱাকৈ যাত্ৰা কৰিলে ইংৰাজৰ জাহাজে নিশ্চয় বাধা দিব সেই কথা তেওঁ বুজিছিল। ১১ তাৰিখৰ দিনা পুৱা তেওঁ তেওঁৰ দুজন লগৰীয়া, ৰভিগৰ ডিউক্ চাভাৰি আৰু লা-কাচক বগা নিচান উৰুৱাই সৰু এখন জাহাজত পাচিলে 'বেলেৰফন' জাহাজৰ গুৰিয়াল কেপ্তেইন মেইটলেণ্ডৰ ওচৰলৈ—তেওঁক সুধিবলৈ—যদি নাপলেয়ঁই আমেৰিকালৈ যাত্ৰা কৰে, তেওঁক নিৰ্বিঘ্নে যাবলৈ দিয়া হ'ব নে ন'হব, যদি নহয়, আৰু তেওঁ ইংলণ্ডত আশ্ৰয় ল'বলৈ বিচাৰে, নিৰাপদে তেওঁ ইংলণ্ডলৈ যাব পাৰিবনে নোৱাৰে।

মেইটলেণ্ড চাহাবে সলসলীয়াকৈ ফৰাচী ভাষা ক'ব পাৰিছিল। কটকী দুজনক আথেবেথে অভ্যৰ্থনা জনাই, জা-জলপান খুৱাই তেওঁলোকক জনালে যে ফৰাচী যুদ্ধৰ জাহাজ দুখনে সাগৰ পাৰি দিবলৈ চেষ্টা কৰিলে আগ ভেঁটিবলৈ তেওঁ আদেশ পাইছে, সেই কামৰ বাবেই তেওঁক তালৈ পঠোৱা হৈছে। নাপলেয়ঁ ইংলণ্ডলৈ যাব খোজা সম্বন্ধে তেওঁ ক'লে যে সেই বিষয়ে একো কোৱাৰ অধিকাৰ তেওঁৰ নাই, তেওঁ তুৰন্তে সেই বিষয়ে কৰ্তৃপক্ষলৈ বাতৰি পঠাই, সমিচাৰ পালেই জনাব।

মেইটলেণ্ডে এইবাৰ তেনেই মিছা কথা কৈছিল। নাপলেয়ঁই

৪৩৬ He still hoped that the British would grant him a safe-conduct to America, and if not, that he and his suite would be given asylum in England He had faith in British magnanimity and hospitality Korngold

আমেৰিকালৈ যাত্ৰা কৰিব খুজিলে, তেওঁৰ জাহাজ আক্ৰমণ কৰি, তেওঁক বন্দী কৰি ইংলণ্ডলৈ লৈ যাবলৈ ইতিমধ্যে তেওঁ নির্দেশ পাইছিল, কিন্তু ফৰাচী জাহাজ দুখনে যুদ্ধ দিলে বলে পাৰিবনে নোৱাৰে সেই সম্বন্ধে তেওঁৰ সন্দেহ আছিল। অন্ততঃ আৰু এখন যুদ্ধৰ জাহাজ পঠাবলৈ তেওঁ ইতিমধ্যে কর্তৃপক্ষলৈ লিখিছিল। সেইখন জাহাজ আহি নোপোৱালৈকে যাতে নাপলেয়ঁই যাত্ৰা কৰাৰ চেষ্টা নিদিয়ে, সেই বাবেহে তেওঁ এই ফাঁকিটো মাৰিছিল।[৪৩৭]

১৩ তাৰিখৰ দিনা ককায়েক জচেফ আহি ওলালহি। বৰ্দো বন্দৰৰ পৰা আমেৰিকালৈ যাবলৈ তেওঁ এখন জাহাজ কেৰেয়া (charter) কৰিছিল। জচেফ আৰু নাপলেঁয়ৰ চেহেৰাৰ এনে মিল আছিল যে দুয়োকো জঁজা ককাইভাই যেন হে লাগিছিল। জচেফে নাপলেয়ঁক টানি ধৰিলে যে ককায়েকৰ বেশত তেওঁ (জচেফে) কেৰেয়া কৰা জাহাজখনত নাপলেয়ঁ গুচি যাওক, তেওঁৰ (জচেফৰ) যোৱাৰ ব্যৱস্থা পিছেপৰে কিবা এটা হ'ব। কিন্তু ছদ্মবেশত পলাবলৈ নাপলেয়ঁক একোপধ্যে মান্তি কৰাব পৰা নগ'ল। ইতিমধ্যে ইংৰাজৰ আৰু এখন যুদ্ধৰ জাহাজ আহি 'বেলেৰফন'ৰ লগ লাগিলহি। ইংৰাজৰ জাহাজৰ লগত যুদ্ধ দি সাগৰ পাৰ হোৱাৰো মুদা মৰিল।

১৪ তাৰিখে মেইট্লেণ্ডে জনালে যে নাপলেয়ঁ ইংলণ্ডলৈ যাব খুজিলে, 'বেলেৰফন' জাহাজত তেওঁক লৈ যাবলৈ তেওঁ আদেশ পাইছে। ইংলণ্ডত তেওঁক যথাযোগ্য সন্মান দেখুওৱা হ'ব, ইংৰাজ

---

৪৩৭ This was far from being the truth (Admiral) Hotham had written to him (Maitland) that a safe-conduct had been refused and that if he (Napoleon) tried to escape Maitland should intercept him It appears that the Captain of the *Bellerophon* was by no means sure of his ability to keep Napoleon from escaping if the French frigates showed fight, and wished to gain time so that the reinforcements he had asked for could reach him Korngold

উদাৰ আৰু গণতান্ত্রিক জাতি, নাপলেয়ঁৰ ব্যক্তিগত স্বাধীনতাত কোনো ব্যাঘাত নজন্মে।[৪৩৮]

মেইটলেণ্ডৰ সমিচাৰ পাই নাপলেয়ঁই ইংলণ্ডলৈ যোৱাকে থিৰ কৰিলে। ইংৰাজক বিশ্বাস কৰিবলৈ সেনাপতিদ্বয় কাউণ্ট মঁথলঁ আৰু গুৰ্গই নাপলেয়ঁক দঢ়াই দঢ়াই হাক দিছিল, কিন্তু নাপলেয়ঁই তেওঁলোকৰ সতর্কবাণীলৈ কাণ নিদিলে, ক'লে, "ফৰাচীৰ পিছতে ইংৰাজেই পৃথিবীৰ সকলোতকৈ সভ্য আৰু প্রসিদ্ধ জাতি। বিজিত শত্রুৰ প্রতি মহানুভৱতা প্রদর্শন যে মহৎ কাৰ্য্য, সেইটো অতীজৰে পৰা চলি অহা এটি বিশ্বজনীন নীতি। আমাৰ কর্চিকা দ্বীপত, শত্রু হ'লেও, আলহীৰ প্রতি দুর্ব্যৱহাৰ কৰোঁতাজনক প্রাণে মৰা হয়। গতিকে মেইটলেণ্ডৰ কথা অবিশ্বাস কৰাৰ কাৰণ নাই।"[৪৩৯]

কিন্তু সেই প্রসিদ্ধ, সভ্য জাতিয়ে সভ্যতা আৰু মহানুভৱতাৰ যি চিৰস্মৰণীয়, অতুলনীয় উদাহৰণ দিব, পিছতহে নাপলেয়ঁই তাৰ মর্ম বুজিব।

ইংলণ্ডৰ তৎকালীন ৰজা তৃতীয় জর্জৰ মূৰৰ বিকাৰ ঘটাত, যুৱৰাজে (পিছত চতুর্থ জর্জ) ৰজাৰ যাবতীয় কামকাজ চলাই আছিল। ইংলণ্ডলৈ যোৱা খাটাং হ'লত নাপলেয়ঁই যুৱৰাজলৈ লিখিলে: "মহামান্য যুৱৰাজ, মোৰ দেশৰ ৰাজনীতিজ্ঞসকলৰ মাজত সৃষ্টি হোৱা দলাদলি, আৰু ইউৰোপৰ ঘাই শক্তি সকলৰ শত্রুতাৰ সমুখত পৰি, মোৰ ৰাজনৈতিক জীৱনৰ সামৰণি মাৰিলোঁ। মই

৪৩৮ It is an undisputed fact that Captain Mailtand, supreme on his own ship, guaranteed his guest's liberty, saying, "Napoleon will receive all proper attention in England. Our people are generous and democratic" E L

৪৩৯ "Next to the French, the English nation is the greatest and most distinguished Have I not been an emperor ? Has not from of old, chivalry to a fallen enemy aroused universal admiration ? In Corsica, they knife any one who violates the rights of hospitality" E L

এতিয়া থেমিচ্‌তক্লচৰ[৪৪০] দৰে আহিছোঁ, ব্ৰিটিচ্‌ প্ৰজাৰ জুহালৰ কাষত বহি, ব্ৰিটিচ্‌ জাতিৰ আইন-কানুনৰ আশ্ৰয়ত জীৱনৰ বাকীকেইটা দিন নিয়াবলৈ। মোৰ সকলোতকৈ শক্তিমন্ত, দৃঢ়মতি আৰু উদাৰমনা শত্ৰু হিচাপে আপোনাৰ ওচৰত মই সেই আশ্ৰয়ৰ বাবে দাবী জনালোঁ।"

মেইট্‌লেণ্ডৰ সহযোগিতাত সেনাপতি গুৰ্গক সেই চিঠি দি ইংলণ্ডলৈ পঠোৱা হ'ল। বাটত তেওঁক কোনেও হুকাবধা কৰা নাছিল, কিন্তু ইংলণ্ডত তেওঁক ভৰি দিবলৈ দিয়া নহ'ল। ইংৰাজ বিষয়াই তেওঁৰপৰা চিঠিখন লৈ যুৱৰাজলৈ পঠোৱাৰ ভাৰ ল'লে।

পিছদিনা পুৱা ( ১৫ জুলাই ) নাপলেয়ঁই কেইজনমান লগৰীয়াৰে সৈতে 'বেলেৰফন' জাহাজত গৈ উঠিল। বাকী লগৰীয়াসকলক 'মাৰ্মিডন' বোলা সৰু জাহাজখনত নি তোলা হ'ল। নাপলেয়ঁৰ কি মোহিনী শক্তি আছিল ক'ব নোৱাৰি, তেওঁ জাহাজত গৈ ভৰি দিয়া মাত্ৰকে কেউপিনে কাঁহ পৰি জীন গ'ল। জাহাজৰ শ শ নাৱিক সেনাই মন্ত্ৰমুগ্ধ ফণীৰ দৰে নিৰ্বাক, নিস্পন্দ হৈ তেওঁৰ পিনে থিৰ চকুৰে চাই ৰ'ল। কাৰো চাৱনিত শত্ৰুতাৰ লেশমাত্ৰও আভাস নাই। সকলো যেন কিবা এক আচৰিত সুন্দৰ বস্তু দেখি ভোল গৈছে।[৪৪১]

---

৪৪০ থেমিচ্‌তক্লচ্‌ ( খৃঃ পূঃ ৫১৪-৪৪৯ ) আছিল পুৰাকালৰ গ্ৰীচ্‌ দেশৰ এজন বীৰপুৰুষ। পাৰস্য দেশৰ সম্ৰাটে যেতিয়া গ্ৰীচ্‌ আক্ৰমণ কৰিছিল, গ্ৰীক বাহিনীৰ সেনাপতিৰূপে থেমিচ্‌তক্লচে অসামান্য বীৰত্ব দেখুৱাইছিল। তথাপি, যুদ্ধত হৰাৰ পিছত নিজৰ দেশবাসীয়েই যেতিয়া তেওঁক বধ কৰিবলৈ ওলাইছিল, তেতিয়া তেওঁ পলাই গৈ পাৰস্য সম্ৰাট জেৰেক্‌চেজৰ ওচৰত আশ্ৰয়প্ৰাৰ্থী হৈছিল, আৰু পাৰস্য সম্ৰাটে তেওঁৰ বীৰত্বৰ প্ৰতি সন্মান দেখুৱাই তেওঁক সাদৰে অতিথিৰূপে গ্ৰহণ কৰি পাৰস্যত সসন্মানে বাস কৰিবলৈ দিছিল।

৪৪১ Napoleon had that indescribable something the fascination of which even his enemies could not resist The *Morning Chronicle* of July 25, 1815 reported All hostility vanished the moment the Emperor set foot on→

কেপ্তেইন মেইট্‌লেণ্ডে তেওঁক অভ্যৰ্থনা জনাবলৈ আগবাঢ়ি আহিলত নাপলেয়ঁই ক'লে, "আপোনাসকলৰ যুৱৰাজৰ আৰু আপোনাসকলৰ দেশৰ আইন কানুনৰ আশ্ৰয়ত দিন কটাবলৈ মই আহিছোঁ।" জাহাজৰ অধ্যক্ষেৰে পৰা আৰম্ভ কৰি সাধাৰণ নাৱিকলৈকে সকলোৱে নাপলেয়ঁক যথাযোগ্য সম্মান দেখুৱাইছিল। 'বেলেৰফন' জাহাজত নাপলেয়ঁৰ অভ্যৰ্থনাত খুঁত ধৰিবলগীয়া একো নাছিল।[৪৪২]

২৪ তাৰিখৰ দিনা ইংলণ্ডৰ টৰ্বে বন্দৰত জাহাজ অলপ পৰ ৰৈছিল। তাত কেপ্তেইন মেইট্‌লেণ্ডে নৌবাহিনীৰ ঘাইমূৰীয়া সেনাপতি এডমিৰেল লৰ্ড কাইথৰ পৰা এখন চিঠি পালে। লৰ্ড কাইথে লিখিছিল, "নেপলিয়নক ক'বা যে মই তেওঁৰ ওচৰত ধৰুৱা, মোৰ ভতিজা লৰাটো এখন যুদ্ধত আহত হওঁতে, তেতালিকে চাৰ্জনৰ হতুৱাই তাৰ জখমত দৰৱজাতি দিয়াই, এটা পঁজা ঘৰলৈ তাক নিনিওৱা হ'লে, নিৰ্ঘাত তাৰ মৃত্যু ঘটিলহেঁতেন।" লৰ্ড কাইথে

---

←the English ship, and one and all fell under the charm of his manners A note of wonder runs through the countless depositions to that effect Korngold

নাপলেয়ঁই 'বেলেৰফন' জাহাজ এৰি যোৱাৰ পিছত মেইট্‌লেণ্ডে তেওঁৰ সম্বন্ধে জাহাজৰ নাৱিকসকলৰ মত লওঁতে, সকলোৱে একমুখে কৈছিল : Well, they may abuse that man as much as they please, but if the people of England knew him as well as we do, they would not touch a hair of his head Maitland *Narrative of the surrender of Napoleon Bonaparte and of his residence on Board H M S Bellerophon*

৪৪২ Las Cases has written "The Captain, officers and crew soon adopted the etiquette of his suite, showing him exactly the same attention and respect The Captain addressed him either as *Sire* or *Your Majesty* When he appeared on deck, everyone took off his hat, and remained uncovered while he was present" Korngold

লিখা কথা শুনি, ইংলণ্ডত তেওঁৰ অভ্যৰ্থনা সম্বন্ধে নাপলেয়ঁ আশ্বস্ত হ'ল।[৪৪৩]

২৬ তাৰিখৰ দিনা 'বেলেৰফন' জাহাজ ইংলণ্ডৰ প্লিমাথ্ বন্দৰত লাগিলগৈ। সেই ঠাই গৈ পোৱা মাত্ৰকে জাহাজৰ বিষয়া, নাৱিক সকলোৰে হাবভাৱত আমূল পৰিবৰ্ত্তন ঘটা দেখা গ'ল। কেপ্তেইন মেইট্লেণ্ডৰ মুখখন শেঁতা, গহীন, তেওঁৰ যেন মাতবোল হৰিল। ইংৰাজৰ যুদ্ধৰ জাহাজে বেলেৰফন জাহাজখনক কেউপিনে বেৰি পেলালে। দুখন যুদ্ধৰ জাহাজ চকীদাৰ খাড়া হোৱাদি বেলেৰফনৰ দুয়োকাষে খাড়া হ'ল। বেলেৰফন্ জাহাজলৈ প্ৰবেশ নিষেধ—এনে ভাব যেন ইংলণ্ডৰ প্ৰজাই নাপলেয়ঁক বলেৰে নি ইংলণ্ডৰ ৰাজসিংহাসনত বহুৱাবগৈ পাৰে, গতিকে সাৱধান হোৱা আৱশ্যক।[৪৪৪]

দূৰদূৰণিৰ পৰা হাজাৰে বিজাৰে প্ৰজা, নাৰেৰে, জাহাজেৰে, বাগীৰে, খোজকাঢ়ি, হিলদ'ল ভাঙি আহিছে নাপলেয়ঁক চাবলৈ। ইংলণ্ডৰ প্ৰজাই কুৰি বছৰে, তেওঁলোকৰ নেতাসকলৰ মুখেদি শুনি আহিছে, নাপলেয়ঁ এটা দস্যু, দানৱ, পিশাঁচ। কুৰি বছৰে যাৰ নাম শুনিলে বসুন্ধৰা কঁপিছিল, এতিয়া পিঞ্জৰাত সুমুৱাই অনা সেই

৪৪৩ "You may say to Napoleon that I am under the greatest personal obligation to him for his attention to my nephew, who was taken and brought before him at Belle Alliance, and who must have died, if he had not ordered a surgeon to dress him immediately and sent him to a hut" Korngold

নাপলেয়ঁৰ ওচৰত ধৰুৱা এইজন লৰ্ড চাহাবেই কিন্তু পিছত ইংলণ্ডৰ যুৱৰাজক এবাৰ লগ পাবলৈ নাপলেয়ঁক সুযোগ দিয়াৰ কথা উঠোতে কৈছিল, "That won't do Damn the fellow, if he had obtained an interview with His Royal Highness, in half an hour they would be the best of friends in England Rosebery

৪৪৪ Had the British Government been apprehensive that the English people would rise and seize Napoleon, and make him their king, they could not have adopted→

ৰিংহটোনো প্ৰকৃততে কেনে ধৰণৰ জীৱ, এবাৰ চাবলৈ প্ৰজাৰ মাজত উদ্বলি-মুদ্বলি লাগিল। হকাবধা নামানি কেইখনমান নাওঁ বেলেৰফন জাহাজৰ কাষ চাপোঁতে গুলি বৰষা হ'ল। দুখন নাও বুৰিল, কেতবোৰ মানুহ মৰিল।[৪৪৫]

নাপলেয়ঁই তেওঁৰ কোঠাত সোমাই ভাবিগুণি বহি আছিল। সোমাই সোমাই আমনি লাগিলত, অকণমান বতাহ খাবলৈ বাজলৈ ওলাই আহি, জাহাজৰ বাৰান্দাত থিয় দি দেখিবলৈ পালে এক অভূতপূৰ্ব দৃশ্য। যিমান দূৰলৈ দৃষ্টি যায় সিমানলৈকে নৰনাৰীৰ এক বিস্তীৰ্ণ সমুদ্ৰ। তেওঁক দেখা মাত্ৰকে লাখবিলাখ মানুহৰ হাত অতৰ্কিতে মূৰলৈ গল, মূৰৰ টুপী হাতলৈ আহিল, যেন কিবা যন্ত্ৰইহে এই লাখবিলাখৰ হাতবোৰ চলালে। সমুখত ওলাল দিগন্ত বিয়পা এক উদং মূৰৰ অকূল সাগৰ। কাৰো মুখত মাত নাই, কেউপিনে কাঁহপৰি জীন যোৱা নিঃশব্দতা। সি এক অবিস্মৰণীয, অপূৰ্ব মুহূৰ্ত। এই লাখ-বিলাখৰ মাজত এজনে মাথোন মূৰৰ টুপীটো হাতত লোৱা নাছিল। সেইজন আছিল জাহাজৰ অধ্যক্ষ কেপ্তেইনজন।[৪৪৬]

---

←more rigorous precautions "Two frigates were appointed" says Sir Walter Scott, "to lie as guards on the *Bellerophon*, and sentinels were doubled and trebled both by day and by night" Abbott

৪৪৫ The afflux of spectators bordered on the fantastic People came from all over England and Scotland Post-horses were at a premium Row-boats rented as high as sixty pounds were packed so closely that no water was visible between them Korngold

৪৪৬ There he stands, the great defeated foe, in his world-famous green coat, defenceless Thousands of eyes instantly converge on him An extraordinary thing happens As far as Napoleon's gaze can reach, on the boats, the ships, throughout the harbour not a man remains covered The greeting is universal Only one→

তিন দিনলৈ একো বাতবি নাই। নাপলেয়ঁৰ ভৱিষ্যত নির্দ্ধাৰণ কৰিবলৈ লণ্ডনত তেতিয়া ৰজামন্ত্ৰী পাৰিষদবর্গৰ ভো-চক্ৰ মেল বহিছে। ৱেলিংটনে কচৰ-কামোৰ দি লাগিছে, নাপলেয়ঁক বন্দী কৰি বুঁৰ্ব ৰজাৰ হাতত শোধাই দিয়া যাওক, যাতে তেওঁক শিয়াল-কুকুৰ মৰাদি গুলিয়াই মাৰিব পৰা হয়। এই ইংৰাজ মহাবীৰজন যে দৰাচলতে কোন শ্ৰেণীৰ বীৰ আছিল, তেওঁৰ এই ব্যৱহাৰেই তাৰ নিদৰ্শন। ইংলণ্ডৰ প্ৰধানমন্ত্ৰী লৰ্ড লিভাৰপুলৰো যে সেইটোৱেই হাবিয়াস আছিল, পৰৰাষ্ট্ৰ মন্ত্ৰী লৰ্ড কাচ্‌ল্‌ৰেয়ালৈ তেওঁ পঠোৱা এটা টোকাই তাৰ স্পষ্ট প্ৰমাণ দিয়ে। সেই টোকাত তেওঁ লিখিছিল : আমাৰ ইচ্ছা যে ফ্ৰান্সৰ ৰজাই ব'নাপার্তক ফাঁচী দিয়ক নাইবা গুলি কৰাই মৰাওক, এই অধ্যায়ৰ সেইটোৱেই সকলোতকৈ উত্তম সামৰণি হ'লহেঁতেন।[৪৪৭]

এই দুই মহাপুৰুষৰ মতেই সম্ভৱতঃ ৰজিলগৈহেঁতেন। কিন্তু ৰজাৰ ওচৰ সম্বন্ধীয়া অভিজাত চাচেক্‌চৰ ডিউকে টানি ক'লে যে তেনে বিধান হাতত ল'লে, ফ্ৰান্সত পুনৰ বিপ্লৱ আৰু ইউৰোপত যুদ্ধ অনিবাৰ্য্য। সেই কথা শুনি হে ডা-ডাঙৰীয়াসকলৰ গালৈ অকণমান চেতন অহা যেন দেখা গ'ল। সিদ্ধান্ত হ'ল, একে হেঁচোকাতে ন'বধি, নাপলেঁয়ক তিল তিলকৈ বধা হে সজ বুদ্ধি হ'ব,[৪৪৮] তেওঁক চেইণ্টহেলেনালৈ পঠোৱা যাওক।

---

—man among all those onlookers keeps his three-cornered hat on his head It seems as if the whole nation were willing to pay the Emperor the homage which a petty-fagging captain withheld E L

৪৪৭ "We wish" writes Lord Liverpool, Prime Minister, to Lord Castlereagh, Foreign Secretary, "we wish that the King of France would hang or shoot Bonaparte, as the best termination of the businessf " Rosebery

৪৪৮ The expostulations of the Duke of Sussex induced the Government to adopt the lingering execution of insult and privation instead of the more speedy agency of the bullet Abbott

এইদৰে বিনা বিচাৰে নাপলেয়ঁৰ ওপৰত যাৱজ্জীৱন দ্বীপান্তৰৰ দণ্ড বিহা হ'ল। মহীয়ান এজন বীৰপুৰুষৰ এখন মহৎ আবেদনপত্ৰৰ যথাযোগ্য উত্তৰ দি মাত মাতিব পৰা এজন পুৰুষো ইংলণ্ডৰ শাসকবৰ্গৰ মাজত নোলাল। নাপলেয়ঁ বন্দী হ'ল, সি দুখৰ কথা, কিন্তু তাতোকৈ দুখৰ কথা হ'ল এই যে জগতে মহত্বৰ মোল নুবুজিলে। অযাচিতে কি এক অমূল্য মুকুতা আহি তেওঁৰ হাতত পৰিছিলহি, ক্ষুদ্ৰমনা ইংৰাজ যুৱৰাজে সেই কথা হৃদয়ঙ্গম কৰিব নোৱাৰিলে। গাদীৰে গদিয়াই ইংলণ্ডৰ যুৱৰাজক অকণমানো সুবুদ্ধি দিয়া হ'লে, অতি শোকৰ এটি কাহিনী শুনি জগতে আজিও চকুলো টুকিবলগীয়া নহ'লেহেঁতেন। ভাৰতৰ মহীপতি পুৰুক যুদ্ধত হৰুৱাই আলেকজাণ্ডাৰে যেতিয়া সুধিছিল, তেওঁ কেনে ধৰণৰ আচৰণ প্ৰত্যাশা কৰে, পুৰুৱে নিৰ্ভীক হৃদয়েৰে উত্তৰ দিছিল, ৰজাৰ প্ৰতি ৰজাৰ দৰে আচৰণ। আলেকজাণ্ডাৰে সেই কথা শুনি পুৰুক বুকুত সাবটি ধৰি, তেওঁৰ ৰাজ্য তেওঁক ঘূৰাই দিছিল। বিজিত শত্ৰুৰ প্ৰতি সেয়ে আছিল গ্ৰীক বীৰৰ আচৰণ। তাৰ লগত ইংৰাজ বীৰ সকলৰ নাপলেয়ঁৰ প্ৰতি আচৰণৰ তুলনা কৰক। ব্ৰিটিচ্ জাতিয়ে সেইদিনা নিজৰ মুখত যি কলঙ্কৰ ছাই সানিলে, যাবৎ চন্দ্ৰদিবাকৰ সেই জাতিয়ে সেই ছাইৰ চিন ধুই নিকা কৰিব নোৱাৰিব। মহা মহা ইংৰাজ বুৰঞ্জীকাৰ সকলে ডেৰশ বছৰে সেই কলঙ্ক মোচনৰ প্ৰয়াসত নাপলেয়ঁক শাও-শপনি দি, নানান বাবেবাংকৰা কথা কৈ, বিস্তৰ ফেদেলী পুৰাণ ৰচনা কৰিছে। কিন্তু সেইবোৰ কথাই জগতৰ চকুত ধূলি দিব নোৱাৰে। আগতে কোৱা হৈছে যে চিকুটি শিলক ক্ষয় নিয়াব নোৱাৰি, জুই অণ্ঠাক কটাকানিৰে ঢাকি ৰাখিব নোৱাৰি, সূৰ্য্যৰ মুখত সোপা দিবও নোৱাৰি।[৪৪১] Truth always prevails

৪৪১ Not a single member of this circle proves great enough to advise a great gesture before Europe and before history Once again, one of those legitimate princes has failed to seize the opportunity of performing the→

৩০ তাৰিখৰ দিনা সন্ধিয়া পৰত আওাৰ চেক্রেটৰি অভ্ ষ্টেইট্ চাৰ হেনৰি বেন্‌বেৰি আৰু এডমিৰেল লৰ্ড কাইথ্ বেলেৰফন জাহাজলৈ আহিল। এডোখৰ কাগজৰ পৰা বেনবেৰিয়ে নাপলেয়ঁক পঢ়ি শুনালে:

"জেনেৰেল ব'নাপার্তক পুনৰ ইউৰোপ মহাদেশৰ শান্তিভঙ্গ কৰাৰ সুযোগ দিলে, আমাৰ দেশৰ প্ৰতি আৰু আমাৰ মিত্ৰশক্তিসকলৰ প্ৰতি কৰ্তব্যৰ ত্ৰুটি কৰা হ'ব। সেই হেতুকে, তেওঁৰ ব্যক্তিগত স্বাধীনতাৰ ওপৰত হস্তক্ষেপ কৰা নিতান্ত প্ৰয়োজনীয় হৈ পৰিছে। এতিয়াৰপৰা চেইণ্ট হেলেনা দ্বীপ তেওঁৰ বাসস্থান হ'ব। উপৰোক্ত উদ্দেশ্য সিদ্ধিৰ হেতু তেওঁৰ সম্বন্ধে যি যি সাৱধানতাৰ আৱশ্যক, যথাৰীতি সেই সাৱধানতাহে মাথোন অৱলম্বন কৰা হ'ব।"

এয়ে আছিল অৰ্বাচীন যুগৰ জেৰেক্‌চেজৰ থেমিচ্‌তক্লচলৈ দিয়া সম্বিধান। লগতে ইয়াকো জনোৱা হ'ল যে নাপলেয়ঁৰ লগত যিসকল লগৰীয়া আহিছিল, তাৰ মাজৰপৰা তিনিজন বিষয়া, এজন ডাক্তৰ আৰু বাৰজন লগুৱাকহে তেওঁ লগত নিব পাৰিব। লগৰীয়া সকলক সঁকিয়াই দিয়া হ'ল যে তেওঁলোক যুদ্ধৰ বন্দী বুলি পৰিগণিত হ'ব আৰু সেইমতেহে তেওঁলোকৰ প্ৰতি আচৰণ কৰা হ'ব। এই ভাবুকিয়ে অৱশ্যে একো কাম নিদিলে, নাপলেয়ঁৰ লগত বনবাস খাটিবলৈ যাবলৈ তেওঁলোকৰ সিদ্ধান্ত দৃঢ়হে কৰিলে। যিসকলে লগত যাবলৈ নাপালে সিসকলেহে চকুলো টুকিছিল।[৪৫]

---

←finest action of his life A man void of imagination, a weakling in possession of brute force, he crushed the great and splendid thing which had fallen into his hands E L

৪৫০ This was regarded as an effort to deter his friends from accompanying the exile to his destination, by impressing them with the idea of punishment for vague and undefined offences If such were the intention, it signally failed, its sole effect being to concentrate the affections of those whom it sought to terrify *History of Napoleon* by Bussy (মূল ফৰাচীৰ ইংৰাজী ভাঙনিৰপৰা)।

নাপলেয়'ই তবধ মানি সকলো কথা কাণ পাতি শুনিলে। তেওঁৰ ভ্ৰিগ্ৰমাস্তি থং উঠা যেন দেখা গ'ল। ক্ষন্তেক টলকা মাৰি থাকি তেওঁ যি কিঅাবাৰ কথা ক'লে, বুৰঞ্জীত সেই কিঅাবাৰ কথা অজৰ-অমৰ :

"মই যুদ্ধৰ বন্দী নহওঁ। বেলেৰফন জাহাজৰ অধ্যক্ষৰ লগত চুক্তি হোৱাৰ পিছত স্বইচ্ছাৰে মই সেই জাহাজত উঠিছিলোঁহি। আপোনালোকৰ ওচৰত আশ্ৰয় বিচাৰি আতিথ্যৰ দাবী জনাইছিলোঁ। মই মোৰ সৈন্যবাহিনীৰ ওচৰলৈকো ঘূৰি যাব পাৰিলোঁহেঁতেন, অন্ততঃ আত্মৰক্ষা কৰিব পৰা সম্বল মোৰ আছিল। তাকে নকৰি এজন সাধাৰণ নাগৰিক হিচাপে এই দেশত বাস কৰিবলৈ ওলাই-ছিলোঁ। আপোনালোকৰ এখন যুদ্ধৰ জাহাজৰ অধ্যক্ষক মই সোধ্যাইছিলোঁ, মোক আৰু মোৰ লগৰীয়াসকলক তেওঁ ইংলণ্ডলৈ আনিব পাৰিবনেকি? তেওঁ আপোনালোকৰ চৰ্কাৰৰ অনুমতি লৈ মোক ইয়ালৈ নিৰ্বিঘ্নে আনিবলৈ মান্তি হৈছিল, আৰু মোৰ ব্যক্তিগত স্বাধীনতাত হস্তক্ষেপ কৰা ন'হ'ব বুলি মোক প্ৰতিশ্ৰুতি দিছিল। যদি মোক জালত পেলোৱাৰহে ই এটা ফন্দী আছিল, তেনেহলে আপোনালোকৰ চৰ্কাৰে আত্মসন্মান বিবৰ্জিত নীচ বিশ্বাসঘাটকতাৰ কাম কৰি আপোনালোকৰ জাতীয় পতাকাৰ অৱমাননা কৰিছে। চেইণ্ট হেলেনাত মই তিনি মাহো জীয়াই নাথাকিম। দিনে চল্লিশ মাইলকৈ ঘোঁৰা চেকুৰোৱা মোৰ অভ্যাস। পৃথিবীৰ এমূৰত থকা এচটা শিলৰ ওপৰত কি কৰি মই সময় কটাম? মোক বধ কৰাই যদি আপোনালোকৰ উদ্দেশ্য হয়, তেনেহলে সেই কাম দেখোন ইয়াতো সমাধা কৰাব পাৰে। যুৱৰাজক তেওঁৰ জীৱনৰ সকলোতকৈ মহৎ কাম এটা কৰাৰ মই সুযোগ দিছিলোঁ। ময়ে আছিলো তেওঁৰ দেশৰ সকলোতকৈ ডাঙৰ শত্ৰু, আৰু ময়ে বিচাৰিছিলোঁ তেওঁৰ ওচৰত আশ্ৰয়। শত্ৰুৰ প্ৰতি তাতকৈ ডাঙৰ সন্মান পৃথিবীত কোনোবাই দেখুৱাব পাৰেনে? আপোনালোকে যি কাম কৰিবলৈ ওলাইছে, সেই কামে ব্ৰিটিচ জাতিক চিৰদিনলৈ বিশ্বৰ চকুত ঘৃণাৰ পাত্ৰ কৰিব।"

খণ্ডত কোৱা এই কিআষাৰ কথা ! কিন্তু কি তাৰ তেজ, কি যুক্তি ! কথা কিআষাৰ আছিল এক অপূৰ্ব ঐতিহাসিক ভৱিষ্যদ্বাণী।[৪৫১]

এই কিআষাৰ কথা কৈ নাপলেয়ঁ যি নিমাত হ'ল তাৰ পিছত তেওঁৰ মুখেদি এবাৰ মাতো আৰু নোলাল।

ব্ৰিটিচ জাতিৰ বুৰঞ্জীৰ এই ক'লা অধ্যায়ত অকণমান সভ্যতাৰ পোহৰৰ বেঙণি পেলাই এমুঠি ইংৰাজে এই কথাৰ প্ৰমাণ দিছিল যে সেই দিনতো, সেই জাতিৰ মাজতো, বীৰত্বৰ, মহত্বৰ মোল বুজা নিৰ্ভীক, প্ৰকৃত মানুহ আছিল।

মন্ত্ৰী সভাৰ সিদ্ধান্তৰ বাতৰি পাই, লৰ্ড হলেণ্ড আৰু ৰাজবংশধৰ ডিউক অভ্ চাচেক্সে প্ৰকাশ্যে সেই সিদ্ধান্তৰ তীব্ৰ প্ৰতিবাদ কৰিছিল। এজন বিশিষ্ট আইনজ্ঞই বাতৰি কাকতত লিখিছিল, "নিৰাশ্ৰয়, সিংহাসন-চ্যুত এজন সম্ৰাটক নিৰাপত্তাৰ অজুহাতত এইদৰে বন্দী কৰা কাপুৰুষৰ নীতি।" শীৰ্ষস্থানীয়, সম্মানী আইনজ্ঞ, পণ্ডিত, সমাজ-সংস্কাৰক কেপেল লফটে কৈছিল, "দ্বাদশ শতিকাৰ পৰা প্ৰচলিত ইংলণ্ডৰ সকলো আইনকানুন ভৰিৰে মোহাৰি শাসকবৰ্গই যি কাম কৰিবলৈ ওলাইছে তাতকৈ গৰ্হিত কাম একো হ'ব নোৱাৰে।" এজন খ্যাতনামা বেৰিষ্টাৰে নাপলেয়ঁক বেআইনীভাৱে আটক কৰা হৈছে বুলি, সেই কথাৰ বিচাৰৰ বাবে আদালতত habeas corpus অৰ দৰ্খাস্ত দাখিল কৰি, আদালতৰ পৰোৱানা কেপ্তেইন মেইট্‌লেণ্ডৰ ওপৰত জাৰি কৰিবলৈ গ'ল। মেইট্‌লেণ্ডক বিচাৰি নাপাই, তেওঁৰ ওপৰৱালা বিষয়া লৰ্ড কাইথৰ ওপৰত সেই পৰোৱানা জাৰি কৰিবলৈ ওলালত, লৰ্ড চাহাবে ঘৰৰ পিছ দুৱাৰেদি পলায়ুৰ্দ্ধং কৰি এখন জাহাজৰ পৰা আন এখন জাহাজলৈ জঁপিয়াই ফুৰিবলৈ ধৰিলে। নিজৰ জাতিৰ

---

৪৫১ Though spoken in haste, they have a historical ring, and some of the sentences are modelled for imperishability A soul has been wounded, a soul that is mourning, not so much on account of its own loss of freedom, as because the world fails to recognize greatness E L

মাজতে নাপলেয়ঁৰ প্ৰতি সহানুভূতিৰ এনেবোৰ নিদৰ্শন দেখি ৰাজ প্ৰতিনিধি আৰু মন্ত্ৰী মণ্ডলীয়ে প্ৰমাদ গণিলে। বেলেৰফনৰ অধ্যক্ষক জাহাজ প্লিমাথৰ পৰা আঁতৰাই টৰ্বে বন্দৰৰ আশেপাশে সাগৰত অনাই-বনাই চৰাই ফুৰাবলৈ আদেশ দিয়া হ'ল যাতে আদালতৰ পৰোৱানা জাৰি কৰিব পৰা নহয়।[৪৫২] আইন কানুন, আদালতৰ অৱমাননা কৰি হ'লেও নাপলেয়ঁক শিক্ষা দিবলৈ ব্ৰিটিচ সিংহ দৃঢ়-প্ৰতিজ্ঞ। মন্ত্ৰীমণ্ডলীৰ সিদ্ধান্ত যে সম্পূৰ্ণ বেআইনী আছিল সেই কথা মন্ত্ৰীসকলে বঢ়িয়াকৈ বুজিছিল। সেই দেখি বেনবেৰীয়ে নাপলেয়ঁক

---

৪৫২ In the meantime Napoleon's admirers in England had not been idle A gentleman who signed his communication as "Practising Barrister" wrote "The policy of imprisoning for life a forlorn, abdicated monarch by way of security is the policy of cowards" The venerable Capel Lofft, juris-consult, classical scholar, abolitionist and reformer wrote that the deportation would be a violation of the Magna Carta, the Habeas Corpus Act and the Bill of Rights—"in fact, of our whole Criminal Law, which permits not transportation unless in cases for which the Statute Law has expressly provided" Lady Clavering hired a lawyer to obtain a *habeas corpus* All this, together with the mounting sympathy for "Boney" alarmed the government and the Admiralty gave orders that the *Bellerophon* should leave Plymouth and cruise in the Channel until the arrival of the Northumberland, a more seaworthy vessel that was to take the captive to St Helena The doughty McKernot ( বেৰিস্টাৰ ), thwarted in his attempt to serve the sub-poena on Captain Maitland, tried to serve it on Lord Keith, who fled through the backdoor of his house, was pursued by McKernot to the *Tornant* ( জাহাজৰ নাম ), escaped from there just as his pursuer was climbing aboard, fled back to the *Prometheus*, breathless but still unserved Korngold

পটি শুনোৱা আদেশপত্ৰত কোনো এজন মন্ত্ৰীয়েও চহী দিবলৈ সাহ কৰা নাছিল। চহী দিবলৈ কোনো মান্তি নোহোৱাত, সিদ্ধান্ত লোৱা হৈছিল যে চৰ্কাৰৰ আদেশ নাপলেয়ঁক পটি শুনোৱা হ'ব, চহীৰ প্ৰয়োজন নাই। এটি বেআইনী কাৰ্য আইনসঙ্গত কৰিবলৈ এবছৰৰ পিচত ব্ৰিটিচ পাৰ্লামেণ্টে এক বিশেষ আইন জাৰি কৰিবলগীয়াত পৰিছিল।[৪৫৩]

এনেবোৰ ঘটনাৰ মাজেদি এসপ্তাহ পাৰ হ'ল। আগষ্ট মাহৰ ৭ তাৰিখৰ দিনা এডমিৰেল লৰ্ড কাইথ আৰু এডমিৰেল জৰ্জ ককবাৰ্ণে 'নৰ্দামবাৰলেণ্ড' বোলা এখন ডাঙৰ যুদ্ধৰ জাহাজেৰে টৰ্বে বন্দৰলৈ আহি, 'বেলৰফন' জাহাজত উঠিলহি। নাপলেয়ঁ তেওঁৰ কোঠাত লগৰীয়াসকলৰ লগত নীৰৱে বহি আছিল। এডমিৰেল দুজনে আহি তেওঁক জনালে যে তেওঁৰ বয়বস্তু, মালমটং খানাতালাচ কৰিবলৈ তেওঁলোকে আদেশ পাইছে। খণ্ডত, ঘৃণাত লগৰীয়া কিজনৰ কাণমূৰ ৰঙা পৰিল, তেওঁলোক কোঠাৰপৰা ওলাই গুচি গ'ল। নাপলেয়ঁ নিৰ্বিকাৰ হৈ কোঠাতে বহি থাকিল। তেওঁৰ গা-

৪৫৩ Thus, trampling upon the British Constitution, and in defiance of all justice and law, was an illustrious foreigner condemned to imprisonment for life, without trial, and even without accusation The Ministers were so conscious of the illegality of the measure that they did not venture even to sign their names to the act The English Government felt so embarassed by conscious guilt, that a year after they passed a law to sanctify the crime Mackintosh in his *History of England*, Vol III, p 133, drawing a parallel between Napoleon and Mary, Queen of Scots, says, "Neither of them was born a British subject, nor had committed any offence within the jurisdiction of England Consequently, neither of them was amenable to English law The imprisonment of neither was conformable to the law of England or the law of nations" Abbott

চোৱা লিগিৰা (Valet de-chambre) মাৰ্শ্বাই এটা এটাকৈ বাকচ-পত্ৰ খুলি দেখুৱালে। ধনবিত্ত, মূল্যবান বস্তু যি আছিল সকলো ভকা দি লৈ যোৱা হ'ল।[৪৫৪]

খানাতালাচীৰ পিছত এডমিৰেল কাইথে, ৰঙ্গমঞ্চত পাঠ পঢ়াৰ সুৰত মাত দিলে, England demands your sword ( ইংলণ্ডই আপোনাৰ তৰোৱাল দাবী কৰে)। মাতষাৰ শুনি নাপলেয়ঁ যেন চিলমিলীয়া টোপনিৰ পৰা সাৰ পালে। খাপত থকা তৰোৱালৰ নালটোত সোঁহাতেৰে টান কৈ মুঠি মাৰি ধৰি তেওঁ লৰ্ড কাইথৰ পিনে থিৰ চকুৰে ক্ষন্তেক চালে। সেই চাৱনিৰ মাজত কি শক্তি লুকাই আছিল ক'ব নোৱাৰি, 'ৰাইট এবাউট টাৰ্ণ' দি লৰ্ড চাহাব একে চোঁচাই কোঠাৰ পৰা যি ওলাই গ'ল, তুনাই তৰোৱাল দাবী কৰিবলৈ আৰু নাহিল।

৯ তাৰিখৰ দিনা নাপলেয়ঁক চেইণ্ট হেলেনালৈ নিবলৈ 'নৰ্দাম-বাৰলেণ্ড' জাহাজ সাজু হ'ল। তাৰ অধ্যক্ষ আছিল চাৰ জৰ্জ ককবাৰ্ন। তাত নৌ-সেনা আছিল এহেজাৰ। লগত আৰু নখন তাতকৈ সৰু যুদ্ধৰ জাহাজ। প্ৰত্যেকখন হিলৈধাৰী চিপাহীৰে গেঁজ খোৱা। এই বিলাক জাহাজ, চিপাহী পঠোৱা হৈছিল বাটত, আৰু চাৰি হাজাৰ মাইল দূৰণিৰ চেইণ্ট হেলেনা দ্বীপত নাপলেয়ঁক পহৰা দিবৰ বাবে। এটি নিৰস্ত্ৰ, নিসহায় প্ৰাণী, তেওঁক পহৰা দিবৰ বাবে এই আয়োজন। এক সিংহ পুৰুষৰ কি পয়োভৰ আৰু এপাল নপুংসকৰ কি কাপুৰুষালি।[৪৫৫]

---

৪৫৪ After the first outbreak ( ৪৫১নং টোকা চাওক ) he bears the injustice with indomitable firmness, enduring for ten days the indignity of his position at Plymouth, and unruffled while England seizes his baggage and his money E L

৪৫৫ The whole squadron guarding one man ! What a comment on the grandeur of his character, and the→

শেষ মুহূৰ্তত এক অভাৱনীয় ঘটনা ঘটিল। জাহাজৰ নৌ সেনা সকলে নাপলেয়ঁক চেইণ্ট হেলেনালৈ লৈ যাবলৈ অস্বীকাৰ কৰি বিদ্ৰোহ কৰি বহিল। থলৰ সৈন্য বাহিনী অনাই বিদ্ৰোহ দমন কৰিব লগীয়া হ'ল।[৪৫৬]

লগত যাবলৈ নাপলেয়ঁই বাছি লোৱা সকল আছিল: কাউণ্ট্ আৰু কাউণ্টেচ্ বেঁত্ৰ্ৰা আৰু তেওঁলোকৰ তিনিটি সন্তান, কাউণ্ট্ আৰু কাউণ্টেচ মঁথলঁ আৰু তেওঁলোকৰ এটি ল'ৰা, বেৰণ গুৰ্গ, কাউণ্ট্ লাকাচ্ আৰু তেওঁৰ পোন্ধৰ বছৰীয়া ল'ৰাটি, আৰু বাৰজন লগুৱা। লগত ডাক্তৰ কোনো নথকাৰ বাবে ইংৰাজৰ নৌবাহিনীৰে এজন বিষয়া, আয়াৰলেণ্ডদেশীয় ডাক্তৰ অ'মিয়াৰাই চেইণ্ট হেলেনাত নাপলেয়ঁক শুশ্ৰূষা কৰাৰ ভাৰ ল'বলৈ ইচ্ছা প্ৰকাশ কৰিলে। লৰ্ড কাইথে সন্মতি দিলত তেওঁকো নাপলেয়ঁৰ দলভুক্ত কৰা হ'ল। যিসকলে লগত যাবলৈ নাপালে সিসকলৰ চকুলোৱে বাট নেদেখা হ'ল। ফৰাচী ৰীতি অনুসৰি সিসকলৰ প্ৰত্যেককে বুকুত সাৱটি, গালত চুমা দি নাপলেয়ঁই বিদায় দিলে। নাপলেয়ঁৰ অন্তৰঙ্গ ৰভিগৰ ডিউক্ চাভাৰিক তেওঁৰ লগত যাবলৈ ব্ৰিটিচ চৰ্কাৰে অনুমতি নিদিলে। চাভাৰিয়ে নাপলেয়ঁৰ কাষত আঠু লৈ তেওঁৰ হাতত চুমা দিলে। নাপলেয়ঁই তেওঁক তুলি ধৰি বুকুত সাৱটি ললে। লৰ্ড কাইথ্ কাষতে থিয় দি আছিল। লাকাচে তেওঁক সম্বোধন কৰি

←powerful influence he had obtained over the hearts of the people of Europe, that it was deemed necessary to send him to a lonely rock two thousand leagues from France, to place an army of bayonets around his solitary hut *Surely, Napoleon stands alone and unrivalled in his glory* Abbott

৪৫৬ His (Admiral Cockburn's) crew was in a suppressed state of mutiny They refused to get up anchor until a large military force was brought on board to compel them Rosebery

ক'লে, "You see, my Lord, that the only persons who shed tears are those who are to remain behind: Korngold

নৰ্দাম্বাৰ্লেণ্ড জাহাজলৈ যোৱাৰ আগত কেপ্টেইন মেইট্লেণ্ডক নিজৰ কোঠালৈ মতাই আনি নাপলেয়ঁই ক'লে, "আপোনাৰ জাহাজত থকা কেইটা দিনত আপোনাসকলৰ পৰা পোৱা সমাদৰৰ বাবে আপোনাক ধন্যবাদ জনাওঁ। আপোনাৰ সকলো বিষয়া আৰু নাৱিককো মোৰ ধন্যবাদ জনাব।"

চাৰ জৰ্জ ককবাৰ্নক আদেশ দিয়া হৈছিল যে পাহৰণত বা ভুলতো কোনেও যেন নাপলেয়ঁক 'সম্রাট' বুলি সম্বোধন নকৰে, জেনেৰেল ব'নাপাৰ্ট বুলিহে সম্বোধন কৰিব। এজন অৱসৰপ্ৰাপ্ত জেনেৰেলৰ প্ৰতি যি সন্মান দেখুওৱা হয়, সিমান ফেৰা সন্মানকেহে তেওঁক দেখুৱাব। নাপলেয়ঁই এই কথা শুনি মিচিকীয়া হাঁহি মাৰি কৈছিল, "জেনেৰেল, আৰ্চ-বিশ্বপ—সিহঁতৰ যি বুলি সম্বোধন কৰিবৰ মন যায় সেই বুলিয়েই কৰক, তাৰপৰা মোৰ তিলমানো লাভ-লোকচান নহয়। মই যি সেয়ে।" সেই ক্ষণত তেওঁ এইদৰে কথাষাৰ হাঁহি উৰাই দিছিল যদিও, ব্ৰিটিচ চৰ্কাৰে বলেৰে তেওঁৰ 'সম্রাট' উপাধি কাঢ়ি ল'বলৈ চেষ্টা কৰাৰ ফলত, পিছত এটি জটিল সমস্যাৰ উদ্ভৱ হ'বগৈ।

নৰ্দামবাৰ্লেণ্ড জাহাজলৈ যোৱা সাঁকোত যেতিয়া নাপলেয়ঁই ভৰি দিলে, কেউপিনে কাঁহ পৰি জীন গল, সাগৰৰ ঢৌৰ হেন্দোলনিৰ শব্দইহে মাথোন নিঃশব্দতা ভঙ্গ কৰিছিল। যেন মৰিশালীলৈহে সকলো যাবলৈ ওলাইছে। জাহাজৰ এহেজাৰ সামৰিক বিষয়া, নাৱিকৰ চকু থিৰ। সকলোৰে অপলক দৃষ্টি এজনৰ ওপৰত, যিজনৰ দৰে অসামান্য পুৰুষ পৃথিৱীয়ে কোনো কাহানিও দেখা নাছিল।[৪৫৭]

---

৪৫৭(ক) Every eye of officers and seamen, was riveted upon the man whom the world pronounced to be the most extraordinary recorded in the annals of time Universal→

পুৱা বেলাতে জাহাজ মেলি দিলে। যি ফ্রান্সক গৰীয়ান কৰিবলৈ নাপলেয়ঁই কুৰি বছৰে তেজ পানী কৰিছিল, সন্ধিয়াৰ বাগুলী বেলিয়ে সাগৰৰ বুকুত বুৰ মাৰিবৰ পৰত সেই ফ্ৰান্সৰ উপকূল দূৰ দিগন্তত মিলি গ'ল। এখন মহাভাৰতৰ আমি শেষ পৰ্ব পালোঁহি।

ফ্ৰান্সে নাপলেয়ঁক বিসর্জন দিলে, কিন্তু সেই বিসর্জনৰ দিনৰে পৰা ফ্ৰান্সৰো পতন আৰম্ভ হ'ল। সপ্তদশ শতাব্দীত সূৰ্য্যৰাজ চতুৰ্দশ লুইৰ (১৬৪৩-১৭১৫) ৰাজত্ব কালৰে পৰা সাহিত্য, বিজ্ঞান, ৰাজনীতি, পৰাক্ৰম—সকলো দিশৰেপৰা ফ্ৰান্স আছিল ইউৰোপৰ, তথা জগতৰ, অগ্ৰগণী দেশ। কিন্তু নাপলেয়ঁৰ পতনৰ দিনাৰপৰা সেই দেশ যি পৰিল, আগৰ স্তৰলৈ আজিলৈকে আৰু উধাব নোৱাৰিলে। নাপলেয়ঁৰ পতনৰ ফলত লাভ হ'ল বিশেষকৈ ইংৰাজ জাতিৰ। উনৈশ শতিকাত ইংৰাজ হৈ উঠিল সসাগৰা সাম্রাজ্যৰ প্ৰবল প্ৰতাপী অধীশ্বৰ। কালৰ সোঁতত আন আন বহু সাম্রাজ্যৰ দৰে ইংৰাজৰ

---

←silence, adding almost religious awe to the solemnity of the ceremonial, prevailed as the Emperor, with a slow step ascended the gangway Abbott

৪৫৭(খ) William Warden, surgeon on the Northumberland, thus describes Napoleon's arrival aboard the vessel A universal silence prevailed when the barge reached the side, and there was a grave but anxious aspect in all the spectators, which in the opinion of others as well as in my own, was no small addition to the solemnity of the ceremonial The whole ship's company seemed at this moment to be in breathless expectation I cannot give you a more complete idea of the rapt attention of all on board to the figure of Napoleon, than that his Lordship (Admiral Keith), high as he is in naval character, arrayed in full uniform of his rank, emblazoned with decorations of his order, did not seem even to be noticed, nor scarcely even to be seen, among the group which was subject to him Korngold

বিশাল সাম্ৰাজ্যও আজি লুপ্ত হ'ল। বুৰঞ্জীৰ সেয়েই ৰীতি। সাগৰৰ একোটা পৰ্বতাকাৰ ঢৌ, ফেনে ফোটোকাৰে গৰজি পাৰলৈ আগুৱাই আহি, ঢাচ্ কৰে থহি পৰি বালিৰ লগত মিলি যায়। জাতি-সমূহৰ উত্থান পতনো বুৰঞ্জীৰ বুকুৰ তেনে একোটা ঢৌহে মাথোন, একো যুগত একোটা জাতিয়ে সগৰ্বে জগতৰ মূৰত ভৰি দি থিয় দি উঠি, দুদিন পিছত বুৰঞ্জীৰ অতল তলিত লীন হয়, দুদিনীয়া প্ৰতাপৰ আলেয়াৰ পিছত লৰোঁতে একোখন মহাদেশ শতসহস্ৰ প্ৰাণীৰ তেজেৰে ৰাঙলী হয়, শতসহস্ৰ সংসাৰত চিৰদিনলৈ আনন্দপ্ৰদীপ নুমাই যায়।

এপিনে নাপলেয়ঁক লৈ নৰ্দামবাৰ্লেণ্ড জাহাজ গ'ল চেইণ্ট হেলেনালৈ, আনপিনে বেলিংটন আৰু ব্লুখাৰে ফৰাচী ৰাজধানী অধিকাৰ কৰি তাত তাণ্ডবলীলা আৰম্ভ কৰি দিলে। ইংৰাজ আৰু জাৰ্মান সেনাৰ অবাধ অত্যাচাৰত ৰাজধানী ম্ৰিয়মান। মৰমৰ পূজ্য সেনাপতিক হেৰুৱাই ফৰাচী সেনাৰ যুদ্ধ দিয়াৰ শকতি ৰহিত হ'ল। বিনা যুদ্ধে ৰাজধানী শত্ৰুৰ চৰণত সঁপি দিয়া হ'ল। বুঁৰ্ব ৰজাক সিংহাসনত বহুৱায়ে অকল মিত্ৰশক্তি ক্ষান্ত ন'হ'ল, ফ্ৰান্সত যিমান দুৰ্গ আছিল, সকলোবোৰ বিদেশী সেনাই দখল কৰিলে। ডেৰ লাখ বিদেশী সেনাৰ পাঁচ বছৰৰ ভৰণ-পোষণৰ ভাৰ ফৰাচী প্ৰজাই বহন কৰিব-লগীয়াত পৰিল। মিত্ৰশক্তিয়ে নিজেই যুদ্ধ আৰম্ভ কৰি, যুদ্ধৰ ক্ষতিপূৰণ হিচাপে ফৰাচী প্ৰজাৰপৰা ১৫০ কোটি ৰূপ আদায় কৰিলে। ফ্ৰান্সৰ ডিঙিত পৰাধীনতাৰ শিকলি আঁৰি দিয়া হ'ল। নাপলেয়ঁক বিসৰ্জন দি ফ্ৰান্সে ইয়াকে পাইছিল পুৰস্কাৰ!

ব্ৰিটিচ্ চৰ্কাৰে নাপলেয়ঁক চেইণ্ট হেলেনালৈ পঠোৱাৰ প্ৰস্তাৱ মিত্ৰশক্তিলৈ আগবঢ়ালত, মিত্ৰশক্তিয়ে বিনাবাক্যে সেই প্ৰস্তাৱ অনুমোদন কৰিলে। সেই মৰ্মে ৰুচিয়া, প্ৰুচিয়া, অষ্ট্ৰিয়া আৰু ইংলণ্ডৰ প্ৰতিনিধিয়ে ২ আগষ্টৰ দিনা (১৮১৫) চুক্তিপত্ৰত চহী কৰিলে। সিদ্ধান্ত হ'ল যে নাপলেয়ঁ মিত্ৰশক্তিৰ বন্দী বুলি পৰিগণিত হ'ব, কিন্তু তেওঁক বন্দী কৰি ৰখাৰ সম্পূৰ্ণ দায়িত্ব ল'ব ব্ৰিটিচ্ চৰ্কাৰে। ৰুচিয়া, প্ৰুচিয়া আৰু অষ্ট্ৰিয়াৰ একোজনকৈ সঁজাতী ( কমিছনাৰ ) চেইণ্ট হেলেনাত গৈ থাকিব আৰু তাত নাপলেয়ঁৰ উপস্থিতি সম্বন্ধে নিজ নিজ চৰ্কাৰক জনাই থাকিব। ফ্ৰান্সৰ ৰজাকো এজন সঁজাতী পঠাবলৈ অনুৰোধ জনোৱা হ'ল। সেই সিদ্ধান্ত অনুসৰি, প্ৰুচিয়াৰ বাহিৰে বাকী কেউখন ৰাজ্যই চেইণ্ট হেলেনালৈ একোজনকৈ কমিছনাৰ পঠাইছিল। প্ৰুচিয়াই বেলেগ এজন কমিছনাৰ পঠোৱাৰ আৱশ্যকতা বোধ নকৰিলে, নপঠাই ৰাজহুৱা ধন কিছু ৰাহি কৰিলে।[৪৫৮]

নাপলেয়ঁৰ প্ৰতি ইংৰাজৰ ব্যৱহাৰৰ সন্দৰ্ভত খেনোৱে কয় যে ৰুচ্ সম্ৰাট আলেকজাণ্ডাৰৰ ওচৰত তেওঁ আত্মসমৰ্পণ কৰা হ'লে

৪৫৮ On August 2 treaties were signed Napoleon was to be a prisoner of the Allies, but the responsibility for his safe-keeping was to devolve entirely upon Great Britain Each allied sovereign was, however, to appoint a commissioner who was to reside at the place of exile, but whose duty would be restricted to assuring himself of Bonaparte's presence Korngold

তেনে ব্যৱহাৰ নাপালেহেঁতেন। জেনেৰেল বেৰণ দ জমিনিৰ নাম আগত উল্লেখ কৰা হৈছে। ড্ৰেচডেনৰ যুদ্ধৰ আগত বিশ্বাসঘাটকতা কৰি তেওঁ শত্ৰুৰকলীয়া হৈ, পিছত কচ্ সম্ৰাটৰ এ-ডি-কং হৈছিলগৈ। নিজৰ ভুল বুজিব পাৰি, অনুতাপত দগ্ধ হৈ নাপলেয়ঁৰ মৃত্যুৰ পিছত তেওঁ লিখিছিল ঃ "কচ্ সম্ৰাটৰ ওচৰত আত্মসমৰ্পণ কৰা হ'লে তেওঁ (নাপলেয়ঁই) আন ধৰণৰ আচৰণ পালেহেঁতেন। তেওঁৰ প্ৰতি যি ব্যৱহাৰ কৰা হৈছে, ভৱিষ্যত যুগে তাৰ বিচাৰ কৰিব। আন এখন মহাদেশৰ এচুকত তেওঁক নি বন্দী কৰি ৰখা হ'ল। নিজৰ খ্যাতি ৰক্ষা কৰাৰ বাহিৰে আন একো কৰাৰ সামৰ্থ্য তেতিয়া তেওঁৰ নাছিল। তথাপি সেই খ্যাতিকো কলঙ্কিত কৰাৰ অবাৰিত চেষ্টা আজিও চলি আছে। চলক। শান্তিত তেওঁৰ আত্মাই এতিয়া জিৰণি ল'ব পাৰে। কেতবোৰ বাওনাই ( pigmies ) তেওঁৰ কীৰ্তি টুটাব নোৱাৰে। তেওঁৰ শত্ৰুবৰ্গই দোষাৰোপ কৰে যে তেওঁৰ মতি-গতি আছিল প্ৰাচ্যৰ অত্যাচাৰী একাধিপতিৰ নিচিনা। একালত ময়ো সেই মতকে পোষণ কৰিছিলোঁ। প্ৰকৃত ৰাজনীতিজ্ঞ পুৰুষ-সকলহে এইকথাৰ বিচাৰ কৰিবৰ যোগ্য। ৰামৰাজ্যৰ সপোন দেখাঁতো কথাবাহী এমখা ৰাজনৈতিক লোকৰ চকুত যিটো দোষণীয় কাৰ্য্য বুলি পৰিগণিত হৈছিল, সেয়ে এদিন জ্ঞানৰ পোহৰ পোৱা সকলৰ চকুত প্ৰকৃত জ্ঞান আৰু দূৰদৰ্শিতাৰ প্ৰতীক ৰূপে জিলিকিব। অভিজ্ঞতাই এদিন প্ৰমাণ কৰিব, কোনে ফ্ৰান্সৰ স্বাৰ্থ সম্যকৰূপে বুজিছিল—নাপলেয়ঁই নে তেওঁক নিশকতীয়া কৰিবলৈ বিচৰা সেই কল্পনাবাদী কথাবাহীসকলে ( doctrinaires )" : Abbott

চেইণ্ট হেলেনাৰ অধ্যায়ৰ সম্বন্ধে লৰ্ড ৰজবেৰীয়ে লিখিছে, "বুৰঞ্জীৰ পাতৰ পৰা এই শোকাত্মক অধ্যায়টো মচি পেলাব পৰা হ'লে, ফৰাচী আৰু ইংৰাজ, দুয়োটা জাতিৰ প্ৰতি এটি মঙ্গলজনক কাম কৰা হ'লহেঁতেন। চেইণ্ট হেলেনাৰ কাহিনীয়ে ফৰাচীৰ প্ৰাণত যি মৰ্মন্তুদ স্মৃতি জগায়, তাতোকৈ মৰ্মান্তিক বেদনা জগায় আমাৰ প্ৰাণত।

চেইণ্ট হেলেনাত নাপলেয়ঁক বন্দী কৰি ৰখা কাৰ্য্যৰ ভাৰ আমি লোৱাটোৱেই আছিল পৰিতাপৰ বিষয়, কিন্তু যি নীচ মনোবৃত্তি লৈ সেই কৰ্তব্য পালন কৰা হৈছিল, আৰু যেনে বিধৰ অধস্ত কৰ্মচাৰীৰ হতুৱাই পালন কৰোৱা হৈছিল, সি তাতোকৈ গভীৰ পৰিতাপৰ বিষয়। যাক আটক কৰি থোৱাৰ ভাৰ আমাৰ ওপৰত পৰিছিল, তেওঁ কেৱল এজন বিখ্যাত দিগ্বীজয়ী বীৰেই নাছিল, তেওঁ আছিল বুৰঞ্জীৰ এজন সৰ্বশ্ৰেষ্ঠ পুৰুষ। এই কথা সুঁৱৰি সেই দায়িত্বৰ ভাৰ পাই আমি গৰ্ব অনুভৱ কৰা উচিত আছিল। আমাৰ জাতীয় স্বাৰ্থলৈ চাই আমাৰ বন্দীজনক লোক চক্ষুত হেয় কৰিবলৈ চেষ্টা নকৰি, তেওঁক আৰু মহীয়ান কৰি দেখুৱাবলৈহে চেষ্টা কৰিব লাগিছিল। বিজিত মহান বীৰৰ প্ৰতি আমি দেখুৱাব লাগিছিল বিজেতাৰ বীৰধৰ্ম। নিৰাপত্তা সম্পূৰ্ণৰূপে বজায় ৰাখিও এই কাম কৰিব পৰা গ'লহেঁতেন। তাকে নকৰি আমি কি মনোবৃত্তি লৈ এই দায়িত্ব গ্ৰহণ কৰিছিলোঁ? লৰ্ড লিভাৰপুলে লৰ্ড কাচ্‌লৰেয়ালৈ লিখিছিল, 'বুঁৰ্ব ৰজাই তেওঁক (নাপলেয়ঁক) ফাঁচী দি বা গুলি কৰাই এই অধ্যায়ৰ সকলোতকৈ উত্তম সামৰণি মাৰিব লাগিছিল। নাপলেয়ঁক এটা বিদ্ৰোহীয়ে পাবলগীয়া শাস্তি দিয়াৰ সাহ ফ্ৰান্সৰ ৰজাৰ যদি নহয়, আমি তেওঁক (নাপলেয়ঁক) বন্দী কৰি ৰাখিবলৈ সাজু।'

"এজন ব্ৰিটিচ্ যুৱৰাজ (ডিউক অভ্ চাচেক্‌স্) আৰু লৰ্ড হলেণ্ডে প্ৰকাশ্যে এই কাৰ্য্যৰ তীব্ৰ নিন্দা কৰা সত্বেও এনে কাৰ্য্য কৰিব পৰা এক চৰ্কাৰৰ পৰা মহানুভৱতা আশা কৰিব পাৰিনে?"[৪৫৯]

ক্ষমতাত অধিষ্ঠিত হ'লে, নিজতকৈ আন এজনৰ মাজত শ্ৰেষ্ঠত্ব দেখিলে, পদমৰ্য্যাদা, বংশমৰ্য্যাদা সকলো পাহৰি 'একোজন বিশিষ্ট

৪৫৯ It would be well if the sombre episode of St Helena could be blotted out of history in the interests of both Great Britain and France It is peculiarly painful for an Englishman to read this literature He must regret that his government undertook the custody of Napoleon,→

ব্যক্তি যে কিমান হিংসাপৰায়ণ আৰু ইতৰ হ'ব পাৰে লৰ্ড লিভাৰপুলে কাচলৰেয়ালৈ লিখা কথাকিআষাৰে তাৰ প্ৰমাণ দিয়ে।

যি-কি নহওক, লৰ্ড ৰজবেৰীয়ে এই সম্বন্ধে কোৱা কথাই তেখেতৰ উচ্চ মনৰ পৰিচয় দিছে, কিন্তু লগতে নাপলেয়ঁৰ প্ৰতি ইংৰাজৰ নীচ ব্যৱহাৰ আৰু তেওঁক চেইণ্ট হেলেনালৈ পঠোৱাৰ সিদ্ধান্তৰ সপক্ষে তেখেতে যিবিলাক যুক্তি দিছে, সেই বিলাকলৈ মন কৰি এই কথা ন'কৈ নোৱাৰি যে এজন মনীষী যিমানেই উদাৰ নহওক লাগে, জাতীয় মনোভাব, সংস্কাৰ আৰু দুৰ্বলতাৰ পৰা সম্পূৰ্ণ মুক্ত হৈ শত্ৰুৰ নিৰপেক্ষ বিচাৰ কৰা বৰ টান কাম। নিজৰ জাতিৰ কলঙ্ক পাতলাবলৈ তেওঁ কৈছে যে নাপলেয়ঁৰ লগত যুদ্ধ দিওঁতে, নাপলেয়ঁ এথ্বালৈ যোবাৰ

←and he must regret still more that the duty should have been discharged in a spirit so ignoble and through agents so unfortunate If St Helena recalls painful memories to the French, much more poignant are those that it excites amongst ourselves We were guarding in St Helena not merely a renowned conqueror, but one of the supreme figures of history It was in our interest, therefore, rather to magnify than diminish the greatness of our charge Our relation to him should have been that of the chivalrous conqueror to the illustrious vanquished And this could have been easily achieved without sacrificing security But in what spirit did our government accept this charge "If the King of France" writes Lord Liverpool to Lord Castlereagh, "does not feel sufficiently strong to treat him as a rebel, we are ready to take upon ovrselves the custody of his person "

We see, therefore, that there was not the slightest hope of our government behaving with any sort of magnanimity in the matter, though a British Prince, the Duke of Sussex, in combination with Lord Holland recorded public protest against the course which was pursued

দিনলৈকে ইংলণ্ডৰ আঠ নিযুত পাউণ্ড ষ্টাৰ্লিং হানি হৈছিল। এবাৰ পৰা তেওঁ ঘূৰি অহাৰ পিছত আৰু কিমান নিযুত খৰছ হৈছিল তাৰ লেখ দিব নোৱাৰি। অকল সেয়ে নহয়, সেই যুদ্ধত মিত্ৰশক্তিৰ চাৰি নিযুত প্ৰাণীৰ প্ৰাণ বিনাশ হৈছিল। কুৰি বছৰীয়া সেই যুদ্ধৰ ফলত ব্ৰিটিচ্ জাতিয়ে অশেষ নিকাৰ ভুগিবলগীয়া হৈছিল। প্ৰায় প্ৰতিঘৰ ইংৰাজৰ ওপৰত যুদ্ধৰ হেঁচা পৰিছিল। গতিকে সেই জাতিয়ে সিমান সোনকালে সেই কথা পাহৰি পেলাব বুলি আশা কৰিব নোৱাৰি।[৪৬]

দ্বিতীয়তে তেওঁ কৈছে, "নিৰাপত্তাৰ দিশৰপৰা চালে নাপলেয়ঁক চেইণ্ট হেলেনালৈ পঠোৱাৰ বাহিৰে ইংৰাজ আৰু মিত্ৰশক্তিৰ গত্যন্তৰ নাছিল। সেই সময়ত তেওঁক ইংলণ্ডত বাস কৰিবলৈ দিয়া সম্ভৱপৰ ন'হলহেঁতেন, কিযনো তেতিয়া হ'লে তেওঁকে কেন্দ্ৰ কৰি আন্দোলন আৰু অশান্তিৰ সৃষ্টি হ'লহেঁতেন। ফ্ৰান্স আৰু ইংলণ্ড দুয়োখন দেশৰে নিৰাপত্তা বিপন্ন হ'লহেঁতেন, আইনৰ দিশৰপৰাও নানা প্ৰশ্ন উঠিব পাৰিলেহেঁতেন। এই বিলাকৰ উপৰিও অতি গুৰুত্বপূৰ্ণ কাৰণ আছিল এই, যে বহুসংখ্যক ইংৰাজক তেওঁ মুগ্ধ কৰিলেহেঁতেন, বহুতৰ শ্ৰদ্ধা আৰু সহানুভূতি আকৰ্ষণ কৰিলেহেঁতেন, প্লিমাথ্ বন্দৰত তেওঁক চাবলৈ হাজাৰ বিজাৰ প্ৰজা যি দৰে উবুৰি খাই পৰিছিলহি, সেয়ে তাৰ প্ৰমাণ। গতিকে নাপলেয়ঁক মুক্ত অৱস্থাত ইংলণ্ডত থাকিবলৈ দিয়াটো অসম্ভৱ কথা আছিল। অৱশ্যে পুনৰ নাপলেয়ঁই যে ইউৰোপ জয় কৰিব পাৰিলেহেঁতেন সেই কথা আমি বিশ্বাস নকৰোঁ, কিন্তু ইউৰোপ মহাদেশৰ কাষতে তেওঁক বাস কৰিবলৈ

৪৬০ The English people had been fighting Napoleon for a score of years, their sacrifices had been tremendous hardly a home in Britain had escaped scatheless It had cost Great Britain eight million sterling to effect Napoleon s removal to Elba In addition it had caused to England and her allies the loss of four million lives His return had cost them millions more, besides a hideous shock to the nerves of the nations

দিয়া হ'লে, সামৰিকভাৱে তাপ মৰা বিপ্লৱৰ শক্তিয়ে পুনৰ মূৰ দাঙি উঠাৰ আশঙ্কা আছিল। গতিকে সমগ্ৰ বিশ্বৰ নিৰাপত্তা ৰক্ষাৰ্থে তেওঁৰ ব্যক্তিগত স্বাধীনতা হৰণ একান্ত আৱশ্যকীয় কাম হৈ পৰিছিল। মুক্ত অৱস্থাত থাকিলে, এজন মানুহে যে সমগ্ৰ বিশ্বত ওলট-পালট ঘটাব পাৰে, চাবলৈ গ'লে এক হিচাপে এই কথা পৰোক্ষভাৱে স্বীকাৰ কৰি নাপলেয়ঁক বন্দী কৰি বিশ্বই তেওঁৰ প্ৰতি সৰ্ব্বোচ্চ সন্মান দেখুৱাইছিল। নাপলেয়ঁ এলবাত থাকোঁতেও মিত্ৰশক্তিয়ে তেওঁক চেইণ্ট হেলেনালৈ পঠোৱাৰ কথা ভাবিছিল, গতিকে চেইণ্ট হেলেনালৈ পঠোৱা সিদ্ধান্তত আমি আঁৰ ধৰিব খোজা নাই। মাথোন ইযাকেহে ক'ব খুজিছোঁ যে বন্দী অৱস্থাত তেওঁৰ লগত ভদ্ৰ ব্যৱহাৰ কৰি আমি সভ্যতা আৰু মনুষ্যত্বৰ চিনাকি দিব পাৰিলোহেঁতেন।"[৪১]

---

৪৬১ লৰ্ড ৰজবেৰীৰ উক্তিৰ সাৰাংশহে অনুবাদ নহয়।

It must indeed be conceded that it was not possible for him to live in England He would have been a cause of agitation and unrest He would have been the innocent subject of all sorts of legal questions Lastly, and we suspect this weighed most with our rulers, he would have become the centre of much sympathy and even admiration The innumerable visitors who flocked to see him at Plymouth confirmed the prescience of our Premier Napoleon in England would have been a danger to the governments of both France and England.

Napoleon, well or ill, active or inactive, would have been a formidable rallying point of the revolutionary forces of Europe We may, therefore, consider it admitted that Napoleon could never again be a free agent *And in a sense it was the greatest compliment that could be paid to him* Never before, indeed, had the peace and security of the universe itself required as its fundamental condition the imprisonment of a single individual

It is not intended to maintain that Napoleon should not have been kept in strict custody, but to express regret→

নাপলেয়ঁই জনগণৰ মনৰ ওপৰত কেনে ধৰণৰ প্ৰভাৱ পেলাইছিল আৰু সেই গতিকে তেওঁক মুক্ত অৱস্থাত থাকিবলৈ দিয়াটো কেনে বিপজ্জনক কাম হ'লহেঁতেন, সেই যুক্তিৰ সমৰ্থনত ৰজবেৰীয়ে এটি উদাহৰণ দিছে :—

১৮৪৫ চনত জেকমৰ পুতেক যুৱৰাজ নাপলেয়ঁ এদিন পাৰীত অৱস্থিত বৰদেউতাকৰ কবৰস্থান 'ওতেল লেজেঁভালিদলৈ' গৈছিল। নাপলেয়ঁৰ লগত যুৱৰাজৰ চেহেৰাৰ বৰ মিল আছিল। যুৱৰাজক দেখা মাত্ৰকে চন্তৰীযে চেলামি দিলে। কেইজনমান বুঢ়া সৈনিকে উধাতু খাই কাষ চাপি আহি ক'লে, 'সম্ৰাটৰ ল'ৰা, নহলে ভতিজাক।' অৰণ্যত জুই বিয়পাদি বাতৰি কেউপিনে বিযপি গ'ল। জেনেৰেল পিতিয়ে আহি যুৱৰাজক সাৰটি ধৰিলে। গগন নিনাদি 'ভিভ লঁপৰৰ' ধ্বনি উঠিল। চিকিৎসালযত নঘটি, সৈনিকৰ ছাউনিত এই ঘটনা ঘটা হ'লে, তাৰ পৰিণতি কেনে বিষম হ'ব পাৰিলেহেঁতেন। ৱটাৰ্লুৰ যুদ্ধৰ ত্ৰিছ বছৰৰ পিছতো নাপলেয়ঁৰ স্মৃতিৰ কি প্ৰভাৱ আছিল এই ঘটনাই তাৰ প্ৰমাণ দিয়ে।[৪৬২]

←that it should not have been discharged with more consideration and less crudeness Absolute security from further intervention by Napoleon in its affairs was justly and imperatively demanded by the world, it was its reluctant and unconscious tribute to the man But it would have been fully consistent with security to lodge him decently, to assign to him a custodian who should have veiled his functions with something of courtesy and tact

Under the circumstances, however it was not unnatural to select St Helena as a proper residence for Napoleon The Congress of Vienna in 1814-15 had their eye on the island as a possible prison for the Emperor of Elba

৪৬২ "Had it been in a barrack, not in a hospital, no one knows what could have happened" says a contempo—→

লৰ্ড ৰজবেৰীৰ উপৰোক্ত যুক্তিসমূহৰ উত্তৰত বহু বিপৰীত যুক্তি দিব পাৰি, কিন্তু সেই বাটে ন'গৈ, তেওঁৰ সকলো যুক্তি মানি ল'লেও, এটি প্ৰশ্নৰ উত্তৰ বিচাৰি পোৱা নাযায়। নাপলেয়ঁ আমেৰিকালৈ যাবলৈ ওলাওঁতে, ইংৰাজে বাটত হেঙাৰ দিলে কিয়? সাধাৰণ এজন নাগৰিক হিচাপে আমেৰিকাত গৈ তেওঁ বাস কৰা হ'লেও, ইংলণ্ডৰ আৰু ইউৰোপ মহাদেশৰ, বা জগতৰ, নিৰাপত্তা বিপন্ন হোৱাৰ কিবা সম্ভাৱনা আছিলনে? ৰজবেৰীয়ে এই প্ৰশ্নৰ উত্তৰ দিয়া নাই, এই প্ৰশ্নৰ উত্থাপনকে নকৰি তেওঁ ফালৰি কাটি গৈছে। গতিকে, জাতীয় মৰ্য্যাদা ৰক্ষাৰ অৰ্থে লৰ্ড ৰজবেৰীয়ে যি যুক্তিকে নিদিয়ক লাগে, এই কথা নিঃসন্দেহে, ডাঠি ক'ব পাৰি যে কেৱল নিৰাপত্তাৰ খাতিৰত ইংৰাজে নাপলেয়ঁক চেইণ্ট হেলেনালৈ পঠোৱা নাছিল পঠাইছিল বুকুৰ দাঁহ পলুৱাবলৈ, আক্ৰোহ চাবিবলৈ, নাপলেয়ঁৰ ওপৰত জঘন্য প্ৰতিশোধ ল'বলৈ। এইটোৱেই হ'ল প্ৰকৃত, নিগূঢ়, অকাট্য সত্য। লৰ্ড ৰজবেৰীযেও এই কথা অজ্ঞাতসাৰে স্বীকাৰ কৰিছে।[৭৩]

চেইণ্ট হেলেনাত নাপলেয়ঁৰ প্ৰতি ইংৰাজৰ ব্যবহাৰেই সেই কথাৰ প্ৰমাণ দিব। মিত্ৰশক্তিয়ে নাপলেয়ঁক চেইণ্ট হেলেনালৈ পঠোৱা প্ৰস্তাৱ অনুমোদন কৰিছিল হয়, কিন্তু বন্দী অৱস্থাত, আনকি অসুস্থ অৱস্থাত আৰু মৃত্যু শয্যাতো নাপলেয়ঁৰ ওপৰত উৎপীড়ন চলাবলৈ ইংৰাজক কোৱা নাছিল, বৰং সেই কাৰ্য্যৰ নিন্দাহে কৰিছিল।

---

←rary chronicler From which may be inferred not only the force of the imperial tradition, thirty years after the battle of Waterloo, but also that, had Louis Napoleon physically resembled his uncle, he would have suceeded much sooner in mounting the throne of France

৪৬৩ But victory had not taught them magnanimity, they had caught their greatest enemy, and their first wish was to get somebody to shoot him, failing which, they were determined to lock him up as a pick-pocket

ৰুচ্ কমিছনাৰ কাউণ্ট বালমেইনে তিনি বছৰ চেইণ্ট হেলেনাত থকাৰ পিছত তেওঁৰ কৰ্তৃপক্ষলৈ লিখিছিল, "নাপলেঁৰ প্ৰতি ইংৰাজৰ আচৰণতকৈ অপুদ্যাত, অভদ্ৰ, টোকোনা চহাৰ আচৰণ একো হ'ব নোৱাৰে।[৪৬৪]

ইংৰাজৰ নাপলেয়ঁৰ ওপৰত প্ৰতিশোধ ল'বলৈ যোৱাৰ হেতু বা যুক্তি কি আছিল? মাৰ্কিন বুৰঞ্জীবিদ কৰ্ণগ ল্ডে কৈছে যে আন জাতিৰ থাকিলেও, বিশেষকৈ ইংৰাজৰ নাপলেযঁৰ ওপৰত প্ৰতিশোধ লোৱাৰ নৈতিক অধিকাৰ নাছিল। পাঠকে সোৰঁৰাৰ সুবিধাৰ অৰ্থে ঘাই ঘটনাখিনি গুৰিবে পৰা নিচেই চমুকৈ এইখিনিতে দোহৰা যুগুত হ'ব:

ফৰাচীৰ লগত নিজৰ যুঁজিব পৰা শক্তি নাছিল বাবে ইংৰাজে ৰুচিযা, প্ৰুচিযা আৰু অষ্ট্ৰিয়াক কোটিযে কোটিযে টকা ভেটী খুৱাই বাবে বাবে ফ্ৰান্সৰ লগত যুঁজিবলৈ লগাইছিল।

প্ৰথম কন্‌চালৰ আসনত বহিয়েই নাপলেযঁই ইংলণ্ডলৈ শান্তিৰ প্ৰস্তাৱ আগ বঢাইছিল। অপমানজনক ভাষাত উত্তৰ দি ইংৰাজে সেই প্ৰস্তাব দলিয়াই পেলাইছিল। প্ৰত্যুত্তৰত নাপলেয়ঁই ইংৰাজৰ মিত্ৰশক্তি অষ্ট্ৰিয়াক ১৮০০ চনৰ জুন মাহত মেৰেঙ্গৰ যুদ্ধত পৰাস্ত কৰি দুদিন পিছত অষ্ট্ৰীয সম্ৰাটলৈ লিখিছিল, "মহামান্বিত সম্ৰাট, যুদ্ধক্ষেত্ৰত, আহত সৈনিকৰ আৰ্তনাদৰ মাজত বহি, পোন্ধৰ হাজাৰ মৃতদেহ চকুৰ আগত লৈ, মই আপোনাক মিনতি কৰিছোঁ, মানৱতাৰ পিনে এবাৰ চকু দিয়ক। দুটা সাহসী জাতিয়ে কটাকটি মৰামৰি কিহৰ বাবে কৰিছে? আপুনি যুদ্ধক্ষেত্ৰত উপস্থিত নাই, গতিকে মই যি দৰে এই সম্বন্ধে অনুভৱ কৰিছোঁ, আপুনি হয়তো কৰিব নোৱাৰিব। (প্ৰথম খণ্ড, ১০২ পৃষ্ঠা চাওক, এইখন চিঠিকে

৪৬৪ "Nothing wrote the Russian Commissioner, Count Balmain, to his government after three years experience in St Helena, "can be more absurd, more impolite and less generous, less delicate than the conduct of the English towards Napoleon' Rosebery

লুডউইগে an unparallaled despatch from a conqueror on the battlefield বুলিছে )।"

ইংলণ্ডৰ প্ৰধানমন্ত্ৰী উইলিয়াম পিটে পঠোৱা আৰু দুই নিযুত পাউণ্ড ষ্টার্লিং হজম কৰিবলৈ পাই নাপলেয়ঁৰ মিনতি অষ্ট্ৰীয় সম্ৰাটে কাণত নুতুলিলে। হহেনলিণ্ডেনৰ যুদ্ধত আকৌ ভালকৈ এশিকা পোৱাৰ পিছতহে অষ্ট্ৰিযাই লুনেভিলৰ সন্ধিপত্ৰত চহী দিলে ( ডিচেম্বৰ ১৮০০ )। অষ্ট্ৰিয়াৰ কঁকাল ভঙাৰ পিছত ১৮০২ চনত ইংলণ্ডই আমিয়ঁৰ সন্ধিমতে ফ্ৰান্সৰ লগত শান্তিস্থাপন কৰিলে, কিন্তু এবছৰৰ ভিতৰতে মল্টা দ্বীপৰ পৰা আঁতৰি যাবলৈ অস্বীকাৰ কৰি সন্ধিৰ চৰ্ত ভঙ্গ কৰিলে। এইবাৰ ইংৰাজে ৰুচিয়া আৰু অষ্ট্ৰিয়াক সাঙুৰি নতুন এক 'কয়েলিচন' গঢ়িলে। নাপলেয়ঁই উল্মৰ যুদ্ধত অষ্ট্ৰিয়াক হৰুৱাই, ৰুচিযা আৰু অষ্ট্ৰিয়াৰ সম্মিলিত বাহিনীক অস্টাৰলিজৰ যুদ্ধত পৰাস্ত কৰাৰ পিছত অষ্ট্ৰিয়াৰ লগত প্ৰেচবুৰ্গৰ সন্ধি স্থাপিত হ'ল। ঘূৰি আহি ফ্ৰান্স পোৱাৰ আগতে নাপলেয়ঁই বাতৰি পালে যে ইংলণ্ড আৰু ৰুচিযাৰ লগ লাগি প্ৰুচিযা যুদ্ধলৈ সাজু হৈছে। ১৮০৬ চনৰ ১২ অক্টোবৰৰ দিনা নাপলেয়ঁই প্ৰুচিয়াৰ ৰজালৈ লিখিলে, "মহাৰাজ, আপুনি যুদ্ধত পৰাস্ত হ'ব, অনাহকত, কিয় আপোনাৰ নিজৰ ভৱিষ্যত আৰু আপোনাৰ প্ৰজাৰ জীৱন বিপন্ন কৰিবলৈ ওলাইছে ?" এই চিঠিয়ে গুণ নিদিলত, জেনা আৰু আভেৰষ্টাডৰ যুদ্ধত প্ৰুচ্ সৈন্যবাহিনীক মষিমূৰ কৰি নাপলেয়ঁই বাৰ্লিন দখল কৰিলে। ৰুচিয়াক ফ্ৰিয়েদলাণ্ডৰ যুদ্ধত পৰাস্ত কৰাৰ পিছত ৰুচিযাৰ লগত তিলচিতৰ সন্ধি স্থাপিত হ'ল। এই সন্ধিৰ পিছত পুনৰ নাপলেয়ঁই ইংলণ্ডলৈ শান্তি স্থাপনৰ প্ৰস্তাৱ আগ বঢ়ালে। পুনৰ ইংৰাজে প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিলে।

ইতিমধ্যে ট্ৰেফেলগাৰৰ নৌ যুদ্ধত ফৰাচী নৌ বাহিনী ধ্বংস হ'ল। ইংৰাজক সেও মনাই, নিগাজী শান্তি স্থাপনৰ আন উপায় নেদেখি নাপলেয়ঁই 'কণ্টিনেণ্টেল ব্লকেড'ৰ বিধান হাতত ল'লে। সেই বিধান

কাৰ্য্যকৰী কৰাত তেওঁক সহায় কৰিবলৈ ইউৰোপৰ জাতিসমূহক বাধ্য কৰিবলৈ গৈয়েই তেওঁ বিপদত পৰিল। সেই বিধান কাৰ্য্যকৰী কৰিবলৈকে তেওঁ স্পেইন আৰু ৰুচিয়া আক্ৰমণ কৰিবলৈকো বাধ্য হৈছিল, আৰু তাৰ ফলতে অৱশেষত তেওঁৰ পতন ঘটিছিল।

১৮০০ চনৰ পৰা ১৮১৫ চনলৈকে ইউৰোপ মহাদেশৰ এয়ে হ'ল চমু বুৰঞ্জী। ইয়াৰ মাজত ইংৰাজে নাপলেয়ঁৰ ওপৰত প্ৰতিশোধ ল'বলৈ বিচৰাৰ কিবা হেতু বিচাৰি পোৱা যায় নে [৪৬৫]

---

৪৬৫ Having no army of her own that could measure itself with the French, England repeatedly subsidized Austria, Prussia and Russia to make war upon France The dynasts of Europe, who wished the Bourbons restored to the throne, lest their own rule be endangered, were nothing loath *Shortly after becoming First Consul, Napoleon wrote to the King of England and the Emperor of Austria asking that they come to terms with him and the war cease* The English Government replied that there could be no peace "without the restoration of that royal dynasty which had maintained for so many years the internal prosepnty of France'

Napoleon, thereupon, matched his army across the Alps and attacked England's ally Austria He defeated the Austrians at Marengo, and two days after the battle, on June 16, 1800, wrote to the Emperor Francis "With the cries of the wounded ringing in my ears and surrounded by 15000 corpses, I beseech Your Majesty to listen to the voice of humanity" But an additional subsidy of two million pound sterling offered to Francis by Pitt had greater influence with the Austrian Emperor It was not until the Austrians had been soundly trounced at Hohenlinden that Francis made a separate peace with Napoleon at Luneville Peace with England at Amiens, in March 1802, was only an armistice, which England broke the following year by refusing to evacuate Malta, as specified by the peace treaty.→

খ্যাতনামা ফৰাচী ঐতিহাসিক ভাঁদালৰ মতে নাপলেয়ঁৰ বিৰুদ্ধে ইংৰাজৰ যুঁজ আছিল প্ৰতিভাৰ বিৰুদ্ধে আঁকোৰগোজালিৰ যুঁজ।৪৬৬

←There followed a new coalition with Russia, as well as Austria and England as allies Napoleon defeated the Austrians at Ulm and the combined Austrian and Russian armies at Austerlitz and made a separate peace with Austria at Pressburg He was marching his armies back to France when word reached him that Prussia was arming and meant to join England and Russia in continuing the war He wrote to the King of Prussia on October 12, 1806 "Sire, Your Majesty will be defeated You will have imperilled the peace of your days and the lives of your subjects in vain When this had no effect, he attacked, crushed the Prussians at Jena and Auerstadt, and occupied Berlin He defeated the Russians at Friedland, formed an alliance with the Czar at Tilsit, *and again offered peace to England, but to no avail*

The French fleet had been practically annihilated by Nelson at Trafalgar in October 1905 Having no other weapon with which to combat England, Napoleon had issued a decree in Berlin in November, 1806, establishing the Continental System' *He believed that strict enforcement of the embargo would compel England to make a durable peace* It was his attempt to compel the nations of Europe to enforce the embargo that was his undoing His aggression against Spain in 1808, against Russia in 1812, had no other purpose

Men like Lord Holland in Napoleon's time, Lord Rosebery at the beginning of this century, *and numerous other Englishmen of note*, were conscious of the fact that England shared responsibility with Napoleon for the wars that ravaged Europe, and *she, less than any other nation had the moral right to wreak vengeance on Napoleon* Korngold

৪৬৬ Vandal, in one of the most eloquent passages in his noble history, points out that the eventual victory of→

ইংৰাজৰ নৌবল, অভিসন্ধি, কূটনীতি, ভেটী আৰু আঁকোৰগোজালিৰ ফলতেই যে অৱশেষত নাপলেয়ঁৰ পতন ঘটিছিল সেই সম্বন্ধে দুই মত নাই। গতিকে ইংৰাজেই নাপলেয়ঁক পৰাস্ত কৰিছিল বুলি ক'ব পাৰি। ব্ৰিটিচ জাতিৰ বুৰঞ্জীত সেয়েই সকলোতকৈ গৌৰবৰ বিষয়। কিন্তু এই গৌৰবৰ অৱমাননা, অমৰ্য্যাদা কৰি, নিজৰ জাতীয় বুৰঞ্জী চিৰদিনলৈ কলঙ্কিত কৰি সেই জাতিয়ে চেইণ্ট হেলেনাত নাপলেয়ঁৰ লগত, সভ্যতাৰ পোহৰ নেদেখা বৰ্বৰ জাতিৰ দৰে ব্যৱহাৰ কৰিবলৈ গৈছিল কিয়? সেই প্ৰশ্নৰ উত্তৰ আমি এটাকেই হে মাথোন বিচাৰি পাওঁ: নাপলেয়ঁৰ প্ৰতিভাই আছিল, ইংৰাজৰ মানত, তেওঁৰ সকলোতকৈ ডাঙৰ দুৰ্গুণ। নাপলেয়ঁৰ দৰে এজন অসামান্য প্ৰতিভাশালী পুৰুষে ইংলণ্ডত কোনো দিনা জন্মগ্ৰহণ কৰা নাছিল, আজিলৈকেও কৰা নাই। ইংৰাজ মনীষী সকলতকৈ অনা ইংৰাজ এজন শ্ৰেষ্ঠ হোৱাটো দোষৰ কথা। ফৰাচী জাতিক নাপলেয়ঁই ইংৰাজতকৈ ওপৰলৈ তুলিছিল কিয়? সেইটোৱেই আছিল তেওঁৰ ওপৰত চলোৱা পাশবিক উৎপীড়নৰ হেতু আৰু যুক্তি।[৪৬৭]

←Great Britain over Napoleon was the victory of persistency over genius Rosebery

৪৬৭ চেইণ্ট হেলেনাত ইংৰাজ কৰ্তৃপক্ষৰ অত্যাচাৰত অতিষ্ঠ হৈ নাপলেয়ঁই এদিন কৈছিল, "ইহঁত নৰখাদকতকৈয়ো অধম।"

## ৫৬

হাজাৰ হাজাৰ বছৰৰ আগত এটা আগ্নেয় পৰ্বত ফুটি আট্‌লাণ্টিক মহাসাগৰৰ বুকুত চেইণ্ট হেলেনা নামৰ শিলাময় দ্বীপটিৰ সৃষ্টি হৈছিল। মানুহৰ বসতিৰ অনুপযোগী বুলি তাত জনমনুষ্যৰ বাস নাছিল। চৰাই-চিৰিকটি এটাও তাত দেখিবলৈ নাই বুলি ক'ব পাৰি। ১৫০২ চনত পর্তুগাল দেশৰ নাৱিক জুৱান দি নভা কাস্তেলাই দ্বীপটো আৱিষ্কাৰ কৰে। ১৬৫১ চনত ইস্ট ইণ্ডিয়া কোম্পানীয়ে তাত ইংৰাজৰ উপনিবেশ পাতে। মাটি বুলিবলৈ দ্বীপটোত একো নাছিল, আছিল মাথোন শিলৰ কেতবোৰ হাঁফলু আৰু তাৰ ওপৰত আগ্নেয় পৰ্বতে উগাৰি উলিওৱা 'লাভা'ৰ এখন চামনি। খোজ দিলে পলসুৱা মাটিত সোমোৱাদি ভৰি সোমাই যায়। দ্বীপটোৰ কেউপিনে আছিল খোল-সোতৰ শ ফুট খিয় গৰা, কেনিও তাৰ পৰা ওলাই যোৱাৰ বাট নাই। জাহাজ আহি লাগিব পৰাকৈ, পৰ্বত কাটি তিনটা খোৰোং উলিওৱা হৈছিল, তাৰে এটাই বন্দৰৰ কাম দিছিল। দিনে নিশাই দ্বীপটোত বতাহে হোহোৱাই থাকে, কুৱঁলীৰ কোবত দিনতে ৰাতি যেন আন্ধাৰ হয়।

আনঠাইৰপৰা জাহাজেৰে মাটি কঢ়িওৱাই নি খেনো খেনো ঠাইত পেলোৱাই, ইংৰাজ ঔপনিবেশিকইঁতে তাত বৰৰ আৰু ধপাতৰ খেতি কৰিবলৈ লৈছিল। খেতিৰ কামত লগোৱা বনুৱাবিলাকৰ সৰহভাগেই আছিল আফ্ৰিকা আৰু মালয় দ্বীপপুঞ্জৰ পৰা ধৰি নিয়া নিগ্ৰ' আৰু চীনা দাস ( slaves )। শ্বেতাঙ্গৰ সংখ্যা আছিল প্ৰায়

সাত শ; তাৰে ছুশ চিপাহী। নাপলেয়ঁক ৰখিবলৈ আৰু প্ৰায় তিনি হাজাৰ চিপাহী তালৈ নিয়া হৈছিল।

দ্বীপটো দীঘে দহ মাইল, বহলে সাত মাইল, কালি ৪৭ বৰ্গ মাইল, পৰিধি ২৮ মাইল। তাৰপৰা ইংলণ্ডলৈ সাগৰেদি ৪৪০০ মাইল বাট, দক্ষিণ আফ্ৰিকালৈ ১৭৫০ আৰু দক্ষিণ আমেৰিকালৈ ১৮০০ মাইল। কেউপিনে শ শ যোজন বিয়পা মহাসমুদ্ৰ। বিষুব-ৰেখাৰ গাতে প্ৰায় লাগি থকা বাবে চেইণ্ট হেলেনাত উৎপতীয়া গৰম, আৰু তাৰ জলবায়ু বিষতুল্য মাৰক। বগুৰাইঁতৰ কোনেও পঞ্চাছ বছৰৰ অধিক আয়ুস তাত নাপাইছিল। শীতপ্ৰধান দেশৰ মানুহ একেৰাহে ছমাহৰ ওপৰ তাত তিষ্ঠিব নোৱাৰিছিল। এবছৰ থাকিলে গ্ৰহণী, মূৰঘূৰোৱা, জ্বৰ, বাতি অহা, বুকুৰ ধৰফৰণি আদি বেমাৰে, আৰু বিশেষকৈ যকৃতৰ বিকাৰে লগ লয়। তাৰ জলবায়ুৱে ইংৰাজ চিপাহীইঁতক মাৰকে উৎপৰাদি শই শই সিকলীয়া কৰিছিল।

চকুৰে নেদেখা কাণেৰে নুশুনা, যমৰ আওহতীয়া এই বৰকণাৰ দেশখন ইউৰোপৰ ৰজাসকলে দকৈ ভাবিগুণি বাছি উলিয়াইছিল মানৱজাতিৰ শিৰৰ মুকুট সম্ৰাট নাপলেয়ঁ ব'নাপাৰ্তক বন্দী কৰি থ'বলৈ, যাতে বিহ নিদিয়াকৈ বা আততায়ী নলগোৱাকৈয়ে সোনকালে তেওঁক সিপুৰীলৈ পঠাব পাৰি, আৰু জগতক ক'ব পাৰি যে তেওঁ সোঁ-মৰণেৰেই মৰিছিল। কথাষাৰ ভাবিলেও গা চেং চেং ভক্ ভক্ কৰি যায়।

গোটেই দ্বীপটোৰ মাজত বতাহে বৰকৈ মুখুন্দা চাৰি পাঁচ চমকা অলপ সুগম, সুচল চুক আছিল, তাতে শ্বেতাঙ্গ সকলৰ বাস। তাৰে সকলোতকৈ ভাল চুকটোত আছিল 'প্লেন্‌টেশ্বন্ হাউচ'—গভৰ্নৰৰ বাসভৱন।

দ্বীপটোৰ সকলোতকৈ অস্বাস্থ্যকৰ ভিতোখৰ ঠাই, আৰু য'ত বতাহ আৰু কুৰঁলীৰ উপদ্ৰৱ সকলোতকৈ সৰহ, সেই ভোখৰতে নাপলেয়ঁক ৰখাৰ দিহা কৰা হৈছিল। স্থানীয় লোকে ঠাইভোখৰক

বুলিছিল 'ডেড্উড্' ( Deadwood )। কাষৰে-পাঁজৰে তিনি মাইলৰ ভিতৰত জনমনুষ্যৰ বসতি নাই। সেই ঠাইত অকলশৰীয়াকৈ থকা 'লংউড' ( Longwood ) বোলা ঘৰটো হ'ব নাপলেয়ঁৰ বাসভৱন।[৪৮]

* * *

ছমাহ সাগৰৰ বুকুত ওপঙি ১৬ অক্টোবৰৰ দিনা ভৰ দুপৰীয়া 'নৰ্দাম্বাৰ্লেণ্ড' চেইন্ট হেলেনাৰ সদৰ ঠাই আৰু বন্দৰ জেইম্‌চ্‌টাউনত লাগিলগৈ। সেই চহৰৰে এখোঁটলীয়া এটা ঘৰত নি নাপলেয়ঁক

৪৮ Forth from the midst of the sea, projects the gloomy mass of rock Steep, black and deeply furrowed are the walls of lava that run down from the heights into the waves The chasm above the harbour looks like the gate of hell to one who first sees it from a ship , and the traveller fancies that these dark ramparts must have been built by the hands of demons When the voyager lands, the ground crunches softly beneath his feet, for the soil is disintegrated lava He is treading the road of death

Owing to the mendacity of a moralising century, the malice of English oligarchs, and the dry spitefulness of a colonial governor, the island becomes the stage for a tragi-comedy The climate is deadly The inhabitants will tell you that one of the most unwholesome regions is a chilly tableland seventeen hundred feet above sea-level , a lonely place, on the windy side of the island, made specially insalubrious by the persistence of fogs The St Helenians call it *Deadwood* Here is Longwood. *That is the place selected by England as the one in which the sick foe can most certainly be killed* It was not a temporary asylum, chosen hastily in an emergency , it was not originally intended for the emperor , it was made ready for him while he was living elsewhere in the island, in poor case, but in fairly good health E L

সুমুওৱা হ'ল। তাত আচ্‌বাব্‌পত্ৰ একো নাছিল, কেউপিনে হিলৈধাৰী চিপাহীৰ পহৰা। জাহাজৰ পৰা লোহাৰ খাটিয়া এখন আৰু লামলাকটু দুই চাৰিটা বস্তু অনাই কোঠাটোত থোৱা হ'ল। জেইম্‌চ্‌টাউনৰ বাসিন্দা য'ত যি আছিল গোটেইবোৰে নাপলেয়ঁক চাবলৈ হাবাথুৰি খাই আহি ঘৰটো বেৰি ধৰিলেহি—যেন চিড়িয়া-খানালৈ কোনেও কাহানিও নেদেখা সুশুনা কিবা জন্তু এটাহে অনা হৈছে। জাহাজত দুমাহ কাল নাপলেয়ঁক বং মনেৰেই কটোৱা যেন দেখা গৈছিল, নিজৰ দুৰ্ভাগ্য সম্বন্ধে এবাৰ মাতো মতা নাছিল। এইবাৰ প্ৰথম তেওঁ কাতৰ হোৱা যেন দেখা গ'ল। খাটিয়াখনতে বিছনা পাৰি দিয়া হ'ল। তাতে বাগৰ দি তেওঁ টোপনি গ'ল। সেই নিশা আৰু সুঠিল।

চেইণ্ট হেলেনাৰ গভৰ্নৰ আছিল তেতিয়া কৰ্নেল উইলক্‌চ্‌। ভাবি নিগাজী গভৰ্নৰ চাৰ হাড্‌চন্‌ ল' তেতিয়াও আহি পোৱাহি নাই। তেওঁ আহি নোপোবালৈকে নৰ্দামবাৰ্লেণ্ডৰ অধ্যক্ষ এডমিৰেল ককবাৰ্নে নাপলেয়ঁৰ ৰখীয়াৰ কাম চলাব।

পিছ দিনা পুৱা এড্‌মিৰেল আৰু জেনেৰেল বেঁত্ৰাঁৰ লগত ঘোঁৰাত উঠি নাপলেয়ঁ লংউড্‌ চাবলৈ ওলাল। সেই ঘৰটো জেইম্‌চ্‌ টাউনৰ পৰা পাঁচ মাইল আঁতৰত, সাগৰৰ বুকুৰ পৰা সোতৰ শ ফুট ওপৰত শিলাময় এটা ঢাপলিকাত। কেইজোপামান ডালপাত নোহোৱা জুটুলা গমৰ গছত বাজে আশেপাশে ক'তো তৃণতৰু এডালিও দেখিবলৈ নাই। তাতে জীৰ্ণ-শীৰ্ণ উৱলি যোৱা এটা ঘৰ। আগতে ঘৰটো আছিল গৰু-গোহালী। স্থানীয় কেতবোৰ নিগ্ৰ আৰু নৰ্দামবাৰ্লেণ্ড জাহাজৰ কেইজনমান খনিকৰে তাত কাম কৰি আছে, বেৰখোৰ দি ঘৰটো বাসোপযোগী কৰিবলৈ লৈছে।

তেওঁক ৰখাৰ এই ব্যৱস্থা দেখি নাপলেয়ঁৰ মুখখন শেঁতা পৰিল, কিন্তু তেওঁ একো নামাতিলে। বুজিলে যে এই ঠাই তেওঁৰ বাসস্থান হিচাপে যুগুত কৰা হোৱা নাই, গোৰস্থান হিচাপেহে মজুত কৰা

হৈছে। তেওঁৰ চেহেৰা দেখিয়েই হ'ব পায়, ককবার্নে ব্রিটিচ্ চর্কাৰলৈ পঠোৱা ইতলাত লিখিছিল : এই দ্বীপলৈ অহাৰ পিছত জেনেৰেল ব'নাপার্তৰ উদাসীন, সহিষ্ণু মনোভাৱৰ পৰিবর্তন ঘটা যেন দেখা গৈছে। ইয়াত তেওঁক ৰখাৰ ব্যৱস্থা দেখি তেওঁ সন্তুষ্ট হোৱা নাই। অৱশ্যে এই দ্বীপৰ কৰ্কশ, নীৰস দৃশ্যৰ লগত প্ৰথম সংঘর্ষণৰপৰাও এনে ভাব জন্মিব পাৰে। তথাপি তেওঁৰ ( ককবার্নৰ ) হাতত যি দহখন জাহাজ আৰু সৈন্যসামন্ত আছে, ব'নাপার্তক পহৰা দিয়াৰ বাবে সি যথেষ্ট নহয়, আৰু দুখন যুদ্ধৰ জাহাজ পঠাৰ লাগে।[৪৬৯]

লংউড্ৰপৰা উলটি আহোঁতে বাটত এডোখৰ নিজান ঠাইত অকলশৰীয়া এটা ঘৰত নাপলেয়ঁৰ চকু পৰিল। ঘৰটোৰ নাম আছিল The Briars, তাৰ গৰাকীজন আছিল বাল্কম্ বোলা এজন শ্বেতাঙ্গী ভদ্ৰলোক খেতিয়ক। ঘাই ঘৰটোৰ কাষতে এটা বাহিৰা ঘৰ আছিল। নাপলেয়ঁই তাতে তেওঁ থাকিব পাৰিব নেকি বুলি সোধাত বাল্কমে সাদৰে তেওঁক তাত থাকিবলৈ আমন্ত্ৰণ জনালে। এড্মিৰেলেও আপত্তি ন'কৰিলে। দুমাহলৈ সেই ঘৰটোৱেই নাপলেয়ঁৰ বাসস্থান হ'ল।

নাপলেয়ঁৰ বনবাসৰ লগৰীয়া লাকাচ্, বেত্ৰঁা, মঁথলঁ আৰু গুৰ্গ,

৪৬৯ "I am sorry to add that General Bonaparte, since he has landed here, has appeared less resigned to his fate, and has expressed himself more dissatisfied with the lot decreed him than he did before This, however, I merely attribute to the first effects of the general sterile appearance of this island and the little prospect it yields himself and his followers any of those amusements to which they have been accustomed"

At the same time the Admiral wrote that the force of men and ships which he had with him was not sufficient to hold the captive in security. He asked for two more vessels of war Abbott

কেউজনে চেইণ্ট হেলেনাত কটোৱা কালছোৱাৰ দৈনন্দিন সকলো ঘটনা, নাপলেয়ঁৰ মুখেদি ওলোৱা প্ৰত্যেকষাৰ কথা, ডায়েৰী-বহীত (দিনপঞ্জী: ৰোজনামা) টুকি থৈছিল। ২৪ অক্টোবৰৰ দিনা (১৮১৫) লা কাচে তেওঁৰ ডায়েৰীত লিখিছিল:

"দুদিন আগত অসীম ক্ষমতাৰ অধিকাৰী, সম্ৰাট নাপলেয়ঁ—যি জন সম্ৰাটে ৰাজমুকুট আৰু সিংহাসন বিলাইছিল—আজি তেওঁ বাস কৰিছে, শিলৰ এক ঢাপলিকাত অৱস্থিত, কেইফুটমান মাথোন আহল-বহল ঘিণলগা এটা টোকোৰা পঁজাত। ঘৰটোত এটা কোঠা, তাত আচবাব্-পত্ৰ নাই, আন কি দুৱাৰ খিৰিকীত খৰখৰি বা আঁৰকাপোৰো নাই। এই কোঠা টোৱেই তেওঁৰ শোৱনিঘৰ, সাজপোছাক, খোৱালোৱা, লিখাপঢ়া কৰা ঠাই আৰু বৈঠকখানাও। কোঠাতো সৰাপোঁচা কৰাৰ সময়ত তেওঁ বাজলৈ ওলাই যাব লাগে। আহাৰ বুলিবলৈ, ঘিণলগা কেইপদমান বস্তু দূৰনিৰপৰা পঠোৱা হয়, যেন তেওঁ মাটিৰ তলৰ আন্ধাৰ কাৰাগাৰৰ হে কয়দী। জীৱন যাপনৰ বাবে লাগতীয়াল সকলো সামগ্ৰীৰে নাটনি। কটি আৰু কটিকা এনে ভেঁকুৰা যে চুবলৈকো ঘিণ লাগে। বিশুদ্ধ খোৱা পানী, কফি, মাখন আদি বস্তু হয় পাবলৈ নাই, পালেও অখাদ্য। সম্ৰাটৰ স্বাস্থ্যৰ অৰ্থে গা-ধোৱা আৰু ঘোঁৰা চেকুৰোৱা আৱশ্যকীয়, কিন্তু তাৰো একো ব্যৱস্থা নাই। তেওঁৰ লগৰীয়া আৰু লগুৱাসকল থাকে দুমাইল আঁতৰত, বৰকন্দাজ এটা লগত আহিলেহে সম্ৰাটৰ ওচৰলৈ আহিব পাৰে। এই শিলাময় ভয়ঙ্কৰ গহ্বৰত প্ৰকৃতিৰ নিৰ্দয়তাকে অকল আমি ভুগিব লগাত পৰা নাই, মানুহৰ নিৰ্দয়তাও ভুগিবলগীয়া হৈছে।

ইউৰোপৰ ৰাজন্যবৰ্গই এই নিৰ্বাসনৰ আদেশ দিছিল, কিন্তু যিসকলৰ ওপৰত সেই আদেশ পালন কৰাৰ ভাৰ পৰিছে, সিসকলে সেই কাৰ্য্য সম্পাদন কৰিছে, ব্যক্তিগত শত্ৰুতা চৰিতাৰ্থ কৰাৰ উদ্দেশ্যৰেহে। ৰাজনীতিৰ স্বাৰ্থত এই দণ্ড যদি অপৰিহাৰ্য্য বুলি

বিবেচিত হৈছিল, তেনেহলে সেই কথা যাতে বিশ্বৰ আগত প্ৰমাণিত হয়, তাৰ বাবে দণ্ডৰ মহিমান্বিত পাত্ৰজনৰ প্ৰতি সকলো সন্মান আৰু বিবেচনা দেখুওৱা উচিত নাছিল নে ? অথচ, তেওঁৰ ক্ষেত্ৰত নীতি, আইন সকলো ভৰিৰে মোহাৰি পেলোৱা হৈছে।

আমি সকলোটি সম্ৰাটৰ কাষত গোট খাইছোহঁক। তেখেতে উত্তেজিত হৈ ক'বলৈ ধৰিলে, 'কি জঘন্য আচৰণ আমাৰ কাৰণে মজুত কৰি থোৱা হৈছে, ভাবি চাওক। ই যে মৰণ যাতনা। অন্যায় আৰু অত্যাচাৰৰ ওপৰত এতিয়া জপা হৈছে অপমান আৰু নিৰ্য্যাতন। মই যদি তেওঁলোকৰ মানত ইমানেই ঘৃণ্য, মোৰ আখ্যা পেলোৱা হ'লেই দেখোন হ'লহেঁতেন। মোৰ মূৰলৈ বা বুকুলৈ টোৱাঁই ফুটাঁই গুলি এৰি দিয়া হ'লেই দেখোন কাম সমাধা হ'লহেঁতেন। তেনে কামে অন্ততঃ কিছু তেজ-শক্তিৰ পৰিচয় দিলেহেঁতেন। যি কি নহওক, আপোনালোকে প্ৰতিবাদ কৰক, যাতে সমগ্ৰ ইউৰোপ জ্বলি উঠে। আমাৰ দুখৰ কথা বিনাই নিজকে মই তললৈ ননমাও। মই আদেশ দিবহে জানোঁ, বিনাব নাজানোঁ।"[৪৭]

---

৪৭০ The Emperor Napoleon, who but lately possessed such boundless power and disposed of so many crowns, now resides in a wretched hovel He is absolutely in want of the necessities of life , the bread and wine are so bad that we loath to touch them Assuredly, if the sovereigns of Europe decreed this exile, private enmity has directed its execution "For what infamous treatment are we reserved ' he exclaimed, "This is the anguish of death To injustice and violence they now add insult and protracted torment If I were so hateful to them, why did they not get rid of me ? A few musket-balls in my heart or on my head would have done the business, and there would at least have been some energy in the crime All all events, make your complaints, gentlemen , let indignant Europe hear them Complaints from me would be beneath my dignity and→

এনে ধৰণৰ আলৈ আহুকালৰ উপৰিও নাপলেয়ঁ আৰু তেওঁৰ লগৰীয়াসকলক ৰবকৈ অতিষ্ঠ কৰিছিল, অনবৰত তেওঁলোকৰ ওপৰত কঢা নজৰ ৰখাৰ ব্যৱস্থাই। সকলো সময়ত তেওঁলোকৰ ওপৰত চকু ৰাখিবৰ বাবে কেপ্তেইন পপ্ল্‌টন্‌ বোলা এজন বিষয়াক ব্রায়ার্চত নিগাজীকৈ মোতায়েন কৰা হ'ল। ব্রায়ার্চৰ হাউলিৰ কেইপিনে কেইগজমান আঁতৰে আঁতৰে সকলো সময়ত হিলৈধাৰী চিপাহী থাডা কৰাই থোৱাৰো ব্যৱস্থা কৰা হ'ল। ব্রায়ার্চৰপৰা চহৰলৈ ( জেইম্‌চ্‌টাউন ) এটা টেলিগ্রাফৰ লাইন বহুওৱা হ'ল। ব্রায়ার্চত কি ঘটিছে নঘটিছে ক্ষণে ক্ষণে কেপ্তেইনে কর্তৃপক্ষক জনাই থাকিব লাগে। নাপলেয়ঁই নিজৰ কোঠাত লগৰীয়া সকলৰ লগত কথাবতৰা পাতি থকাৰ সময়তো ইংৰাজ চার্জেণ্ট এজন কাষতে থিয় দি বা ঘূৰাপকা কৰি থাকে। ব্রায়ার্চৰপৰা আঁতৰলৈ ফুৰিবলৈ ওলালে কেপ্তেইন চাহাব লগে লগে যায়। আনকি ব্রায়ার্চৰ হাউলিৰ ভিতৰতো নাপলেয়ঁ যেনিয়ে যায় ছুটা চিপাহী পিছে পিছে যায়। মিষ্টাৰ বাল্‌কমে এই ব্যৱস্থাৰ ঘোৰ প্রতিবাদ কৰাৰ পিছত জানিবা চিপাহী ছুটাক আঁতৰোৱা হৈছিল।

অনবৰত এনে বিলাক বিষাক্ত খোঁচত অতিষ্ঠ হৈ জেনেৰেল বেঁর্ত্রাই এডমিৰেল কক্‌বানলৈ এখন চিঠি দি সামৰণিত লিখিলে : আমি আশা কৰোঁ যেন কর্তৃপক্ষই এনেদৰে ব্যৱহাৰ কৰে যাতে সম্রাটে যি তুখলগা অৱস্থাত এতিয়া দিন নিয়াইছে, সেই কথা তেওঁ পাহৰি থাকিব পাৰে। তেওঁৰ বর্তমানৰ অৱস্থালৈ চাই যি কোনো বর্বৰৰ প্রাণতো কৰুণা আৰু সহানুভূতি জাগিব। এই দ্বীপৰপৰা পলাই যোৱাৰ যে কোনো বাট নাই, কর্তৃপক্ষই সেই কথা ভাল দৰে জানে। তথাপি যদি আৱশ্যক বোধ কৰে, সাগৰৰ পাৰে পাৰে কেউপিনে প্রহৰী ৰাখক, যাতে অন্ততঃ দ্বীপটোৰ মাজঠাই ডোখৰত

←character, I must either command or be silent
Harvey Robinson *Readings from European History*

আমি মুকলিমূৰীয়াকৈ ফুৰাচকা কৰিব পাৰোঁ। যাতে আমি সম্ৰাটক সকলো সময়ত সঙ্গ দিব পাৰোঁ, তাৰ বাবে তেখেতৰ বহাৰ কাষতে আমাৰ থকাৰ ব্যৱস্থা কৰাও আমি আৱশ্যকীয় বুলি ভাবোঁ।

মহামান্য এড্‌মিৰেল ডাঙৰীয়াই চিঠিৰ উত্তৰ দিলে এই বুলি :

আপোনাৰ কালিৰ তাৰিখৰ চিঠিৰ প্ৰাপ্তি সংবাদ জ্ঞাপন কৰি জনাওঁ যে এই দ্বীপত কোনো 'সম্ৰাট' বাস কৰা সম্বন্ধে আমি জ্ঞাত নহওঁ। 'সম্ৰাট' উপাধিধাৰী কোনো লোক 'নৰ্দাম্‌বাৰ্লেণ্ড্' জাহাজত এই দ্বীপলৈ অহাৰ কথাও আমি নাজানো। চৰ্কাৰৰপৰা আমি পোৱা নিৰ্দেশ অনুসৰি এজন ইংৰাজ সামৰিক বিষয়া লগত নাথাকিলে, প্ৰহৰীৰ আৱলীৰ সীমা অতিক্ৰম কৰি আপোনালোকক ফুৰা-চকা কৰিবলৈ দিবলৈ মই অক্ষম।"

এই চিঠিৰ উত্তৰত বেঁত্ৰ্যাই এডমিৰেললৈ লিখিছিল : বৰ্বৰ জাতিৰ লোকেও আতিথ্য ধৰ্মৰ নীতি মানি চলে। যিসকলে সেই নীতিবো অৱমাননা কৰি সম্ৰাটৰ ব্যক্তিগত স্বাধীনতা কাঢ়ি ল'লে, সিসকলৰ পক্ষে মানুহৰ ব্যক্তিগত অধিকাৰ আৰু সভ্য জাতিসমূহৰ আচাৰব্যৱহাৰবিৰুদ্ধ যি কোনো অন্যায় কাৰ্য্য কৰিব পৰাটো আচৰিত হ'বলগীয়া কথা নহয় বুলি সম্ৰাটে বুজে।"৪৭১

বেঁত্ৰ্যাৰ উত্তৰ পাই এডমিৰেলে অলপ লাজ পালে নে কি ক'ব নোৱাৰি, নাপলেয়ঁ আৰু তেওঁৰ লগৰীয়াসকলৰ ব্যৱহাৰৰ বাবে এডমিৰেল চাহাবে দয়া কৰি দুটা ঘোঁৰা ব্ৰায়াৰ্চলৈ পঠাইছিল। কেপ্তেইন পপ্‌ল্‌টন বোলা ৰথীয়াজনৰ লগত ঘোঁৰা চেকুৰাই ফুৰিবলৈ

৪৭১ In reply to the Admiral's puerile remarks that he had no knowledge of any Emperor etc, Bertrand wrote to the Admiral "Nothing certainly that is unjust or contrary to the rights of man and the custom of civilized nations, can surprise the Emperor on the part of those who have violated in his person the rights of hospitality—rights held sacred even amongst barbarians" Korngold.

যাবলৈ নাপলেয়ঁই ভাল নাপাইছিল। ব্ৰায়াৰ্চৰ হাউলিতে মাজে মাজে লাহে লাহে অলপ চলাইছিল।[৪৭২]

নৰ্দাম্বাৰ্লেণ্ড্ জাহাজত চেইণ্ট হেলেনালৈ আহোঁতে, সেই চৰম দুৰ্দিনৰ সময়তো নাপলেয়ঁৰ গাম্ভীৰ্য্যপূৰ্ণ, অথচ সহজ-সৰল অমায়িক ব্যৱহাৰে জাহাজত অহা চিপাহী, নৌসেনা আৰু নাৱিক-সকলৰ শ্ৰদ্ধা আহৰণ কৰিছিল। ২৫ অক্টোবৰৰ দিনা পুৱা নৰ্দাম্বাৰ্লেণ্ড্ জাহাজৰ লগত অহা আন এখন জাহাজৰ কেপ্তেইনজন বিলাতলৈ ছুটীত যোৱাৰ আগত নাপলেয়ঁৰ পৰা বিদায় ল'বলৈ আহিছিল। তেওঁৰ যোগেদি নাপলেয়ঁৰ নিৰ্দেশ অনুসৰি লা-কাচে ইংৰাজ পৰৰাষ্ট্ৰ মন্ত্ৰী লৰ্ড কাচ্‌ল্‌ৰেয়ালৈ এখন প্ৰতিবাদপত্ৰ পঠায়। তাৰ সাৰাংশ আছিল এই:

সম্ৰাটে তেওঁৰ লৰাতিৰোতাৰ বাতৰি পাবলৈ আশা কৰে, বিশেষকৈ লৰাটি জীয়াই আছেনে নাই, সেই কথা জানিবলৈ বিচাৰে।

ব্ৰিটিচ্ চৰ্কাৰে সম্ৰাটক যুদ্ধৰ বন্দী হিচাপে আটক কৰি থৈছে। আন্তৰ্জাতিক আইনত এনে কোনো সূত্ৰ নাই, যি সূত্ৰ অনুসৰি তেওঁ যুদ্ধৰ বন্দী বুলি পৰিগণিত হ'ব পাৰে। ইংলণ্ড আইন-কানুনেৰেহে শাসিত হয়, ব্যক্তিগত মৰ্জিৰে নহয় বুলি সম্ৰাটৰ ধাৰণা আছিল। সেই বিশ্বাসতে, স্বইচ্ছাৰে ইংলণ্ডৰ আইনকানুনৰ আশ্ৰয়ত তেওঁ থাকিবলৈ ওলাইছিল। সেইমতে সম্ৰাটক ইংলণ্ডত স্বাধীনভাৱে থাকিবলৈ দিয়া হ'ব বুলি, কেপ্তেইন মেইট্‌লেণ্ডে ব্ৰিটিচ্ চৰ্কাৰৰ প্ৰতিশ্ৰুতি পঠোৱাৰ পিছতহে সম্ৰাট 'বেলেৰফন্' জাহাজত গৈ উঠিছিল।

যুদ্ধৰ বন্দীৰ প্ৰতি আচৰণো আন্তৰ্জাতিক আইন অনুসৰি নিয়ন্ত্ৰিত হয়। সকলো আইন-কানুন ভৰিৰে মোহাৰি এই ভয়ঙ্কৰ

---

৪৭২ Only twice during his stay at the Briars is he known to have left the boundaries of the estate · Korngold

দ্বীপত আমাৰ প্ৰতি যি অমানুষিক ব্যৱহাৰ কৰা হৈছে, তেনে ব্যৱহাৰ কোনো অসভ্য বৰ্বৰ জাতিয়েও অনুমোদন নকৰিব।

এই ভয়ঙ্কৰ দ্বীপৰ বিষাক্ত জলবায়ু আৰু কৰ্তৃপক্ষৰ বৰ্বৰ আচৰণে যাতে অনতিবিলম্বে সম্ৰাটৰ জীৱনৰ সমাপ্তি ঘটায়, এয়েই যে ব্ৰিটিচ্ চৰ্কাৰৰ অভিপ্ৰায়, সেই কথা কৰ্তৃপক্ষৰ আচৰণত সুস্পষ্টৰূপে পৰিদৃষ্ট হয়। কিন্তু এই প্ৰণালীৰে সম্ৰাটক হত্যা কৰাৰ ব্যৱস্থা নকৰি, 'বেলেৰফন্' জাহাজতে তেওঁক হত্যা কৰি ব্ৰিটিচ্ চৰ্কাৰে, যৎসামান্য হলেও, কিছু মনুষ্যত্বৰ পৰিচয় দিব পাৰিলেহেঁতেন। নিজ হাতেৰে সম্ৰাটে নিজৰ জীৱন বিনাশ নকৰে, কাৰণ তেনে কাম তেওঁৰ নীতিবিৰুদ্ধ। কিন্তু তিল তিলকৈ ইয়াত সম্ৰাটক বধ কৰাৰ সংকল্প পৰিহাৰ কৰি, ব্ৰিটিচ্ কৰ্তৃপক্ষই ঘাতকৰ হাতত আগ্নেয়াস্ত্ৰ দি ততালিকে সেই কাম সমাধা কৰোৱালে সম্ৰাট সুখী আৰু কৃতজ্ঞ হ'ব।

নাপালেয়ঁৰ প্ৰতিবাদপত্ৰই ইংলণ্ডৰ শাসকবৰ্গৰ হৃদয় পৰশা দূৰৰ কথা, তেওঁলোকে তাৰ উত্তৰ দিয়াৰো আৱশ্যকতা বোধ নকৰিলে। নাপলেয়ঁক চেইন্ট হেলেনালৈ পঠোৱাৰ পিছতো ইংলণ্ডৰ সংবাদপত্ৰ আৰু সাংবাদিক মহলত নাপলেয়ঁৰ বিৰুদ্ধে অকুণ্ঠিত অপপ্ৰচাৰ চলি থাকিল। প্ৰতিবাদপত্ৰ পোৱাৰ পিছত তাৰ মাত্ৰা দুগুণে চৰিল, আৰু বছৰে বছৰে তাৰ প্ৰকোপ বাঢ়িহে গ'ল। ইংলণ্ডৰ প্ৰথম পৰ্য্যায়ৰ এখন বাতৰি কাকতে লিখিছিল যে ফ্ৰান্সলৈ অহাৰ আগত নাপলেয়ঁৰ ভনীয়েকহঁতে বেশ্যাবৃত্তি অৱলম্বন কৰি জীৱন নিৰ্বাহ কৰিছিল, তেওঁৰ ভনীজোৱাঁয়েক মুৰা এটা 'ৱেইটাৰ' (হোটেল বা ৰেস্তৰাঁত খাদ্য পৰিবেশন কৰা লগুৱা) আছিল, ইত্যাদি, ইত্যাদি। ব্ৰিটিচ্ পাৰ্লামেন্টত দুজন মাথোন সভ্যই নাপলেয়ঁৰ প্ৰতি ব্ৰিটিচ্ চকাৰৰ আচৰণ আৰু চৰ্কাৰৰ প্ৰৰোচনাত তেওঁৰ বিৰুদ্ধে চলোৱা নিৰ্লজ্জ অপপ্ৰচাৰৰ তীব্ৰ নিন্দা আৰু প্ৰতিবাদ কৰিছিল, তাৰে এজন আছিল ডিউক্ অভ্ চাচেক্স্ আৰু আনজন লৰ্ড হলেণ্ড। সুপ্ৰসিদ্ধ সাহিত্যিক চাৰ টমাচ্ মুৰ আৰু কবি লৰ্ড

বাইবনেও সেই প্রতিবাদত যোগ দিছিল। লেডি হলেণ্ডে মাজে সময়ে নাপলেয়ঁলৈ ফল-মূল আৰু কিতাপ-পত্ৰ পঠাই প্ৰশংসনীয় সাহস দেখুৱাইছিল। এজন প্ৰথিতযশা, বিচক্ষণ ইংৰাজ আইনজ্ঞই একৈছ্‌থন 'থিচিজ' ৰচনা কৰি, ভহভহীয়াকৈ প্ৰমাণ কৰিছিল যে মিত্ৰশক্তি আৰু ফ্ৰান্সৰ মাজত সন্ধিপত্ৰ চহী হোৱাৰ পিছত নাপলেয়ঁক আটক কৰি ৰখাটো আন্তৰ্জাতিক আইনবিৰুদ্ধ কাম তো হৈছিলেই, ফৌজদাৰী আইন অনুসৰিও সেই কাৰ্য্য দণ্ডনীয় আছিল। আঙুলিৰ মূৰত লেখিব পৰা এই কিজন ইংৰাজেইহে মাথোন ইংৰাজ জাতিৰ কলঙ্ক কিছু পৰিমাণে মোচন কৰি জাতীয় সন্মান ৰক্ষা কৰিছিল বুলি ক'ব পাৰি।

কিন্তু সেই বিলাক কথা ইংৰাজ মন্ত্ৰীমণ্ডলীৰ ইকাণেদি সোমাই সিকাণেদি ওলাই গ'ল। নাপলেয়ঁৰ প্ৰতি আচৰণ কোমলক ছাৰি, তেওঁক কোনোবাই উদ্ধাৰ কৰাৰ চেষ্টা কৰিলে, বা তেনে চেষ্টাত সহায় কৰিলে, প্ৰাণদণ্ড বিহিব পৰাকৈ পাৰ্লামেণ্টত নতুন এখন আইন হে গৃহীত হ'ল।

জাৰ্মান জাতিয়েও ইংৰাজৰ লগ লাগি নাপলেয়ঁৰ লগত যুঁজিছিল, কিন্তু জাৰ্মান সাংবাদিক মহলে, নাপলেয়ঁৰ বিৰুদ্ধে কুৎসা ৰটনাত ইংৰাজৰ লগত হাত উজান দিয়া নাছিল। বৰং জাৰ্মান 'প্ৰেচে' ওজস্বিনী ভাষাত বছৰে বছৰে নাপলেয়ঁৰ প্ৰতি কৰা দুৰ্ব্যৱহাৰৰ দোৰ্ঘোৰ প্ৰতিবাদ জনাই আছিল।[৪৭৩]

---

৪৭৩ The English press was describing the prisoner in atrocious terms A special law was passed to make any attempt at a rescue or an escape, or any assistance of escape on the high seas, a capital offence without benefit of clergy The honour of England is saved only by the protests of two members of the House of Peers, the Duke of Sussex and Lord Holland A great English lawyer writes twentyone thesis to prove that Napoleon's detention after peace had been signed is illegal, Thomas→

তেওঁৰ বিৰুদ্ধে চলোৱা অপপ্ৰচাৰৰ উত্তৰত নাপলেয়'ই লা-কাচক এদিন কৈছিল :

মোৰ বিৰুদ্ধে যাৰ যি ক'বৰ মন যায় কওক। বুৰঞ্জীয়ে মোৰ প্ৰাপ্য এদিন মোক দিবই লাগিব। এই কথা কোনেও অস্বীকাৰ কৰিব নোৱাৰে যে অৰাজকতা আৰু বিশৃঙ্খলতাৰ মই ওৰ পেলাইছিলোঁ, বিপ্লৱৰ গাত যিবোৰ কেৰোণ লাগিছিল, সেইবোৰ গুচাইছিলোঁ, জাতিসমূহক ওপৰলৈ তুলিছিলোঁ, গুণক পুৰস্কৃত কৰিছিলোঁ, খ্যাতি আৰু গৰিমা অৰ্জাৰ পৰিধি বহলাইছিলোঁ। মোৰ বিৰুদ্ধে অন্য কোনটো অভিযোগৰ উত্তৰ ঐতিহাসিক সকলে দিবলৈ অক্ষম হ'ব? একাধিপতিত্বৰ অভিযোগ? তাৰ উত্তৰত তেওঁলোকে ক'ব পাৰিব যে সেই পৰিস্থিতিত একাধিপতিত্বৰ আৱশ্যকতা আছিল। স্বাধীনতাত মই হাত দিছিলোঁ? তাৰ উত্তৰত ক'ব পাৰিব যে অৰাজকতা, বিশৃঙ্খলাই সেই সময়ত স্বাধীনতাক বিপন্ন কৰিছিল। যুদ্ধলিপ্সা? মই কাকো আক্ৰমণ কৰিবলৈ যোৱা নাছিলোঁ, আক্ৰমণৰ বিৰুদ্ধে আত্মৰক্ষাহে কৰিছিলোঁ। সমগ্ৰ বিশ্বৰ ওপৰত আধিপত্য বিস্তাৰৰ সংকল্প কৰিছিলোঁ? শত্ৰুৰ আচৰণ আৰু পৰিস্থিতিয়েহে মোক সেই বাটে নিছিল। মোৰ অসীমিত উচ্চাভিলাস? হয়, উচ্চাভিলাস মোৰ আছিল, কিন্তু মোৰ উচ্চাভিলাসৰ লক্ষ্য আছিল মহান—জগতত যুক্তিৰ ৰাজত্বস্থাপন, মানৱজাতিৰ সকলো সদগুণৰ অনুশীলন আৰু পূৰ্ণ বিকাশৰ সুযোগ দান। মোৰ সেই অভিলাস সম্পূৰ্ণৰূপে ফলৱতীত নোহোৱাৰ কাৰণে ঐতিহাসিকসকলে সম্ভৱতঃ পৰিতাপ হে কৰিব। তাৰ পিছত, খন্তেক থমকি তেওঁ ক'লে, "সেয়ে, বন্ধু, মোৰ নিচেই চমু জীৱন-কাহিনী।"[৪৭৪]

←Moore and Lord Byron save England's credit before the tribunal of history Germany's good name is rescued by the fierce attacks on Lowe in the German press—attacks that go on for years E L

৪৭৪ "Every future historian will have to allow me my share→

ব্ৰায়াৰ্চত নাপলেয়ঁ ছসপ্তাহ থকাৰ পিছত, তেওঁৰ লগৰীয়াসকলে এটা তম্বু যোগাৰ কৰি তেওঁৰ পঁজাঘৰৰ গাতে লগাই তৰিলেহি। নাপলেয়ঁৰ লগত অহা ৰান্ধনিজনকো জেইম্‌চ্‌টাউনৰ পৰা ব্ৰায়াৰ্চলৈ অনা হ'ল। মিষ্টাৰ বাল্‌কমৰ ঘৰৰে এচুকত ৰন্ধা-বঢ়াৰ ব্যৱস্থা কৰা হ'ল। এটা ৰাকচত ৰূপৰ কেতবোৰ বাচন-বৰ্তন, মেজৰ চাদৰ আদি বস্তু আহিছিল। সেই বিলাকো খুচৰি উলিওৱা হ'ল। এইদৰে দৈনন্দিন জীৱন যাপনত আগতকৈ আলৈআহুকাল অকণমানি জানিবা পাতলিল।

সাধাৰণতে তেওঁলোকক যেনে বিধৰ কফিৰ যোগান দিয়া হৈছিল, এদিন পুৱা তাতকৈ অলপ ভাল বিধৰ কফি আহিল। নাপলেয়ঁই

---

← Facts speak for themselves I closed up the chasm of anarchy, and put an end to chaos, I cleansed the Revolution from the filth it had accumulated, I enobled the peoples, I stabilized the thrones I encouraged all those who had talents, rewarded every merit, and widened the boundaries of fame and glory And on what point can I be assailed on which an historian could not defend me? If I am accused of despotism, they can claim that dictatorship was necessary in the circumstances Is it freedom I attacked? They can answer that licentiousness and anarchy still haunted the threshhold of freedom Love of war? I was never the aggressor Striving for world dominion? This was merely the result of fortuitous circumstances, and that our enemies led me, step by step, to that determination Too ambitious? But my ambition was of the sublimest to found the kingdom of reason, with full development and unrestricted enjoyment of all the human faculties The historian may deplore that such ambition could not wholly attain its goal" After a momentary silence, he concludes "There, my dear fellow, in a few words, you have my entire story" As translated by E L & Abbott

কমি এপিয়লা খাই পেটত হাতখন দি ক'লে, "আহ! এই কফিয়ে অলপ উপকাৰ কৰিব।" কথাষাৰ শুনি লা-কাচৰ চকুলৈ পানী আহিল। সেইদিনা তেওঁ ডায়েৰীত লিখিছিল: খোৱাবস্তুৰ ভাল বেয়া সম্বন্ধে কোনো দিনা তেওঁ এষাৰ মাতো মতা নাই। অতিকৈ বেয়া হলেও একো নকয়। সেইদিনা সামান্য এটা বস্তু এইদৰে শলাগি তেওঁ যে ইয়াত কিমান কষ্ট খাইছিল, নিজৰ অজ্ঞাতযাবে সেই কথা আমাক অনুভৱ কৰিবলৈ দিছিল।

চেইণ্ট হেলেনাত প্রায় ছবছৰ কাল নাপলেয়ঁই এদিনো মুখ নোদোঁওৱাকৈ সকলো দুখ-কষ্ট, নির্য্যাতন, অপমান যি বীৰত্বে নীৰবে সহ্য কৰিছিল, সেই বীৰত্ব তেওঁৰ ৰণাঙ্গনৰ অতুলনীয় বীৰত্বতকৈও মহান।[৪৭৫]

৪৭৫ The silent grandeur with which Napoleon encountered every wrong and every insult, forms one of the most brilliant pages of history His imperial character is nowhere more conspicuous than in his life at St Helena Abbott

## ৫৭

ফঁতের এৰি এল্বালৈ যাত্ৰা কৰিবৰ দিনা গাৰ্দ পল্টনৰপৰা বিদায় লওঁতে নাপলেয়ঁই কৈছিল, “আমি একেলগে যিবিলাক কাম সাধিছিলো, সেই বিলাকৰ কথা এতিয়া বহি বহি লিখিব পাৰিম বুলি মই আশা ৰাখিছোঁ।” এল্বাত থাকোঁতে সেই প্ৰতিশ্ৰুতি ৰক্ষা কৰাৰ সময় তেওঁ পোৱা নাছিল। এতিযা তেওঁ সেই কাম হাতত ল'লে, চেইণ্ট হেলেনাৰ অকলশৰীয়া, নিষ্কৰ্মা জীৱনত সময় কটাবলৈ নিজৰ জীবন সোৱঁৰণীৰ শ্ৰুতলিপি দিবলৈ ধৰিলে।

সিও এক আসৰিশ কাণ্ড। কাষত নথিপত্ৰ একো নাই, তথাপি প্ৰত্যেকটো ঘটনাৰ দিন, বাৰ, তাৰিখলৈকে সৰসৰীয়াকৈ তেওঁ মুখস্থ মাতি গ'ল। ক'তো অকণো খোকোজা লগাৰ আভাস নাই। ঘণ্টাকে ঘণ্টা শ্ৰুতলিপি দি যায। শ্ৰুতলিপি লোৱা লগৰীয়া কেউজন ভাগৰি হেলাই-হেঁপাই লিখিব নোৱৰা হয়, তেওঁৰ কিন্তু ভাগৰ-জুগৰ নাই। কোঠাটোৰ ইমূৰৰপৰা সিমূৰলৈ টহলি টহলি শ্ৰুতলিপি দি থাকে। টোপনি নাহিলে কেতিয়াবা মাজ নিশাও মঁথলঁক মতাই পঠায়, পুৱালৈকে শ্ৰুতলিপি দিয়ে। সেই শ্ৰুতলিপিৰ ছপা হৈ ওলোৱা নকল এতিয়া শকত শকত খণ্ডৰ ( volumes ) আঠখণ্ডীয়া এখন পুথি।

আত্মজীৱনীৰ শ্ৰুতলিপি দিয়া কাম এনে দ্ৰুত গতিত চলিছিল যে এবছৰৰ ভিতৰতে সেই বিয়াগোম কাম খতম হৈছিল।

এদিন ইউৰোপৰপৰা অহা কেতবোৰ বাতৰি কাকত তেওঁৰ

হাতত পৰিলহি। তাৰে এখনত তেওঁ এবাৰ পৰা ঘূৰি অহাৰ আৰু তাৰ পিছৰ "এশ দিন"ৰ ঘটনাৱলীৰ এটা বিকৃত বিবৰণ গুলাইছিল। তৎক্ষণাৎ মঁখলঁক মতাই আনি একেবাহে কেইবাঘণ্টাও তেওঁ প্ৰকৃত ঘটনাৰ বিশুদ্ধ বিৱৰণ দি যাবলৈ ধৰিলে। আৰু এদিন, কথাটো সংসদত আলোচিত হোৱা কিবা এবাৰ কথা পঢি উত্তেজিত হৈ, তেওঁ জিৰনি নোলোৱাকৈ, একেবাহে চৈধ্য ঘণ্টা শ্ৰুতলিপি দি গ'ল। এজনৰ শ্ৰুতলিপি লৈ ভাগৰ লাগি, হাত নচলা হ'লে, আন এজনে তেওঁৰ ঠাই লয়হি। এইদৰে হাত সলনি কৰি চৈধ্য ঘণ্টা কাম চলি আছিল।[৪৭৬]

অকল স্মৃতিশক্তিৰ ওপৰতে নিৰ্ভৰ কৰি ৰচনা কৰা নাপলেয়ঁৰ আত্মজীৱনীত ভুলভ্ৰান্তি সমূলি নাই বুলি ক'ব নোৱাৰি, কিন্তু তেনে ভুলৰ সংখ্যা আঙুলি মূৰত লেখিব পৰা বিধৰ।[৪৭৭]

* * *

ব্ৰায়াৰ্চৰ মালিক মিষ্টাৰ বাল্‌কমৰ চাৰিটি সৰু সৰু ল'ৰাছোৱালী আছিল। এটি ছোৱালীৰ নাম আছিল এলিজাবেথ ( বেট্‌চি )। বহু

৪৭৬ During the first year of his second exile he dectates the whole of his memoirs Some pamphlets have arrived In one of them his landing at Cannes in the year '15 is falsely described Separated from his archives by five thousand miles, from his unerring memory, and with an eye of inspiration unsurpassed even in the days of his greatest activity, he dictates the story of *The Hundred Days* Another day, the report of an incident in the Lower House excites him he, thereupon, dictates for fourteen hours without a rest Those, who take down his words, collapse and replace one another at the task Napoleon laughs them to scorn, and continues his dictation E L

৪৭৭ In these memoirs there are errors here and there Such errors are not more serious than those found in Caesar's works—are not serious errors at all E L

বছৰৰ পিছত (১৮৪৪ চনত) এই ছোৱালীটিয়ে—তেতিয়া তেওঁ মিচেচ্ এবেল্—'চেইণ্ট হেলেনাৰ স্মৃতি' বোলা পুথিখন লিখোঁতে, অকণমানি ছোৱালী হিচাপে নাপলেয়ঁক লগ পোৱাৰ, আৰু তেওঁৰ কুমলীয়া মনত নাপলেয়ঁই যি সাঁচ বহুৱাইছিল তাৰ এটি মনোজ্ঞ বিবৰণ দি থৈ গৈছে। তাৰে দুআষাৰমান কথা তলত তুলি দিয়া হ'ল :

"নিচেই সকতে সঁচাকৈয়ে ভাবিছিলোঁ যে কপালৰ সোঁ-মাজত জুইৰ দৰে জ্বলি থকা এটা ডাঙৰ ৰঙা চকুৰে, আৰু মুখৰ পৰা বাজলৈ ওলাই অহা দীঘল দীঘল উজলা দাঁতেৰে নেপলিয়ন আছিল এটা প্ৰকাণ্ড দৈত্য বা ৰাক্ষস, সৰু সৰু দুষ্ট ছোৱালী ধৰি ধৰি কেঁচাই কেঁচাই দাঁতেৰে কামুৰি ছিঙি খায়। অলপ বুজন হোৱাৰ পিছত অৱশ্যে সেই ধাৰণা আঁতৰিছিল, তথাপি মানুহ হ'লেও, এটা ৰাক্ষসতুল্য মানুহ বুলি তেওঁৰ সম্বন্ধে ধাৰণা গুচা নাছিল। অকল মোৰে নহয়, ইংৰাজ জাতিৰ প্ৰায় সকলোৰে সেয়েই আছিল ধাৰণা। কাৰণ, সেই সময়ৰ বাতৰি কাকতবোৰে সদায় এটা ৰাক্ষস বুলিযেই তো তেওঁৰ বৰ্ণনা দিছিল।

"নেপলিয়নক প্ৰথম দিনা দেখাৰ কথা আজিও মোৰ কট্‌কটীয়াকৈ মনত আছে। ঘোঁৰাত উঠি তেওঁ আহিছে। ভয় আৰু শ্ৰদ্ধামিশ্ৰিত বিস্ময় বুকুত বান্ধি লৈ কাষ চাপি তেওঁক দেখি মোৰ এনে লাগিছিল যে এনে ৰাজশ্ৰী, এনে মহিমাময় আকৃতি, মই ক'তো কাহানিও দেখা নাছিলোঁ। আমাৰ ঘৰত তেওঁ বহিলহি। কথা ক'বলৈ ধৰাৰ লগে লগে তেওঁৰ মনোমোহা হাঁহি আৰু মৰমিয়াল ব্যৱহাৰ দেখি মোৰ ভয় সংশয় কেনিবা গ'ল। ব্যৱহাৰত তেওঁ এনে স্বাভাৱিক আৰু অমায়িক আছিল যে দুদিনতে, যাৰ নাম শুনিলে সমগ্ৰ জগতৰ মুখ শেঁতা পৰিছিল, সেই মহাবীৰজনক মোৰ সমনীয়া লগৰীয়া এটি যেন হে লগা হ'ল।

"তেওঁ থকা পঁজা-ঘৰটোৰ অলপ আঁতৰত গছ-গছনিয়ে বেৰি থোৱা নিজান, মুকলি ঠাই এডোখৰ আছিল। পুৱা চাৰি বজাতে কাগজপত্ৰ লৈ তাতে গৈ বহি তেওঁ লিখা-পঢ়া কৰে আৰু পিছত লা-কাচক শ্ৰুত-

লিপি দিয়ে। সেই সময়ত তেওঁৰ ওচৰলৈ কোনো যাব নোৱাৰে, কিন্তু মোক কাষৰে-পাঁজৰে খুচ্‌মুচাই ফুৰা দেখিলে, ওচৰলৈ মাতি নি মোৰ লগত খেমালি-ধেমালি কৰে। মই আমনি কৰিলেও আমনি নাপায়।"[৪৭৮]

নানান আলৈ-আহুকালৰ মাজেদিও স্রায়ৰ্চিত থকা ছমাহ দিন এক প্ৰকাৰ ভালেকালেই উকলি গৈছিল। আগবেলা নিতৌ নাপলেয়ঁই শ্ৰুতলিপি দিয়ে। শ্ৰুতলিপি লৈ লগৰীয়াসকল ভাগৰা যেন দেখিলে কিতাপ পঢ়িবলৈ লয়। কেতিয়াবা কেতিয়াবা একেৰাহে দহ বাৰ ঘণ্টা কৈ দৰ্শন আদি গধুৰ বিষয়ৰ কিতাপ পঢ়ে। তেওঁৰ কাম কৰাৰ গতি আগৰ দৰেই খৰ আছিল বুলি অলপ আগতে কোৱা হৈছে। সেই কাৰণে, যি বিলাক কাম এতিয়া হাতত লৈছিল, দুই এঘণ্টাত সেই বিলাক খতম্ হয়, তাৰ পিছত কৰিবলৈ একো নাইকিয়া হয়।[৪৭৯]

---

৪৭৮ The earliest idea I had of Napoleon was that of a huge ogre or giant, with one large, flaming red eye in the midst of his forhead, and long teeth protruding from his mouth, with which he tore to pieces naughty little girls I had rather grown out of the first opinion of Napoleon, but if less childish, my terror of him was hardly diminished

"How vividly I recollect my feelings of dread, mingled with admiration, as I now first looked upon him Napoleon's position on horseback made me think him the most majestic person I had ever seen In a few days I looked upon him as a companion of my own age than as the mighty warrior at whose name the world turned pale I never met any one who bore childish liberties so well as Napoleon Mrs Abell *Recollections of St Helena*

৪৭৯ In the early days at St Helena Napoleon's actions were performed at his erstwhile speed The consquence was that the few duties the prisoner imposed upon himself came to an end too quickly E L

বাল্‌কমৰ ল'ৰাছোৱালী কেইটিলৈ তেওঁৰ মৰম সোমাইছিল। লা-কাচৰ ল'ৰাটি আৰু বাল্‌কমৰ ল'ৰাছোৱালীকিটিৰ লগত প্ৰায় নিতৌ কিছুপৰ তেওঁ ধেমালিধুমুলা কৰে। মাজে সময়ে বাল্‌কমৰ ঘৰলৈ গৈ তেওঁৰ আৰু মিচেচ্‌ বাল্‌কমৰ লগত কথাবতৰা পাতে। ত্ৰায়াৰ্চৰ সমুখতে এডৰা ফুলনি আৰু এখন সেউজীয়া ঘাঁহনি আছিল। বিয়লি বেলিকা তাতে গৈ অকলে ফুৰা চকা কৰে, নাইবা লগৰীয়া সকলৰ লগত কথা বতৰা পাতি তাতে ঘূৰাপকা কৰি থাকে, প্ৰদোষত থাবৰ পৰত ক্ষন্তেকলৈ ভিতৰ সোমায়। থাই বৈ আকৌ ফুৰা-চকা কৰিবলৈ ওলায়। জোনাক নিশা ভালেমান পৰলৈকে বাজত উছলি থাকে। বাতি টোপনি নাহিলে চাকি জ্বলাই লৈ কিতাপ পঢ়ে। যিজনে নানান কামৰ মাজতো দিনে ত্ৰিছ্‌ চল্লিছ্‌ মাইলকৈ ঘোঁৰা চেকুৰাইছিল, তেওঁৰ পক্ষে এই দৰে সময় কটোৱা যে কেনে দুৰ্বিসহ হৈছিল ন'কলেও বুজিব পাৰি। সময় খেদোৱাৰ উপায় বিচাৰি তেওঁ এদিন ইংৰাজী ভাষা শিকাৰ ইচ্ছা প্ৰকাশ কৰিছিল। লা-কাচে ইংৰাজী জানিছিল। তেওঁ নাপলেয়ঁক ইংৰাজী পঢ়াবলৈ ল'লে। দুই তিনি মাহতে, ক'ব নোৱাৰিলেও, ইংৰাজী বাতৰি-কাকত আদি পঢ়ি মোটামুটি অৰ্থ তেওঁ বুজিব পৰা হৈছিল।

তথাপি যেন সময় নাযায় সুপুৰায়। যিমান খিনি সময় পাৰে লগৰীয়াসকলৰ লগত হাঁহি মাতি নিয়াবলৈ চেষ্টা কৰে। লা-কাচে তেওঁৰ ডায়েৰীত লিখিছিল: এই সময় ছোৱাত সম্ৰাট বৰ কথকী হৈ উঠিছিল। জগতৰ পটভূমিত তেওঁ যি বিশিষ্ট অংশ গ্ৰহণ কৰিছিল, শ্ৰুতলিপি দিয়া সময়ৰ বাহিৰে আন সময়ত সেই বিলাক কথা মুলিয়াইছিল। সককালৰ কথা, লৰালিৰ সপোন বিলাকৰ কথা, ঘৰুৱা জীৱনৰ খুঁটিনাটি, খুহুটীয়া কথাৰে আমাক হঁহুৱাবলৈ আৰু আমাৰ মন ভাল লগাবলৈ যত্ন কৰিছিল, নানান অশান্তিৰ মাজতো সদায় প্ৰফুল্ল হৈ দেখুৱাবলৈ চেষ্টা দিছিল, যাতে আমাৰ মন নমৰে। অতীতৰ কীৰ্তি-কাহিনীৰ কথা ওলালে, এনেদৰে কথা পাতে যেন

তিনি শ বছৰ আগৰ বুৰঞ্জীৰ ৰহস্যহে উদ্‌ঘাটন কৰিছে। তেতিয়া এনে লাগে যেন "মই" বুলি ন'কৈ, "নাপলেয়ঁ" বুলি তৃতীয় পুৰুষতহে তেওঁ নিজৰ দোষ-গুণ, ভুল ভ্ৰান্তিলৈ আঙুলিয়াই এক অতীত যুগৰ বৰ্ণনা দিছে। যিসকলৰ বিৰুদ্ধ সমালোচনা কৰাৰ তেওঁৰ যথেষ্ট হেতু আৰু অধিকাৰ আছিল, সেই সকলৰ কথা ঘুণাক্ষৰেও তেওঁ তুলিয়াইছিল। আমি উলিয়ালেও তেওঁ একো উত্তৰ নিদিছিল। সেই মৌনতাই আছিল সিসকলৰ প্ৰতি তেওঁৰ বিচাৰৰ ৰায়।"

এদিন সন্ধিয়া লা-কাচৰ লগত ফুৰিবলৈ যাওঁতে বাটত মিচেচ্ বাল্‌কমক লগ পালে। বোম্বাইৰ পৰা বিলাতলৈ উলটি যাওঁতে নাপলেয়ঁক এবাৰ চোৱাৰ হেঁপাহ পলুৱাবলৈ মিচেচ্ ষ্টুৱাৰ্ট বোলা এগৰাকী ইংৰাজ মহিলা বাল্‌কমৰ ঘৰত তেতিয়া আলহী হৈ আছিলহি। তেখেতো সেইদিনা বাল্‌কম-পত্নীৰ লগত আছিল। এদল ক্ৰীতদাসে গধুৰ বোজা ভাৰ বৈ সেই বাটেদিয়েই আহোঁতে মিচেচ্ বাল্‌কমে হুটা মাতেৰে বাটৰ দাঁতিলৈ যাবলৈ সিহঁতক আদেশ দিলত, নাপলেয়ঁই নিজে বাটৰ দাঁতিলৈ আঁতৰি গৈ ক'লে, "মাদাম, সিহঁতে ভাৰ বোৱা বোজালৈ অলপ শ্ৰদ্ধা দেখুৱাব।" কথাষাৰ উল্লেখ কৰা হ'ল, কাৰণ কথাষাৰে নাপলেয়ঁই এদিন লগৰীয়াসকলক কোৱা এষাৰ কথা মনত পেলায়—অতীতৰ কিবা ঘটনাৰ সমালোচনা চলি থাকোঁতে নাপলেয়ঁই কৈছিল, "এটা কথা নাপাহৰিবাঁ—সেই সময়ত গোটেই পৃথিবীৰ ভাৰ মই কান্ধত বৈ ফুৰিবলগীয়া হৈছিল। সেইটো ভাগৰ লগোৱা কাম নহয় জানো ?"[৪৮]

মিচেচ্ ষ্টুৱাৰ্টে নাপলেয়ঁৰ লগত কথাবতৰা হোৱাৰ পিছত মিচেচ্ বাল্‌কমক কৈছিল, "কি আকৃতি! কি চৰিত্ৰ! কি এজন মানুহক ইমান দিনে কি বুলি ভাবি আছিলোঁ।"

৪৮০ A human note, gently plaintive, and fraught with the lofty irony of the finale, sounds when he says on the island "The whole time I was bearing the world on my shoulders 'Tis rather a tiring job!" E.L.

নাপলেয়ঁ তেতিয়া বাস কৰা বাল্কমৰ বাহিৰা ঘৰটোত এবাৰ লৰ্ড ৱেলিংটনে ৰোলে ছুনিশামান কটাইছিল। ১৮১৬ চনৰ ৩ এপ্ৰিলৰ দিনা ৱেলিংটনে এড্মিৰেল কৰ্কবার্নলৈ লিখিছিল, "You must tell Boney that I find his apartments at *Elyseé Bourbon* ( পাৰীৰ এটি ৰাজকাৰেং ) very convenient, and I hope he likes mine at Balcombe's " এই মহাবীৰজনে এজন বিজিত শত্ৰুক বন্দী অৱস্থাত এই খোঁচটো মাৰি কি সুখ পাইছিল তেওঁহে জানে।

ব্ৰায়াৰ্চত নানান আলৈ-আহুকাল ভুঞ্জিবলগীয়া হ'লেও নাপলেয়ঁৰ স্বাস্থ্য, আৰু, বাহিৰে দেখাত, মনৰ অৱস্থাও ভালেই আছিল। বৰং তেওঁৰ লগৰীয়া কেইজনেহে থকা-মেলাৰ অসুবিধা, কৰ্তৃপক্ষৰ আচাৰ-ব্যৱহাৰ আদিৰ কথা উলিয়াই, ওজৰ আপত্তি দি মাজে সময়ে তেওঁক মনোকষ্ট দিছিল।[৪৮১] ব্ৰায়াৰ্চৰ হাউলিতে বা তাৰ কাষৰে-পাঁজৰে থকাৰ ব্যৱস্থা কৰা হ'লে আৰু কেইবছৰমান তেওঁ হয়তো আয়ুস পালেহেঁতেন, কিন্তু কৰ্তৃপক্ষৰ আদেশ হ'ল যে 'লংউড্' বোলা ঘৰটো ইতিমধ্যে বাসোপযোগী কৰা হৈছে, গতিকে জেনেৰেল ব'নাপাৰ্ত এতিয়া তালৈ যাব লাগে। তাত গৈ চাৰে পাঁচ বছৰ কাল তেওঁ যি জীয়াতু ভুঞ্জিবলগীয়া হৈছিল তালৈ চাই তেওঁৰ আয়ুস টুটি এক প্ৰকাৰ মঙ্গলেই হৈছিল।

১০ ডিচেম্বৰৰ দিনা (১৮১৫) নাপলেয়ঁ গৈ লংউডত সোমাল। আগতে কোৱা হৈছে যে ঘৰটো আছিল এটা গোহালী—পঞ্চাছ বছৰ পুৰণি। তাতে বেৰখোৰ দি মানুহ থাকিব পৰা কৰা হৈছিল। দিনে নিশাই ঘৰটোক ধুমুহা বতাহ আৰু বৰষুণে বছৰৰ বাৰওটি মাহ খুন্দি থাকে। লৰালৰিকৈ কাম কৰোঁতে বণুৱাহঁতে বহু বছৰৰ পৰা মজিয়াত চমটা মাৰি থকা গোবৰ ভালকৈ মুগুচালে, মজিয়াত পাৰি দিয়া চটীয়া কাঠৰ সৰঙাইদি গোবৰৰ গোন্ধ আৰু ভাপ ওলায়, সেঙেটা

৪৮১ The two months spent at the Briars were the least unhappy of his exile Korngold

বস্তাহৰ খুন্দাত বেৰে চালে ৰ-খাৰে চামনি বাস্কে, কিতাপপত্ৰ ছুদিনতে ভেঁকুৰিবলৈ ধৰে।

নাপলেয়ঁৰ শোৱনিঘৰটো আছিল এটা চুকত। তাত ভালকৈ পোহৰ নপৰে। বান্ধনিঘৰৰ গোন্ধ তালৈকে আহে। আৰু এটা কোঠা তেওঁক লিখাপঢ়া কৰিবলৈ বস্তনাই দিয়া হৈছিল। দুয়োটা কোঠা দীঘে ১৪, বহলে ১২ আৰু ওখইদি ১০ ফুট। যিজনে ইউৰোপ মহাদেশৰ প্ৰত্যেকটো ৰাজকাৰেং এদিন নহয় এদিন নিজৰ জিৰণিঘৰ ৰূপে ব্যৱহাৰ কৰিছিল, যিজনৰ প্ৰতাপ, প্ৰভাৱ, গৰিমা সমগ্ৰ বিশ্বত বিয়পিছিল, তেওঁৰ সকলো প্ৰতাপ, প্ৰভাৱ, গৰিমা এতিয়া এই দুটি কুঠৰীৰ চাৰি চুকৰ মাজত সীমিত।[৪৮২]

শোৱা কোঠাত জীবিলি-শীবিলি এখন দলিচা আছিল। দয়া কৰি জুই পুৱাবলৈ 'চিম্‌নি' এটাও সজাই দিয়া হৈছিল। চিম্‌নিৰ কাষতে এখন চোফা, দুখন সৰু সৰু মেজ, দুখনমান কাঠৰ চকী আৰু এখন হাত-মুখ ধোৱা টেবুল ( wash-hand stand )। পঢ়াশুনা

৪৮২(ক) Till yesterday, Longwood had been a stable, built fifty years before, and only at the last moment transformed into a dwelling-house For himself and his followers, a home has been made of a cowshed, a wash-house and a stable E L

৪৮২(খ) Longwood itself had been a collection of huts which had been constructed as a cowshed It was swept by an eternal wind, it was shadeless and damp Lowe himself can say no good of it and may have felt the strange play of fortune by which he was allotted the one delightful residence on the island with twelve thousand a year while Napoleon was living in an old cowhouse on eight

The lord of so many palaces, who had slept as a conqueror in so many palaces not his own, was now confined to two rooms of equal size—about 14 ft by 12, and 10 or 11 high Rosebery

কৰিবলৈ দিয়া কোঠাত এখন উকা মেজ আৰু দুখন চকী। কিতাপ-পত্ৰ থ'বলৈ বেৰত তক্তা গজালি দিয়া হৈছিল। দিনত জিৰাবলৈ তাতে চালপীৰা এডুখৰিও থোৱা হৈছিল।

শোৱা আৰু কাম কৰা কোঠাৰ উপৰি ঘৰটোত আৰু চাৰিটা কোঠা আছিল। তাৰে এটা 'ড্ৰইংৰুম'। তাত আছিল পুৰণা, ঘুণুলা, ঘুণে ধৰা মেহগনি কাঠৰ এটা 'চুইত্'। সেইটো কোঠাৰ গাতে লগাকৈ আছিল এটা খানা-কামৰা আৰু এটা আহল-বহল 'বিলিয়াৰ্ড' খেলা খোঁটালী। খানা-কামৰাতো আছিল পঢ়াশুনা কৰা কোঠাৰ লগৰে এখন মেজ আৰু দুখনমান চকী। চুকৰ এটা কোঠাত মঁথলঁক সপৰিয়ালে থাকিবলৈ দিযা হৈছিল।

লগুৱাহঁতক থাকিবলৈ দিযা ঘৰটোৰ চালে উকখে, মজিয়া পানীৰে উপচি পৰে। লংউডৰ পৰা এমাইল আঁতৰত ব্ৰায়াৰ্চলৈ যোৱা বাটত এটা এৰাপৰলীয়া সৰু ঘৰ আছিল। জেনেৰেল বেঁত্ৰাই সপৰিয়ালে তাতে থাকিবলৈ লৈছিল। লা-কাচ, ডাক্তৰ অ'মিয়াৰা, জেনেৰেল গুৰ্গ আৰু কেপ্তেইন পপ্লটনে তাম্বু তৰি আছিল। পিছত জানিবা ঘৰটোতে লগাই তেওঁলোক থাকিবলৈ আৰু তিনিটা খোঁটালী সজাই দিয়া হৈছিল।

গোটেই ঘৰটোত এন্দুৰ আৰু ডাল-শলিয়াৰ ভাবিব নোৱৰা উপদ্ৰৱ। সিহঁতৰ প্ৰতাপত মুৰ্গী ৰাখিব নোৱাৰি, খোঁৰাৰ ঠেঙতো গৈ কামোৰ দিয়ে। এদিন জেনেৰেল বেঁত্ৰাৰ হাততে কামুৰিলে। এদিন নাপলেয়ঁই টুপীটো পিন্ধিবলৈ হাতত লওঁতে টুপীৰ মাজৰ পৰাই প্ৰকাণ্ড ডাল-শলিয়া এটা জপিয়াই ওলাল।[৪৮৩] চেইণ্ট

৪৮৩ Though the mosquitoes were harassing, the dominant population was the rats, more formidable than regiments, cannon or Lowe Trifling, and indeed, diverting as the pest seemed to the distant Bathurst ( ৬১ পৰিচ্ছেদ চাওক ), it must have been an odious addition to the petty miseries of Longwood Rosebery

হেলেনাত ডাক্তৰ অ'মিয়াৰাই তেওঁৰ *Voice from St. Helena* বোলা পুথিত লংউডৰ বৰ্ণনা এইদৰে দিছে :

"ইয়াত এন্দুৰৰ সংখ্যা কিমান কল্পনা কৰিব নোৱাৰি। বাহুনি ঘৰৰপৰা বাজলৈ পেলাই দিয়া জাবৰ-জোঠৰৰ কেউপিনে মুৰ্গী এবাঁহৰ দৰে সিহঁতে থপিয়া-থপি কৰে। কাঠৰ তকৃতাৰ মজিয়া আৰু বেৰত দেখৰমানে ফুটা আৰু ফাট্। সেইবোৰৰ মাজেদি ওলাই মাজিয়াত দুপদুপাই ফুৰি সিহঁতে যেনে শব্দৰ সৃষ্টি কৰে নিজ কাণেৰে নুশুনিলে কল্পনা কৰা অসম্ভৱ। ৰাতি মোৰ বিছনাত এন্দুৰ বগায়হি জোতাফণ্টা, হাতৰ কাযত যি পাওঁ দলিয়াওঁ, সিহঁতে কেৰেপকে নকৰে। পাটী এৰি উঠি সিহঁতক খেদাবলগীয়াত পৰোঁ।

"ঘৰটোৰ অৱস্থা অবৰ্ণনীয়। বেৰ, চাল, চাং আটাইবোৰ কাঠৰ। আলকটৰা আৰু মাটিতেল মিহলাই লিপি তাত মুগাবৰণীয়া কাগজ লগাই দিয়া হৈছে। ৰ'দৰ তাপত সেইবোৰ গলিলে বেৰে চালে ফাট একোটা মেলে, ঘৰৰ ভিতৰলৈ ধাৰাষাৰে বৰষুণ পৰে। কাউন্টেচ্ ম'থলঁই নিশা বাৰে বাৰে উঠি খাটীয়াখন অ'ৰ পৰা ত'লৈ চোচোৰাই লৈ ফুৰায়, নহলে তিতিবুৰি মৰিব লাগে।

"লংউডৰ এই বিবৰণ হয়তো পাঠকে বিশ্বাস কৰিবলৈ টান পাব। গতিকে, যিসকল গণ্যমান্য লোক চেইণ্ট হেলেনালৈ যায়, মই অনুৰোধ জনাওঁ, সিসকলে ঘৰটো এবাৰ নোচোৱাকৈ যেন নাহে।

"এই ঘৰটোতে ছবছৰ কাল বন্দী অৱস্থাত কটাই ফৰাচীৰ নিৰ্বাসিত সম্ৰাটে তেওঁৰ শেষ নিশ্বাস পেলাইছিল।"

* * *

নাপলেয়ঁৰ দুখৰ ভাগ লবলৈ চেইণ্ট হেলেনালৈ অহা তেওঁৰ লগৰীয়াকিজনৰ চমু পৰিচয় এই খিনিতে দিয়া যুগুত হ'ব :

কাউন্ট্ আঁৰি গ্ৰাচিয়ে বেঁত্ৰাঁ পোনতে আছিল সৈন্য বাহিনীৰ ইঞ্জিনীয়াৰিং বিভাগৰ বিচক্ষণ সেনাপতি। ১৮১১ চনত নাপলেয়ঁই তেওঁক ইলিৰিয়া ৰাজ্যৰ গভৰ্নৰ জেনেৰেল পাতিছিল। তেওঁৰ

ঘৈণীয়েক আছিল এজন ইংৰাজ লৰ্ডৰ জীয়ৰী। তেখেতৰ মাক আছিল জচেফিনৰ লগা-ভগা। মাদাম বেঁত্ৰ্ৰা গুৱনী তিৰোতা আছিল। চেইণ্ট হেলেনালৈ অহাৰ সময়ত বেঁত্ৰাৰ বয়স আছিল ৪২ আৰু ঘৈণীয়েকৰ ত্ৰিছ। তেওঁলোকৰ তিনটি ল'ৰাছোৱালী—সাত বছৰীয়া আৰু তিনি বছৰীয়া দুটি ল'ৰা আৰু পাঁচ বছৰীয়া এটি ছোৱালী—তেওঁলোকৰ লগতে চেইণ্ট হেলেনালৈ আহিছিল। নাপলেয়ঁই ল'ৰা-ছোৱালীকিটিক বৰ মৰম কৰিছিল আৰু সিহঁতৰ লগত ধেমালি-ধুমুলা কৰি সময় কটাবলৈ ভাল পাইছিল। ডাঙৰটি ল'ৰাৰ নামো আছিল নাপলেয়ঁ। সাত বছৰীয়া নাপলেয়ঁই সম্রাট নাপলেয়ঁৰ ওপৰত চেইণ্ট হেলেনাত বৰ উপদ্ৰৱ কৰিছিল। বেঁত্ৰা চেইণ্ট হেলেনাত থাকোঁতে, তেওঁৰ অনুপস্থিতিতে (*in absentia*) বুঁৰ্ব ৰজাই তেওঁৰ ওপৰত প্ৰাণদণ্ডৰ আদেশ দিছিল। সেই কাৰণে বুঁৰ্ব ৰজাৰ পুনৰ পতন নোহোৱালৈকে বেঁত্ৰা আৰু তেওঁৰ পৰিয়াল ফ্ৰান্সলৈ উলটি যাব পৰা নাছিল। বেঁত্ৰাই আছিল, নাপলেয়ঁৰ পিছতে, লংউডৰ ৰৰমূৰীয়া।

শাৰ্ল্ ত্ৰিস্তাঁ মাকি (মাৰ্কুইচ) দ মঁথলঁই সেনাপতি হিচাপে কোনো দিনা কৃতিত্ব দেখুৱাব পৰা নাছিল, কিন্তু তেওঁ এজন দেখনিয়াৰ, সভাগুৱনি, জাকত-জিলিকা পুৰুষ আছিল। মঁথলঁ যেতিয়া দহ বছৰীয়া ল'ৰা তেতিয়াৰেপৰা নাপলেয়ঁই তেওঁক চিনি পাইছিল আৰু মৰম কৰিছিল। নিজে আৰ্টিলাৰিৰ কেপ্তেইন হৈ থাকোঁতে তেওঁ মঁথলঁক অঙ্ক শিকাইছিল। মঁথলঁৰ বয়স আছিল বত্ৰিছ। তেওঁৰ লগত ঘৈণীয়েক আৰু তিনিবছৰীয়া ল'ৰা এটিও আহিছিল। লংউডত ঘৰ চলোৱাৰ ভাৰ মঁথলঁক দিয়া হৈছিল।

সাধাৰণ মানুহৰ ল'ৰা গাচ্‌পাৰ্ গুৰ্গ আছিল এজন ৰৰ-সাহিয়াল সেনাপতি। এখন যুদ্ধত নিজৰ জীৱন বিপন্ন কৰি তেওঁ নাপলেয়ঁৰ জীৱন ৰক্ষা কৰিছিল। বয়স বত্ৰিছ, বিয়া কৰোৱা নাছিল। তেওঁ নাপলেয়ঁক হিয়া উবুৰিয়াই, তিৰোতাই ভালপোৱাদি ভাল

পাইছিল। মেয়ে পিছত গৈ লংউডৰ সংসাৰত বিষম অশান্তিৰ সৃষ্টি কৰে।[৪৮৪]

নাপলেয়ঁ লংউডলৈ অহাৰ পিছত তেওঁৰ মৰমৰ দুটা ঘোঁৰা 'ক্ৰেইনিয়া' আৰু 'ভিজিৰ' চেইণ্ট হেলেনা পাইছিলহি। নাপলেয়ঁৰ লগৰীয়াসকলে ফুৰিব-চাকিবলৈ আৰু লগুৱাকিজনে চহৰলৈ অহা যোৱা কৰিবলৈ এড্‌মিৰেল ককবানেও কেইটামান ঘোঁৰা পঠাইছিল। গুৰ্গক দিয়া হৈছিল ঘোঁৰা-শালৰ ভাৰ।

এমানুয়েল অগুস্ত্‌ দিউদনে মাৰিউচ্‌ জচেক্‌ মাকি ( মাকু ইচ্‌ ) দ লা-কাচ্‌ আছিল পুৰণি অভিজাত বংশৰ সন্তান। বয়সত নাপলেয়ঁতকৈ তিনি বছৰৰ ডাঙৰ। বিপ্লৱৰ সময়ত ইংলণ্ডত গৈ তাত দহ বছৰ কাল কটাইছিল। তাতে এখন পুথি লিখি ঐতিহাসিক হিচাপে কিছু খ্যাতি আৰ্জিছিল। নাপলেঁয় ক্ষমতাত অধিষ্ঠিত হোৱাৰ পিছত ফ্ৰান্সলৈ ঘূৰি আহিছিল। লা-কাচে নাপলেয়ঁক প্ৰথম লগ পাইছিল ৱটাৰ্লুৰ যুদ্ধৰ পিছত। নাপলেয়ঁই সিংহাসন ত্যাগ কৰাৰ পিছত তেওঁ য'লৈকে যায় তালৈকে লা-কাচে যাবলৈ ইচ্ছা প্ৰকাশ কৰাত নাপলেয়ঁই কৈছিল, "মোৰ ভৱিষ্যত অনিশ্চিত, মোৰ লগ ল'লে কেনে বিপদৰ সন্মুখীন হ'বলগীয়া হ'ব পাৰে ভাবি চাইছেনে?" লা-কাচে উত্তৰ দিছিল, সেইবিলাক কথা ভবাৰ আৱশ্যকতাবোধ তেওঁ নকৰে। তেওঁৰ মানত নাপলেয়ঁই

---

৪৮৪ (ক) He was a brilliant young officer, devoted to his master, with an unreasonable, petulant jealousy, which made his devotion intolerable Napoleon himself remarked, "He loves me as a lover loves his mistress, he is impossible" Rosebery

৪৮৪ (খ) He watched his master like a jealous woman. Balmain, quoted by Rosebery

৪৮৪ (গ) He conceived an affection for Napoleon that bordered on the pathological Korngold

আছিল, ঈশ্বৰ।[৪৮৫] লংউডত তেওঁ নাপলেয়ঁৰ চেক্ৰেটেৰিৰ কাম চলাইছিল। তেওঁৰ লগত তেওঁৰ পোন্ধৰ বছৰীয়া ল'ৰাটিও অহাৰ কথা আগতে উল্লেখ কৰা হৈছে।

ইকিজন লগৰীয়াতকৈ লা-কাচ্ আছিল বুদ্ধিমান আৰু উচ্চশিক্ষিত। সেই কাৰণে নাপলেয়ঁই তেওঁৰ লগত কথা বতৰা পাতি সময় কটাবলৈ ভাল পাইছিল। গভৰ্নৰ চাৰ হাড্চন্ ল'ৰ কোপত পৰি লা-কাচে সৰহদিন চেইণ্ট হেলেনাত থাকিবলৈ নাপালে। ১৮১৬ চনৰ ৩০ ডিচেম্বৰৰ দিনা তেওঁ সেই দ্বীপ এৰি যাবলগীয়া হ'ল। ১৮২৩ চনত আঠখণ্ডীয়া (ছুহেজাৰ পৃষ্ঠা) 'চেইণ্ট হেলেনাৰ কাহিনী' প্ৰকাশ কৰি তেওঁ জগদ্বিখ্যাত তো হৈছিলেই, প্ৰচুৰ অৰ্থও আৰ্জিছিল।

ডাক্তৰ অ'মিয়াৰা গুৰিতে আয়াৰ্লেণ্ড দেশীয় লোক। ইংৰাজৰ নৌ বাহিনীত ডাক্তৰৰ কাম লৈছিল। বয়স ২৯। ফৰাচী ভাষা ভালকৈ ক'ব নোৱাৰিলেও, ইতালীয় ভাষা সৰগৰীয়াকৈ ক'ব পাৰিছিল। নাপলেয়ঁৰ লগত সেই ভাষাতে কথাবতৰা হৈছিল। নাপলেয়ঁৰ তেওঁলৈ বৰ মৰম সোমাইছিল। সেই কাৰণে গভৰ্নৰৰ বিৰাগভাজন হৈ তেওঁও চেইণ্ট হেলেনা এৰিবলৈ বাধ্য হৈছিল। ইংলণ্ডলৈ উলটি গৈ গভৰ্নৰৰ বিৰুদ্ধে গোচৰ দিয়াৰ ফলত তেওঁৰ চাকৰি গৈছিল। ১৮২২ চনত *Napoleon in Exile or A Voice from St Helena* বোলা পুথি প্ৰকাশ কৰি তেওঁও প্ৰচুৰ খ্যাতি আৰ্জিছিল। সেই পুথিয়ে চাৰ হাড্চন্ ল'ৰ বৈষয়িক জীৱনৰ অন্ত পেলাই, তেওঁৰ জীৱনৰ শেষছোৱা বিষাক্ত কৰি তুলিছিল।

পিয়ন্তকৌস্কি নামেৰে পলাণ্ড দেশৰ সৈন্য বাহিনীৰ এজন

৪৮৫ He adored his master, regarded him as superhuman and divine "Napoleon is my God" he said, "I do not regret my exile since it places me close to the noblest of created beings" Rosebery

কেণ্ডেইনে নৰ্দাম্বাৰ্লেণ্ড জাহাজত নাপলেয়ঁৰ লগত আহিবলৈ নাপাই, পিছত কান্দিকাটি, কাকুতিমিনতি কৰি লণ্ডৱা হিচাপে চেইণ্ট হেলেনালৈ আহিবলৈ লৰ্ড কাইথৰ পৰা অনুমতি আদায় কৰি, ৩০ ডিচেম্বৰৰ দিনা (১৮১৫) চেইণ্ট হেলেনাত ওলাইছিলহি। তেওঁক জেনেৰেল গুৰ্গৰ সহকাৰী হিচাপে ঘোঁৰাশালৰ তদাৰক কৰিবলৈ দিয়া হৈছিল।

নাপলেয়ঁৰ লগৰীয়াসকলৰ মাজত উদ্ভৱ হোৱা থিয়লা-থিয়লি আৰু কাজিয়া-পেঁচালে লংউডৰ আবহাওৱা কেনে বিষাক্ত কৰি তুলিছিল সেই সম্বন্ধে পিছত কোৱা হ'ব।

* * *

চেইণ্ট হেলেনাৰ প্ৰাকৃতিক নিষ্ঠুৰতা, বাসভৱনৰ ঘিণলগা অৱস্থা আৰু সাত লেঙুৰীয়া আলৈ আহুকালতকৈয়ো নাপলেয়ঁ আৰু তেওঁৰ লগৰীয়া সকলক জলাকলা কৰিছিল, তেওঁলোকক পহৰা দিয়াৰ বিপুল ব্যৱস্থা আৰু চিপাহীৰ কুচ্‌কাৱাজে। নাপলেয়ঁ যাতে চেইণ্ট হেলেনাৰপৰা পলাব নোৱাৰে, তাৰ বাবে পাঁচখন যুদ্ধৰ জাহাজ জেইম্‌চ্‌টাউনৰ বন্দৰত মজুত ৰখা হৈছিল আৰু ছখন যুদ্ধৰ জাহাজে দিনে নিশাই দ্বীপটোৰ কেউফালে পহৰা দি ঘূৰি ফুৰিছিল। প্ৰায় তিনি হাজাৰ চিপাহী আৰু ৰিং মাৰিলে শুনা ঠাইত পাঁচ শ বৰ তোপ আনি তাত বহুওৱা হৈছিল। লংউডৰ পৰা ৰিং মাৰিলে শুনা ঠাইত পাঁচ শ চিপাহীৰ এটা ছাউনি পতা হৈছিল। জেইম্‌চ্‌টাউনৰ উপৰি দ্বীপটোত যি দুই-তিনিডোখৰ জাহাজ আহি লাগিব পৰা ঠাই আছিল কেউডোখৰ সুৰক্ষিত। ওখ টিলাবিলাকত সাগৰেদি যাঠি মাইল দূৰলৈকে নিৰীক্ষণ কৰিব পৰাকৈ দূৰ্বীণ যন্ত্ৰ পাতি চিপাহী ৰখা হৈছিল, আৰু তাৰপৰা জেইম্‌চ্‌টাউনলৈ টেলিগ্ৰাফৰ লাইন বহুওৱা হৈছিল যাতে সন্দেহজনক কিবা কথা কাৰোবাৰ চকুত পৰিলে তৎক্ষণাৎ কৰ্তৃপক্ষক জনাব পাৰে। লংউডৰ পৰা দ্বীপটোৰ আন ঠাইলৈ যাব পৰা বাট আছিল মুঠেই এটা (Hutt's Gate)। বাটটো ঠেক আৰু

তাৰ চুয়োকালে খিয়গৰা, তলত সাগৰ।[৪৮৬] দক্ষিণ আফ্ৰিকাৰ পৰা চেইণ্ট হেলেনালৈ বচদপাতি অনা জাহাজ আৰু ব্ৰিটিচৰ দুই চাৰিখন যুদ্ধৰ জাহাজৰ বাহিৰে, আন জাহাজ, আগতে অনুমতি নোলোৱাকৈ, জেইম্‌চ্‌টাউনত আহি লাগিব নোৱাৰিছিল। নিশা ন বজাৰ পিছত অনুমতিপত্ৰ (পাচ্‌) লগত নাথাকিলে আলিবাটলৈ ওলোৱা নিষেধ, ওলালেই গ্ৰেপ্তাৰ কৰাৰ আদেশ দিয়া হৈছিল। লংউডৰ কেউপিনে চাৰি মাইল পৰিধিৰ এটি বেষ্টনী বান্ধি দিয়া হৈছিল। সেই পৰিধিৰ মাজতহে নাপলেঁয় আৰু তেওঁৰ লগৰীয়াসকলে ফুৰাচকা কৰিব পাৰিছিল। বেষ্টনী পাৰ হৈ গ'লে লগত ইংৰাজ বিষয়া এজন থাকিব লাগে। গভৰ্নৰ উইল্‌ক্‌চৰ অনুৰোধত এডমিৰেল কক্‌বাৰ্নে জানিবা পিছত পৰিধিটো বঢ়াই বাৰ মাইল কৰি দিছিল। পকা দেৱালৰ দাঁতিয়ে দাঁতিয়ে, ইজনে সিজনক দেখিবলৈ পোৱাকৈ হিলৈধাৰী চিপাহী খাড়া থাকে। গধূলি ন বজাত বৰহিলৈ ফুটাই সঙ্কেত দিয়াৰ লগে লগে চিপাহীজাকে বেষ্টনীৰ কাষৰপৰা চাপি আহি নাপলেঁয়ৰ বাসভৱন ঘেৰি পেলাই, নিশা পহৰা দিয়ে। পিছদিনা বেলি ওলোৱা পৰত পুনৰ কামান ধ্বনি নোহোৱালৈকে নাপলেঁয়, তেওঁৰ লগৰীয়া বা লগুৱা কোনো ঘৰৰ পৰা বাজলৈ ওলোৱা নিষেধ। আদেশ আছিল ওলালেই গ্ৰেপ্তাৰ। লংউডত মোতায়েন কৰা ইংৰাজ বিষয়াজনে ২৪ ঘণ্টাত দুবাৰকৈ নাপলেঁয়ক নিজ চকুৰে চাই, তেওঁ যে লংউডতে আছে, পলোৱা নাই, সেই কথা কৰ্তৃপক্ষক জনাই থাকিব লাগে।

এডমিৰেল্, গভৰ্নৰ নাইবা চিপাহীৰ বৰমূৰীয়া জেনেৰেল চাৰ

---

৪৮৬ The plain of Longwood is separated from the rest of the island by a frightful gully which completely surrounds it and is only crossed by a narrow tongue of land not twenty feet broad, so steep that if ten thousand men were masters of the island, fifty could prevent their arriving at Longwood Rosebery

অৰ্জ বিংহামৰ অনুমতি লোলোৱাকৈ লংউডলৈ কোনো আহিব নোৱাৰিছিল। কিছু দিনৰ পিছত অলপ কুমলি এডমিৰেল চাহাবে আনিবা জেনেৰেল বিংহামলৈ নিৰ্দেশ দিছিল, যে জেনেৰেল বেঁত্ৰাই-ডেথেতৰ নিজৰ দায়িত্বত কাৰোবাক লংউডলৈ নিমন্ত্ৰণ কৰিলে, সেই নিমন্ত্ৰণপত্ৰকে অনুমতিপত্ৰ বুলি ধৰিব পাৰে।

চেইণ্ট হেলেনাত থকা কালছোৱাত নাপলেয়ঁই নিজক বন্দী বুলি কোনো দিনা স্বীকাৰ কৰা নাছিল আৰু পাৰ্য্যমানে কৰ্তৃপক্ষৰ আদেশ নিৰ্দেশ উলংঘা কৰিছিল। তেওঁৰ মতে, বেআইনীভাৱে তেওঁক আনি আটক কৰি থোৱা হৈছিল বুলিয়েই, আইনৰ চকুত তেওঁ কাৰ্টেকিয়াল হ'ব নোৱাৰে, গতিকে, কৰ্তৃপক্ষৰ আদেশ-নিৰ্দেশ মানি চলিবলৈ তেওঁ বাধ্য নহয়। এদিন সন্ধিয়া বৰ হিলৈয়ে গজাৰ পিছত লা-কাচৰ লগত তেওঁ ঘোঁৰা চেকুৰাই ফুৰোঁতে চিপাহীয়ে তেওঁৰ বুকুলৈ হিলৈ টোৱাঁইছিল। এনে ধৰণৰ অপমানৰ হাত সাৰিবলৈ আদেশ নিৰ্দেশ মানি নচলিও উপায় নাছিল। বহু সময়ত আদেশ নিৰ্দেশৰ গণ্ডীৰ ভিতৰত থাকি ফুৰাচকা কৰোঁতেও চিপাহীয়ে তেওঁলোকক আমনি কৰিছিল।[৪৮৭]

এদিন বেঁত্ৰা আৰু গুৰ্গবে সৈতে তেওঁ ঘোঁৰাত উঠি ফুৰিবলৈ ওলাইছে। পিছে পিছে কেপ্তেইন পপ্ল্টন্। নাপলেয়ঁই, আৰু তেওঁৰ পিছে পিছে গুৰ্গ ই, ইমান বেগাই ঘোঁৰা চেকুৰাবলৈ ধৰিলে যে কেপ্তেইন পপ্ল্টন্ ক'ৰবাতে পিছ্পৰি ৰ'ল। কেপ্তেইন চাহাবে ইমান ভয় খালে যে উধাতু খাই এডমিৰেলৰ সমুখত উপস্থিত হৈ কান্দোকান্দো হৈ বাতৰি দিলে যে জেনেৰেল ব'নাপাৰ্ত পলাল।

---

৪৮৭ At one time a sentry pointed his musket at him when he and Las Cases exasperated by unwarranted interference refused to stop and gave their horses the spurs Throughout the captivity members of his suite were to complain of being stopped and forced to turn back in violation of the regulations Korngold.

সবিশেষ বৃত্তান্ত শুনি এডমিৰেলে হাঁহি সামৰিব নোৱাৰিলে, ক'লে, "স্বয়ং চয়তানো এই দ্বীপৰপৰা পলাই যাব নোৱাৰে। যি কি নহওক, ভৱিষ্যতলৈ সাৱধান হবাঁ।"

এডমিৰেলৰ এই কথাবাৰৰপৰা বটিয়াকৈ বুজিব পাৰি যে দ্বীপটোৰ চৌদিশে যুদ্ধৰ জাহাজে দিনে নিশাই এনেদৰে পহৰা দিছিল যে তাৰ মাজেদি পলাই যোৱাৰ কোনো সম্ভাৱনাই নাছিল। চেইণ্ট হেলেনাৰপৰা পলাই যোৱাৰ কথা নাপলেয়ঁই কোনো দিনা ভবাও নাছিল। সেই সম্বন্ধে পিছত কোৱা হ'ব। গতিকে দ্বীপটোৰ মাজত—থলত—তেওঁক পহৰা দিয়াৰ যি বিৰাট ব্যৱস্থা কৰা হৈছিল, তাৰ একমাত্ৰ উদ্দেশ্য আছিল তেওঁক লাঞ্চিত, অপমানিত, অতিষ্ঠ কৰা, প্ৰতি মুহূৰ্তত বেপি বেপি তেওঁক বুজোৱা যে তেওঁ ইংৰাজৰ বন্দী।[৪৮৮]

এডমিৰেলক (চাৰ হাড্‌চন্ ল' আহি গভৰ্নৰৰ কাৰ্য্যভাৰ লোৱাৰ পিছত তেওঁক) পঢ়িবলৈ নিদিয়াকৈ নাপলেয়ঁ বা তেওঁৰ লগৰীয়া-সকলে চেইণ্ট হেলেনাৰ বাহিৰলৈ চিঠিপত্ৰ পঠাব নোৱাৰিছিল। এই আদেশো অৱশ্যে তেওঁলোকে মানি চলা নাছিল। ইংৰাজৰে জাহাজৰ কেপ্তেইনসকলে, নাৱিক, সৈনিক, বেপাৰী আৰু আন আন লোকে ইংলণ্ডলৈ যাওঁতে তেওঁলোকৰ চিঠিপত্ৰ নি যথাস্থানলৈ পঠাইছিল। নাপলেয়ঁৰ অকণমানি সেৱা কৰিবলৈ পালেও সেই সকলে গৰ্ব অনুভৱ কৰিছিল।[৪৮৯]

---

৪৮৮ Cockburn laughs at the affair as a boyish joke and says, "It is a good lesson for you, but as to danger of escape, there is none My cruisers are so well posted that the devil himself could not get out of it" Rosebery

৪৮৯ Since Napoleon considered himself a prisoner *de facto*, but not *de jure*, he refused to recognize the right of the British Government to interfere with his correspondence and felt justified in doing everything in his power to circumvent the regulations O' Meara, Balcombe, travellers, merchants of Jamestown, sailors, ship-captains were ready to aid him Few who did received any remuneration There was satisfaction in doing something for the great Napoleon Korngold

## ৫৭

ফ্ৰান্সৰ পৰা দুঃসংবাদ আহিবলৈ ধৰিছে। পুনৰ বিপ্লৱৰ ভাৱৰ ধনাই আহিছে। ৱটাৰ্লুৰ যুদ্ধৰ পিছত যি জন লাফায়েতে নাপলেয়ঁক সিংহাসনৰপৰা গুচাব লাগে বুলি সংসদত সিংহগৰ্জন দিছিল, সেই লাফায়েতেই এতিয়া বুৰ্বঁ ৰজাক খেদাবলৈ বিপ্লৱৰ গুৰি ধৰিছে। নাপলেয়ঁৰ ল'ৰাক সিংহাসন দিব লাগে বুলি প্ৰাদেশিক অঞ্চলত বিদ্ৰোহ, আন্দোলন চলিছে। সংসদৰ কেতবোৰ সভ্যই বিচাৰিছে নাপলেয়ঁক, নাইবা অৰ্লেয়ঁা ৰাজবংশৰ এজনক। বুৰ্বঁ ৰজাই দুয়োখন সদন ভাঙি দি পুনৰ গণতন্ত্ৰ উচ্ছেদ কৰিবলৈ ওলাইছে। হাজাৰে-বিজাৰে বিদ্ৰোহীৰ মূৰ গিল'তিনত সৰি পৰিছে।

কেইদিনমান আগত মঁাৰ্মৰ কথা ওলাওঁতে নাপলেয়ঁই কৈছিল: বেচেৰা মঁাৰ্মৰ বাবে মোৰ দুখ লাগে। সঁচাকৈয়ে তাক মই বৰ ভাল পাইছিলোঁ। সি বেয়া মানুহ নহয়। লোকৰ ফুচুলনিত সি দেশৰ ৰক্ষাকৰ্তা হ'বলৈ ওলাইছিল। তাতকৈ সি আপোনঘাতী হোৱা হ'লেই বৰং ভাল আছিল। কি কৰিবা—মানৱ চৰিত্ৰ দুৰ্বল।"

কিন্তু তেওঁৰ মৰমৰ সেই মঁাৰ্ময়ে নাপলেয়ঁৰ ল'ৰাৰ সপক্ষে বা তেওঁৰ সপক্ষে চলা আন্দোলন কঠোৰ হস্তেৰে দমন কৰি বুৰ্বঁ ৰজাৰ প্ৰিয়পাত্ৰ হৈ মন্ত্ৰীৰ আসন লাভ কৰিছিল।[৪৯০]

---

**৪৯০ Executions are the order of the day Murmuring against the Bourbon ruler spread throughout the land When→**

ফ্ৰান্সত ঘটা ঘটনাৱলীৰ বাতৰি পঢ়ি নাপলেয়ঁই কৈছিল, "বিধিৰ কি নিৰ্মম বিধান যে মই আজি ইয়াত বন্দী। গুৰিধৰোঁতা আজি কোন আছে? শত সহস্ৰ সাহসী যুৱকৰ প্ৰাণ ফাঁচী কাঠৰ পৰা আজি কোনে উদ্ধাৰ কৰিব?[৪১১] আমেৰিকালৈ মই যাব নোৱাৰাটো অকল মোৰেই দুৰ্ভাগ্য নহয়, ফ্ৰান্সৰো দুৰ্ভাগ্য। মই আজি আমেৰিকাত মুক্ত নাগৰিক হিচাপে বাস কৰি থকা হ'লে, ফ্ৰান্সৰ বৰ্তমান চৰ্কাৰে এনেবোৰ অত্যাচাৰ কৰিবলৈ সাহ নকৰিলে-হেঁতেন—মই কেনেবাকৈ ফ্ৰান্সলৈ ঘূৰি যোৱাৰ ভয়তে অন্ততঃ নকৰিলেহেঁতেন। ৱটাৰ্লু'ৰ যুদ্ধৰ পিছত—ৰাজধানীৰপৰা মই মালমেইজঁলৈ অহাৰ পিছত—সন্মুখত দেশৰ নিৰঙ্কুশ বিপদ বুলি বুজি, ফৰাচী জাতিয়ে মোক অন্ততঃ সেনাপতিৰ ভাৰ দি দেশ ৰক্ষা কৰিবলৈ আহ্বান জনাব বুলি মই বৰ আশা কৰিছিলোঁ। সেই আশাতে মালমেইজঁ আৰু ৰশ্‌ফৰ্ এৰি আমেৰিকালৈ যাবলৈ লৰালৰি কৰা নাছিলোঁ। সেইকণ পলম কৰাৰ কাৰণেই আজি মই চেইণ্ট হেলেনাত।"[৪১২]

থন্তেক টলকা মাৰি থাকি আকৌ তেওঁ ক'বলৈ ধৰিলে, "এবাৰপৰা মই ঘূৰি আহোঁতে ফৰাচী জাতিয়ে পুনৰ মোক বুকুত সাৱটি লৈছিল।

---

←the radical provinces rally in support of Napoleon II—it is precisely Marmont, Bonaparte's oldest comrade, who crushes the movement, and, thereafter, becomes minister E L

৪১১ "What a cruel decree of fate that just at this moment I should be held a prisoner! Who is there to set himself at the head of things? Who will be there to save thousands of the bravest from the scaffold?" E L

৪১২ "I put my trust in the approach of danger, thinking that the nation would be forced to turn to me as its saviour; that is why I stayed as long as possible at Malmaison and in Rochefort The destiny which brought me to St Helena was the outcome of those feelings." ; E L

ৰজাসকলে মোক শাস্তিত থাকিবলৈ দিয়া হ'লে ফ্রান্সে আৰু ইউৰোপ মহাদেশে শান্তিৰ মুখ দেখিবলৈ পালেহেঁতেন। তাকে নকৰি তেওঁ-লোকে যি কাৰ্য্য কৰিলে তাৰ পৰিণাম এদিন তেওঁলোকে দেখিবলৈ পাব।

"সেই সময়ত মোক ভয় কৰাৰ হেতু কি আছিল? মই আকৌ বিশ্বজয় কৰিবলৈ ওলাওঁ বুলি ভয় খাইছিল নে কি? সেই শক্তি মোৰ তেতিয়া আৰু আছিল জানো? নে, সমগ্ৰ ইউৰোপত বিপ্লৱৰ নীতি প্ৰচলন কৰি ৰজাসকলৰ সিংহাসন বিপদগ্ৰস্ত কৰোঁ বুলি ভয় কৰিছিল? মই যিবোৰ দেশ জয় কৰিছিলোঁ, তাত তেনে কিবা কাম কৰিছিলোঁনে? এটা কথা মাথোন মই বুজাব খুজিছিলোঁ যে স্বেচ্ছাচাৰী ৰাজতন্ত্ৰৰ যুগ উকলি গ'ল, ৰজাই, হয় প্ৰজাৰ কথা মানি চলিব লাগিব, নতুবা প্ৰজাৰ সুখৰ পিনে চাইহে ৰাজ্যশাসন কৰিব লাগিব। কিন্তু প্ৰজাৰ হাতলৈ হঠাৎ সকলো ক্ষমতা গ'লে তাৰ পৰিণতি কি হয় নিজ চকুৰে আমি দেখিবলৈ পাইছিলোঁ। সেই কাৰণতে ৰাজতন্ত্ৰ উচ্ছেদ কৰাৰ কথা মই কোনোদিনা ভবা নাছিলোঁ।

"অৰ্বাচীন আটিলা', 'অশ্বাৰোহী ৰব্‌চ্‌পিয়েৰ' আদি আখ্যাৰে মোক তেওঁলোকে বিভূষিত কৰিছে। আটিলা বা ৰব্‌চ্‌পিয়েৰ হোৱা হ'লে আজিও মই ৰাজপাট খাই থাকিব পাৰিলোহেঁতেন, কিন্তু তেওঁলোকৰ এজনেও সিংহাসনত বহি থাকিবলৈ নাপালেহেঁতেন।

"নাইবা আৰু এটা কথা হ'ব পাৰে: সামান্য এজন সৈনিকে ৰাজমুকুট পিন্ধা কথাটো তেওঁলোকে সহ্য কৰিব নোৱাৰিলে। কিন্তু তেওঁলোকে সেই ব্যৱস্থা মানি লোৱা হ'লে, ৰজা প্ৰজা দুয়ো পক্ষ সন্তুষ্ট হ'লহেঁতেন, তেওঁলোকেও নিৰাপদে (ইংলণ্ডৰ ৰজাই ভোগ কৰাদি) সিংহাসন ভোগ কৰি থাকিবলৈ পালেহেঁতেন। এতিয়া সেই সুখ সৰহ দিন ভোগ কৰিবলৈ তেওঁলোকে নাপাব। কিৰিঙতিৰপৰা খাণ্ডৱ দাহ হ'বলৈ সৰহ পৰ নালাগে। তেওঁলোকে

হুবুহিলে যে মন্ত্ৰেই আছিলোঁ পুৰণি আৰু নতুনৰ মাজৰ সেতু। মোৰ লক্ষ্য আছিল ইউৰোপ মহাদেশৰ নৱ-জাগৰণ। পৰিতাপৰ বিষয় এই যে মোৰ কাম মই সম্পূৰ্ণ কৰিব নোৱাৰিলোঁ।"[৪১৩]

দূৰদৰ্শী ৰাজনীতিজ্ঞ পুৰুষৰ অব্যৰ্থ ভৱিষ্যবাণী!

লা-কাচে সুধিলে, ৱটাৰ্লুৰ পৰাজয়ৰ পিছত ফ্ৰান্সক তেওঁ ৰক্ষা কৰিব পাৰিলেহেঁতেন নে? সংসদৰ একাগ্ৰতা সমৰ্থন পোৱা হ'লে পাৰিলেহেঁতেন বুলি একে আষাৰে নাপলেয়নে উত্তৰ দিলত, লা-কাচে কেহেটালিৰ সুৰত ক'লে, "পাৰিলেহেঁতেনেই যদি ইয়াত আজি এনেকৈ আমি খৰলি খাই মৰিবলগীয়া হ'ল কিয়?" নাপলেয়নে উত্তৰ দিলে, "মই কৈছোঁ যে সংসদৰ সম্পূৰ্ণ সমৰ্থন আৰু সহায় পোৱা হ'লে পাৰিলোহেঁতেন। কিন্তু সংসদে সেই সময়ত কি মনোভাব দেখুৱাইছিল মনত নাইনে? তুমি ক'বা, 'সংসদ ভাঙি দি, সকলো ক্ষমতা নিজৰ হাতলৈ আনি ফ্ৰান্সক মই ৰক্ষা নকৰিলোঁ কিয়? ফৰাচী জাতিয়ে মোৰ ওপৰত আস্থা থাপিছিল যোতয়া, তাকে নকৰাটো ফৰাচী জাতিৰ প্ৰতি বিশ্বাসঘাতকতাৰ কাম হোৱা নাছিল নে?' হৈছিল। তাৰ বাবে অকল ফৰাচী জাতিয়ে নহয়, বুৰঞ্জীয়েও মোক হুষিব, সেই কথা মই বুজোঁ। কিন্তু, কি অৱস্থাত

৪১৩ Napoleon never uttered a word of regret for having assumed a crown, or for having wished to found a dynasty On the contrary again and again he returned to the idea "I was the natural mediator between the revolution and the past My empire was in the interests of the rulers as well as that of the peoples. My aim was the social rebirth of Europe, fate interfered before I had completed my task ' He always sees what is, as an outgrowth of what has been, always transforms the extant, instead of destroying it, he never wants to build entirely new Consequently, he does not discard the old forms, but uses them as a foundation for his new buildings E L

পৰি মই সেই পন্থা অৱলম্বন কৰিছিলো,' সেই কথা বুজিলে ফৰাচী জাতিয়ে অন্ততঃ মোৰ প্ৰতি সুবিচাৰ কৰিব বুলি মোৰ বিশ্বাস আছে। চিদাং সিদ্ধান্তত উপনীত হোৱাৰ আগৰ নিশাটো মোৰ কেনেদৰে কাটিছিল সেই কথা এদিন তেওঁলোকে গম নাপাবনে ?

"সংসদ ভাঙি দি, নিজৰ হাতলৈ সকলো ক্ষমতা আনি, কামত আগবঢ়া হ'লে, নিজৰ দেশৰ ভালেমানৰ গাত মই হাত দিবলগীয়া হ'লহেঁতেন। গৃহযুদ্ধ ৰোধ কৰাৰ সেয়ে আছিল একমাত্ৰ উপায়। সেই কাম কৰা হ'লে পাৰীৰ ৰাজ-আলিয়েদি তেজৰ সোঁত ব'লেহেঁতেন। ক'ত তাৰ অন্ত পৰিলহেঁতেন কোনে জানে ? সেই পন্থা অৱলম্বন কৰি কৃতকাৰ্য্য হোৱা হ'লেও, জুলিউচ্ চিজাৰক দিয়াদি বুৰঞ্জীয়ে মোক 'টাইৰেণ্ট' আখ্যা দিলেহেঁতেন। চিৰকাললৈ সেই দুৰ্ণাম অৰ্জাতকৈ নিজকে বিসৰ্জন দিয়াই শ্ৰেয়ঃ হ'ব বুলি মই স্থিৰ কৰিলোঁ।[৪১৪]

* * *

নিগাজী গভৰ্নৰ লেফ্টেনেণ্ট জেনেৰেল চাৰ হাড্চন্ ল' ইতিমধ্যে চেইণ্ট হেলেনাত উপস্থিত হৈ গভৰ্নৰ উইল্ক্চৰপৰা কাৰ্য্যভাৰ বুজি লৈছেহি। লংউডৰ দায়িত্বও এড্মিৰেল ককবাৰ্নে তেওঁক শোধাই দিছে।

২০ এপ্ৰিলৰ দিনা (১৮১৬) নাপলেয়ঁৰপৰা বিদায় ল'বলৈ গভৰ্নৰ উইল্ক্চ, ঘৈণীয়েক আৰু অপৰূপা সুন্দৰী গাভৰু জীয়েক লৰাৰে (Laura) সৈতে, লংউডলৈ আহিছিল। নাপলেয়ঁ আহি চেইণ্ট হেলেনা পাবৰ দিনা উইল্ক্চে নৰ্দামবাৰ্লেণ্ড্ জাহাজতে তেওঁক গৈ দেখা কৰিছিল। সেই দিনাৰেপৰা দুয়োৰো মাজত সম্ভাৱ স্থাপিত হৈছিল। কৰ্নেল মাৰ্ক উইল্ক্চ আছিল এজন উচ্চ-শিক্ষিত, উদাৰমনা ইংৰাজ। ইউৰোপীয় বুৰঞ্জী আৰু ৰাজনীতি সম্বন্ধে তেওঁৰ বিশদ জ্ঞান আছিল, ফৰাচী ভাষা সৰগৰীয়াকৈ তেওঁ ক'ব পাৰিছিল। বয়স তেতিয়া পাঁচপয়, চুলি পকা। আগতে ভাৰতবৰ্ষত

৪১৪ As quoted by Abbott.

সুখ্যাতিৰে কাম কৰি থাকোঁতে 'এচিয়াটিক চচায়েটি'ৰ তেওঁ উপ-সভাপতি আছিল। *Historical Sketches of South India* বোলা পুথি এখন লিখি তেওঁ খ্যাতিও আৰ্জিছিল। নাপলেয়ঁই তেওঁৰ লগত কথাবতৰা হৈ সুখ পাইছিল। চেইণ্ট হেলেনাৰপৰা যোৱাৰ সময়ত নিজৰ বাগীখন নাপলেয়ঁৰ ব্যৱহাৰৰ বাবে লংউডত তেওঁ এৰি থৈ গৈছিল।

এইজন গভৰ্ণৰকে চেইণ্ট হেলেনাত থাকিবলৈ দি লংউডৰ ভাৰ তেওঁকে দিয়া হ'লে নাপলেয়ঁৰ শেষ জীৱনৰ কাহিনী হয়তো এনে হৃদয়বিদাৰক ন'হ'লহেঁতেন। লৰ্ড ৱেলিংটন নাপলেয়ঁৰ শুভাকাঙ্ক্ষী নাছিল, নাপলেঁই ইহ সংসাৰ এৰি যোৱাৰ পিছতো তেওঁৰ বুকুৰ খঙ্ক মৰা নাছিল। তথাপি, লৰ্ড ৱেলিংটনেও, জাতীয় দুৰ্ণামৰ আশঙ্কাতে হ'বলা, কৈছিল যে উইক্‌চকে চেইণ্ট হেলেনাৰ গভৰ্ণৰ কৰি ৰখা হ'লে ভাল আছিল।[৪১৫] কিন্তু ইংলণ্ডৰ যিসকল শাসক বুঁৰ্ব ৰজাই নাপলেয়ঁক গুলিওৱাই হত্যা কৰোৱা হ'লেই সুখী হ'লহেঁতেন, সেইসকলে এজন উদাৰমনা, শিক্ষিত পুৰুষক নাপলেয়ঁৰ কাটেক-ৰখীয়া কৰি ৰাখিব বুলি আশা কৰিব নোৱাৰি। চাৰ হাড্‌চন্ ল'ৰ খাপৰ এজনকহে তেওঁলোকে বিচাৰিছিল—যাতে বন্দী অৱস্থাত নাপলেয়ঁক ৰেপিকাটি সোনকালে সিফলীয়া কৰিব পাৰে।[৪১৬]

---

৪১৫ Lord Stanhope, in his *Notes on Conversations with the Duke of Wellington*, has written The duke said that he thought the government had been mistaken in removing Colonel Wilks He was a very intelligent, well-read man As for Lowe, the duke had a very poor opinion of him He told Stanhope on one occassion "Sir Hudson Lowe was a very bad choice. He was a man wanting in education and judgment" Korngold

৪১৬ But a government which had wished Napoleon to be hanged or shot was not likely to select any person of large or generous nature Rosebery

গভৰ্ণৰ উইল্‌চৰ লগত সেইদিনা নাপলেয়ঁই তালেমান পৰ হাঁহিমাতি কথাবতৰা পাতিছিল। কথাৰ মাজতে এবাৰ কৈছিল, "আপোনাৰ জাতিয়ে উইলিয়াম পিটৰ নীতি অনুসৰণ কৰিবলৈ যোৱাৰ ফলত আমি দুয়োটা জাতিয়ে ইউৰোপ মহাদেশ, তথা জগত ছাৰখাৰ কৰিবলৈ ওলাইছিলোঁ। অথচ, ফক্চৰ নীতি অনুসৰণ কৰা হ'লে দুয়োটা জাতিয়ে মিলি ইউৰোপ আৰু জগতৰ কিমান উপকাৰ সাধিব পাৰিলেহেঁতেন! সমগ্ৰ ইউৰোপত এক সৈন্য-বাহিনী আৰু এক নৌবাহিনী হে মাথোন থাকিলহেঁতেন।"[৪১৭]

৪১৭ "Europe would have presented but a single fleet and a single army We might everywhere have established peace and prosperity Yes, I repeat, what mischief have we not done ? What good might we not have effected" · Abbott.

## ৬০

এইবাৰ চেইণ্ট হেলেনাৰ গভৰ্নৰ হৈ যিজন আহিল, তেওঁৰ তুলনাত এড্‌মিৰেল্ ককবাৰ্ন ভদ্ৰলোকেই আছিল বুলি ক'ব পাৰি। লৰ্ড ৰ'জবেৰীয়ে ফুশ্বে সম্বন্ধে যিবাৰ কথা কৈছে,[৪৯৮] নতুন গভৰ্নৰ চাৰ হাড্‌চন্ ল'তো সেইবাৰ কথা খাটে—তেওঁৰ নিচিনা এটি চৰিত্ৰ বিশ্বৰ বুৰঞ্জীত বিৰল। এমিল লুড্‌উইগে তেওঁক ফুশ্বেৰে এটি সৰু ইংৰাজী সংস্কৰণ বুলিছে।[৪৯৯] চেইণ্ট হেলেনাত নাপলেয়ঁৰ জীৱন দুৰ্বিষহ কৰিবলৈ, তেওঁৰ আয়ুস টুটাবলৈ, কিমান উপায় যে এইজন লাট বাহাদুৰে আৱিষ্কাৰ কৰিছিল, তাৰ আদি-অন্ত নাই।

লৰ্ড ৱেলিংটন উদাৰমনা শত্ৰু নাছিল। তেওঁৰ চৰিত্ৰলৈ চাই, নাপলেয়ঁই নিকাৰ ভুঞ্জিলে তেওঁ ৰং পোৱাৰহে কথা। চেইণ্ট হেলেনাত নাপলেয়ঁৰ প্ৰতি অকণো দুৰ্ব্যৱহাৰ কৰা হোৱা নাছিল বুলিহে তেখেতে ক'বলৈ বিচাৰিছিল। কিন্তু চাৰ হাড্‌চন্ ল'ৰ কাৰ্য্যকলাপৰ কথা শুনি, অতিষ্ঠ হৈ, আন কি তেখেতেও এদিন As

৪৯৮ "It is difficult to cite in all history a personage more infamous and loathsome than Fouché"

৪৯৯ Lowe had been an English Fouché on the small scale and had taken over his present delicate task in Fouchés spirit Like the villain in the folk-tale, Lowe is continually on the look-out for new ways of mortifying his prisoner From the first Lowe does his utmost to shorten Napoleon's life E L

for Lowe, he is a damned fool বুলি পাৰ্লামেণ্টৰ সদস্য মাননীয় ক্ৰীভিক ক'বলগীয়াত পৰিছিল।৫০০

মিত্ৰশক্তিয়ে চেইণ্ট হেলেনালৈ পঠোৱা কমিচনাৰকিজনে নাপলেয়ঁৰ বিপক্ষে আৰু গভৰ্ণৰৰ সপক্ষে মতাৰ কথা, কিন্তু ল' সম্বন্ধে ফৰাচী কমিচনাৰ মঁথেনুয়ে লিখিছিল, "আহা! কি এটি মনুষ্য! গোটেই পৃথিৱীত বিচাৰি চ'লাপাত কৰিলেও, এওঁৰ তুল্য এটি চৰিত্ৰ যে বিচাৰি পোৱা নাযাব, সেই সম্বন্ধে মোৰ অকণো সন্দেহ নাই।" অষ্ট্ৰীয় কমিচনাৰ ষ্টুৰ্মাৰে কৈছিল, "এনে এজন অপুৰুষাত, অভীনপাতকী, দেখিলে গা বেজবেজোৱা মানুহ পোৱা টান। চেইণ্ট হেলেনাৰ বাসিন্দা ইংৰাজসকলে তেওঁক যম দেখাদি দেখি দূৰতে বিদূৰ হয়, ফৰাচীসকলে তেওঁক উপলুঙা কৰে, কমিচনাৰসকলে তেওঁৰ বিৰুদ্ধে ওজৰ-আপত্তি দিয়ে।" ৰুচ্ কমিচনাৰ বাল্মেইনে কৈছিল, "মানুহটো এনে খেহনেজীয়া আৰু আওকথীয়া যে তাক সহ্য কৰি থকা অসম্ভৱ।৫০১

লৰ্ড ৰ'জবেৰীয়ে খোৰতে কৈ থৈছে যে চাৰ হাড্চন্ ল'ক ভদ্ৰলোক বুলিব নোৱাৰি।৫০২

লাট বাহাদুৰৰ সামৰিক কীৰ্তিৰ কথা কৰ্ণেল নেপিয়াৰে একেষাৰ বাক্যৰেই সমাপ্ত কৰিছে। ইংৰাজৰ দখলত থকা ভূমধ্য-সাগৰৰ

---

৫০০ These judgements coming from Wellington were remarkable for he was not a generous enemy, and he thought that Napoleon had nothing to complain of Rosebery

৫০১ The Commissioners were hostile to Napoleon and anxious to be well with Lowe But this was impossible The Frenchman Montchenu, was the most favourable, yet he writes "Ah! What a man! I am convinced that with every possible search one could never discover the like of him" Rosebery

৫০২ "He was not what we should call a gentleman"

কাপ্ৰি ৰোলা দ্বীপটো ফৰাচীয়ে আক্ৰমণ কৰোঁতে দ্বীপটো ৰক্ষা কৰাৰ ভাৰ হাড্‌চন্ ল'ক দিয়া হৈছিল। ফৰাচী সেনাপতি লামাৰ্কৰ হাতত ষোলশ চিপাহী আছিল; চাৰ হাড্‌চন্ ল'ৰ হাততো সিমানেই আছিল। কিন্তু লামাৰ্কৰ সেনাৰ আক্ৰমণত দহদিনো তিষ্ঠিব নোৱাৰি চাৰ হাড্‌চন্ ল' চাহাবে সেগুৰ মোকোটাই পলায়ন কৰিছিল। কৰ্নেল নেপিয়ঁৰে কৈছে, "দহ বছৰ ৰক্ষা কৰিব পৰা এটা ঘাটি, দহ দিনত হেৰুৱাই, চাৰ হাড্‌চন্ ল' বুৰঞ্জীত জনাজাত হয়।"[৫০৩]

সেই সময়তে তেওঁৰ সামৰিক জীৱনৰ পতং পৰাৰ কথা আছিল, পিছে তেওঁ ভালেমান ভাষা জানিছিল বুলি চাকৰিটো জানিবা ৰ'ল।[৫০৪]

"চাৰ ৰ'ল্টাৰ স্কটে দহখণ্ডীয়া নাপলেয়ঁৰ বিৰাট জীৱন-চৰিতখনি ব্ৰিটিচ্ চৰ্কাৰৰ অনুৰোধতে ৰচিছিল বুলি সন্দেহ হয়, কাৰণ চৰ্কাৰী গুপ্ত নথিপত্ৰ সকলো তেওঁক চাবলৈ সা-সুবিধা দিয়া হৈছিল। অনুৰোধত নিলিখিলেও ব্ৰিটিচ্ জাতিৰ খ্যাতি ৰক্ষাৰ অৰ্থেই যে তেওঁ পুথিখন ৰচিছিল সেই কথা বুজিবলৈ টান নহয়। মনস্বী এজন আইনজ্ঞই কৰাদি ইংৰাজৰ প্ৰায় সকলো কাৰ্য্যকে তেওঁ সমৰ্থন কৰিছে, আৰু সুললিত, ঝঙ্কৃত ভাষাত নাপলেয়ঁক যিমান পৰা যায় সিমান গৰিহনা দিছে।[৫০৫] কিন্তু বিদগ্ধ পণ্ডিত, বিচক্ষণ এইজন

---

৫০৩ Sir Hudson Lowe first became known in history by losing in a few days that, without any pretensions to celebrity, might have been defended for ten years

—*Peninsular War*

৫০৪ It appears that after the Capri affair Lowe was saved from disgrace by his knowledge of languages A military man who spoke French, Italian, Spanish and Portuguese was invaluable in the Mediterranean at that period Korngold

৫০৫ এই জীৱন-চৰিত্ৰখনৰ সন্দৰ্ভত লৰ্ড ৰজবেৰীয়ে চাৰ ৱল্টাৰ স্কটক Our great master of fiction বুলি দুই অৰ্থত অভিনন্দিত→

গ্ৰন্থকাৰেও চাৰ হাড্চন্ ল'ক সমৰ্থন কৰাৰ বাট বিচাৰি উলিয়াব নোৱাৰিলে।[৫০৬]

১৮২২ চনত ডাক্তৰ অ'মিয়াৰাৰ দুই খণ্ডীয়া পুথি ( *A Voice from St Helena* ) প্ৰকাশিত হৈ, চাৰ হাড্চন্ ল'ৰ কীৰ্তি-কলাপৰ কাহিনী গোটেই ইউৰোপত বিয়পি পৰিলত, অ'মিয়াৰাৰ বিৰুদ্ধে চাৰ হাড্চনে আদালতত মানহানিৰ গোচৰ এখন তৰিছিল, কিন্তু তেওঁৰ ফৰিয়াদ তো নামঞ্জুৰ হৈছিলেই মকৰ্দমাৰ খৰচো তেওঁ ভৰিবলগীয়া হৈছিল।[৫০৭] অ'মিয়াৰাই তেওঁৰ পুথিত এষাৰো মিছা কথা লিখিছিল বুলি আইনজ্ঞসকলে তো প্ৰমাণ কৰিব নোৱাৰিলেই, ঐতিহাসিক সকলেও পৰা নাই।[৫০৮]

আদালতে ৰায় দিয়াৰ পিছত অ'মিয়াৰা আৰু লা-কাচৰ পুথিৰ উত্তৰ স্বৰূপে বেৰিষ্টাৰ উইলিয়াম ফৰ্চাইথে, চৰ্কাৰি নথিপত্ৰৰ নকল ভালেমানৰ উদ্ধৃতি দি, তিনি খণ্ডীয়া, বিয়াগোম এখন পুথি যুগুত কৰি, চাৰ হাড্চন্ ল'ক নিৰ্দোষী প্ৰমাণ কৰাৰ বিৰাট এটা চেষ্টা দিছিল। অৱশ্যে গ্ৰন্থকাৰৰ নিজৰ বাহিৰে পুথিখন ইমুৰৰ পৰা

---

←কৰিছে। চাৰ ৱল্টাৰ কেৱল ঐতিহাসিকেই নহয়, ইংৰাজী সাহিত্যৰ এজন শীৰ্ষস্থানীয় ঔপন্যাসিকো। Fiction শব্দৰ অৰ্থ: (১) উপন্যাস (২) মিছা কথা।

৫০৬ It would require a strong defence on the part of Sir Hudson Lowe to induce us to consider him as the very rare and highly exalted character to whom this important charge ought to have been entrusted *The Life of Napoleon*, vol ix, by Sir Walter Scott

৫০৭ When O'Meara's book came out Sir Hudson Lowe determined to appeal to law to vindicate himself He had to pay the costs and his character remained unvindicated . Rosebery

৫০৮ Neither Gonnard, nor Rosebery, nor even Lowe's champions—Forsyth, Seaton and Young—seem to have been able to point out any serious misstatement in O'Meara's account Korngold

লিখুৱৈলে কোনোৱাই কেতিয়াবা পঢ়ি চাইছিল সে নাই, সেইটো সন্দেহৰ বিষয়; কাৰণ পুথিখন অপাঠ্য।

ৰোজে লেখাক দেখি উঠে না, কেতুবীয়ে ৰোজে মোকো খা। কৰ্চাইথকে দেখি নামগোন্ধ নোহোৱা আৰু তিনিজন লিখকেও—চি চিটন, নৰউড্ য়াং, আৰু ডি টি. পিলান্সে—একোখন পুথি লিখি কৰ্চাইথৰ লগত হাত উজান দিছিল।[৫০৯] এই সকলৰ মতে চেইণ্ট হেলেনা মৰ্ত্যৰ অমৰাৱতী (earthly paradise), সেই দ্বীপৰ দৰে ৰমণীয়, স্বাস্থ্যকৰ ঠাই পৃথিৱীত তো নায়েই, বিশ্ব ব্ৰহ্মাণ্ডতো

---

৫০৯ (1) William Forsyth *History of the Captivity of Napoleon at St Helena from the Letters and Journals of the Late Lieutenant General Sir Hudson Lowe* 3 vols, 1853

(2) R C Seaton *Napoleon s captivity in relation to Sir Hudson Lowe, 1903*

(3) Norwood Young *Napoleon in Exile Saint Helena*, 2 vols, 1915

(4) T D Pillans *The Real Martyr of St Helena*, 1913

এই কিজন লিখকৰ গৱেষণা আৰু আৱিষ্কাৰ সম্বন্ধে মাৰ্কিন পণ্ডিত কৰ্ণগন্ডে এযাৰ বৰ ভাল কথা কৈছে: The interpretation furnished by William Forsyth, R C Seaton, T D, Pillans, and Norwood Young to the effect that Sir Hudson Lowe was the "real martyr of St Helena' is more true than the authors imagined, but hardly in the sense in which they imagined it His "martyrdom" was due to the fact that he was appointed to a post for which by character, temperament, and ability he was totally unfit

ফৰ্চাইথৰ বিয়াগোম পুথিখনৰ সম্বন্ধে লৰ্ড ৰজবেৰীয়ে লিখিছে: (These massive volumes written in reply to O'Meara and Las Cases) The result is a dull and trackless collection As a defense of Lowe it is futile, because it is unreadable

নাই, কাউণ্ট বোলা যথেষ্ট বাজকাৰেওৰ তুল্য এটি সুশোভন, সুৰম্য বাসভৱন, চাৰ হাড্চন্ ল' এজন উদাৰমনা, অমায়িক প্ৰকৃতিৰ, নিমাখিত ভদ্ৰলোক আছিল, নাপলেয়ঁই তেওঁৰ ওপৰত বৰ অত্যাচাৰ কৰিছিল !!! আয়ৈ দেহি! বেচেৰা চাৰ হাড্চন্ ল'। কিন্তু এই সদাশয় ভদ্ৰলোকজনৰ সজ ব্যৱহাৰ দেখি তেওঁৰ নিজৰ সহধৰ্মিণীয়েও কিয় চকুলো টুকিবলগীয়া হৈছিল, সেই সম্বন্ধে এই কিজন লিখকে একো কোৱা নাই, আমিয়েই সেই বিষয়ে পিছত একেষাৰ ক'ব লাগিব।

এই কিজন পণ্ডিতত বাজে আন কোনো ইংৰাজ লিখকেও চাৰ হাড্চন্ ল'ক নিৰ্দোষী প্ৰমাণ কৰি অসাধ্য সাধন কৰাৰ চেষ্টা দিয়া নাই। কিন্তু অলপতে (১৯৫২) অক্সফৰ্ডৰ এজন পণ্ডিতে[৩১] কৰ্চাইথৰ সুৰতে নাপলেয়ঁৰ এখন পাণ্ডিত্যপূৰ্ণ জীৱনচৰিত ৰচনা কৰি উলিয়াইছে। স্কট্, এলিচন, লখাৰ্ট, স্লন, হলেণ্ড ৰ'জৰ শাৰীৰ ন'হলেও, টমচন চাহাবো যে এজন বিদগ্ধ পণ্ডিত, তেখেতৰ গধুৰ পুথিয়েই তাৰ পৰিচয় দিয়ে। পুথিৰ পাতনিত লিখকে কৈছে যে যিহেতু হলেণ্ড ৰ'জৰ দ্বাৰা প্ৰণীত নাপলেয়ঁৰ বহল জীৱনীখনৰ, ১৯৩৪ চনৰ পিছত পুনৰমুদ্ৰণ হোৱা নাই, সেই কাৰণে ইংৰাজী ভাষাত নতুনকৈ নাপলেয়ঁৰ এখন বহল জীৱন-চৰিত লিখাৰ তেখেতে আৱশ্যকতা বোধ কৰিলে। উত্তম কথা। কিন্তু পাতনিত লিখা এটি বাক্যৰ বাহিৰে এই বিৰাট, পাণ্ডিত্যপূৰ্ণ পুথিখনৰ ইমূৰৰ পৰা সিমূৰলৈকে ক'তো নাপলেয়ঁৰ দোষৰ বাহিৰে গুণ সম্বন্ধে এষাৰ কথাও বিচাৰি পাবলৈ নাই। গভীৰ গৱেষণা কৰি এইজন বিদগ্ধ পণ্ডিতে বহু আপুৰুগীয়া তথ্য আৱিষ্কাৰ কৰিছে, যেনে (১) নাপলেয়ঁই যিবোৰ যুদ্ধ জয় কৰা বুলি কোৱা হয়, সেইবিলাক প্ৰকৃততে তেওঁ

---

৩১০ J M Thampson F B A, F R. Hist S Honorary Fellow of St Magdalen College, Oxford. *Napoleon Bonaparte His Rise and Fall*

জয় কৰা নাছিল ; তেওঁৰ ভলন্টীয়া সেনাপতি সকলোহে কৰিছিল ; (২) 'ক'দ নাপলেয়ঁখন নাপলেয়ঁৰ মস্তিষ্ক-প্ৰসূত সংবিধান নহয় ; আন আন পণ্ডিতেহে ৰচনা কৰা সংবিধান, নাপলেয়ঁই কাউতে হে নাম কিনিছিল, ইত্যাদি, ইত্যাদি। ধন্য হে এম. টমচন চাহাব! সৰহকৈ আৰু উদাহৰণ নিদিলেও চলিব ; এয়ে আঁটিব। জেখেতে এই কৌশলেৰে তেখেতৰ পাণ্ডিত্য জাহিৰ কৰাৰ চেষ্টা দিছে, দিয়ক। সেই কথা লৈ আমাৰ ওজৰ ধৰিবলৈ একো নাই, কিন্তু তেখেতৰ ছুটি প্ৰচেষ্টা হজম কৰা অলপ টান : তেখেতৰ মতে (১) ইংৰাজ, ফৰাচী, জাৰ্মান, ৰুচ্, মাৰ্কিন আদি জাতিৰ, লিখকৰ লেখনীৰপৰা চেইণ্ট হেলেনাৰ কাহিনী যিবিলাক ওলাইছে, সেইসকলোবিলাক বোলে ব্ৰিটিচ জাতিৰ বিৰুদ্ধে চলোৱা অপপ্ৰচাৰৰ বাহিৰে আন একো নহয়। (২) কৰ্তাহঁত কোম্পানীৰ উপৰোক্ত আবিষ্কাৰ আৰু অভিমত সমূহহে প্ৰকৃত সত্য। সেইবিলাক অভিমতকে তেখেতৰ পুথিত বেদবাক্য বুলি চলাই দিয়াৰ প্ৰচেষ্টাই যে মাত্ৰা অলপ চেৰাই গৈছে, তলৰ টোকাত দিয়া নমুনা ছুটিয়েই সম্ভৱতঃ তাৰ প্ৰমাণ দিব।[৫১১]

---

৫১১ (১) Viewed from a short distance it ( Longwood ) appears like a respectable country-seat—a four-roomed bungalow in the most eligible situation on the island, গৰু গোহালী এটাৰ কথা এইদৰে লিখোঁতে টমচন চাহাবে সম্ভৱতঃ পাহৰিছিল যে তেখেতৰ শ্ৰদ্ধাভাজন চাৰ হাডচন্ লৱেও লংউড সম্বন্ধে তেখেতৰ প্ৰভু লৰ্ড বেথাৰ্ষ্টলৈ এই বুলি লিখিছিল : The objections against Longwood House appear to be well-founded Korngold.

(২) According to a contemporary resident the climate of St Helena is unquestionably one of the most temperate and salubrious *in the whole universe* (!!!). Contemporay resident-জন হ'ল নৰউড্ ম্বাং। চেইণ্ট হেলেনাৰ জলবায়ু সম্বন্ধে কমিচনাৰ কিজনে কোৱা কথা পিছত উল্লেখ কৰা হ'ব।

* * *

লাট বাহাদুৰৰ আকৃতিটিও আছিল চৰিত্ৰৰ লগত খাপ খোৱা বিধৰ—সাইলাস এটি যেন যমদূতহে ![৫১২] বয়সত তেতিয়া আদহীয়া, কায়টি খলিহা-খবৰ। চুলিবোৰ বগা, মুখত চোম পৰাৰ দাঁচ, এখন গালত মুগা বৰণীয়া ঘিলাটোৰ দৰে এটা চকৰ, চেলাউবিকোঁচা হালধীয়া, কাৰো চকুলৈ চাই তেওঁ কথা ক'ব নোৱাৰে। মুঠতে ওপৰত লাট চাহাবৰ চেহেৰা-পাতি, হাৱ-ভাৱ, কথা বতৰা যে মনোমোহা বিধৰ নাছিল সেই কথা তেওঁৰ গুণমুগ্ধ উপাসক ফৰ্চাইথ চাহাবেও অস্বীকাৰ কৰা নাই।[৫১৩]

দুই এবাৰ গভৰ্নৰক লগ পোৱাৰ পিছত নাপলেয়ঁৰ মনত তেওঁৰ প্ৰতি কেনে ঘিণ ভাব সোমাইছিল এটি সৰু ঘটনাৰপৰা সেই কথা বুজিব পাৰি। এদিন গভৰ্নৰে নাপলেয়ঁক লগ পাবলৈ আহোঁতে নাপলেয়ঁই তেওঁক বহিবলৈ ন'ক'লে। থিয়ৈ থিয়ৈ কথা-বতৰা হৈ তেওঁ গুচি যোৱাৰ পিছত নাপলেয়ঁই লগুৱা এটাক ক'লে, "মেজত থকা কফি পিয়লা পেলাই দে, সেই মানুহটো মেজৰ কাষতে থিয় দি বৈছিল।" পিছলৈ গভৰ্নৰৰ কথা ওলালে "মানুহটো" নুবুলি নাপলেয়ঁই তেওঁক সেই "জন্তুটো"হে বুলিছিল।

এইজন মহাপুৰুষকে ব্ৰিটিচ্ চৰ্কাৰে বাছি উলিয়াইছিল, অতি দায়িত্বপূৰ্ণ (সেই সময়ছোৱাত) চেইণ্ট হেলেনাৰ গভৰ্নৰৰ পদৰ ভাৰ দিবলৈ। গভৰ্নৰ সম্বন্ধে কেইজনমান বিশিষ্ট লোকৰ মতামত ওপৰত

---

৫১২ Lady Granville, who saw him two years after he left St Helena, said that he had the countenance of a devil Korngold.

৫১৩ His foremost champion, William Forsyth, has written "We admit that his manner was not attractive" The fact is that most people, far from being attracted, felt repelled by him. Count Balmain speaks of his "cold, suspicious nature and repulsive exterior": Korngold.

দিয়া হ'ল, ইয়াৰ পিছত বৰ্ণোৱা ঘটনাৱলীৰ যোগেদি সত্যাসত্যৰ সত্যাসত্য পাঠকে নিজেই বিচাৰ কৰিব পাৰিব।

গভৰ্নৰ আছি চেইণ্ট হেলেনাত উপস্থিত হোৱাৰ চাৰি মাহৰ ভিতৰত মোটতে দুবাৰ তেওঁৰ লগত নাপলেয়ঁৰ দেখা-সাক্ষাত ঘটিছিল। তাৰ পিছৰ পাঁচ বছৰে দুয়ো আৰু মুখামুখি হোৱা নাছিল। নাপলেয়ঁই তেওঁক আৰু দেখা নকৰিব বুলি জনাই দিয়াৰ পিছতো কিন্তু মাজে সময়ে লৰ্ড বাহাদুৰে আছি লংউডৰ কেউপিনে লুংলুঙাই ফুৰিছিল।[৫১৪]

৫১৪ "Tortured into a state of constant and unendurable irritability this extraordinary being" (Walter Scott) prowled about Longwood though Napoleon refused to see him Rosebery

৩১

এড্‌মিৰেল ককবাৰ্ণৰ আমোলত পহৰা দিয়াৰ ব্যৱস্থা আৰু নানান নিষেধাজ্ঞাই নাপলেয়ঁ আৰু তেওঁৰ লগৰীয়াসকলক থকাসৰকা কৰিলেও, নতুন গভৰ্ণৰৰ শাসনৰ তুলনাত এড্‌মিৰেলৰ শাসন সভ্য বিধৰে আছিল বুলি ক'ব পাৰি। চাৰ হাড্‌চন্ ল'ৱে চেইণ্ট হেলেনাত ভৰি দিয়েই গোটেই দ্বীপটো এখন বিশাল কাটেকলৈ ৰূপান্তৰিত কৰি, নিজে হৈ বহিল কাটেকৰথীয়া বৰদাৰোগা—বন্দীপাল। চৌবিছ দফাৰ এক হুকুম জাৰি কৰি তাৰ নকল তেওঁ জেইম্‌চ্‌ টাউনৰ বাটে-ঘাটে লট্‌কাই দিয়ালে। চেইণ্ট হেলেনাত আহি লগা জাহাজৰ কেপ্তেইন, নাৱিক আৰু যাত্ৰীসকলক সঁকীয়াই দিয়া হ'ল যে আদেশপত্ৰ ( পাচ্‌ ) নোলোৱাকৈ লংউডলৈ যোৱা নিষেধ। চেইণ্ট হেলেনাৰ বাসিন্দাই হওক বা বাহিৰৰপৰা অহা লোকেই হওক, কোনেও অনুমতি নোলোৱাকৈ বা এজন ইংৰাজ বিষয়া উপস্থিত নাথাকিলে সেই দ্বীপত বাস কৰা কোনো ফৰাচী লোকৰ লগত কথাবতৰা পাতিব নোৱাৰিব। এই আদেশ যি অমান্য কৰিব তুৰন্তে তেওঁক দ্বীপান্তৰিত কৰা হ'ব। আগতে এড্‌মিৰেলক নেদেখুওৱাকৈ চেইণ্ট হেলেনাৰ বাহিৰলৈ চিঠিপত্ৰ পঠোৱা নিষেধ আছিল যদিও, চেইণ্ট হেলেনাত বাস কৰা লোকৰ লগত চিঠিপত্ৰৰ আদান প্ৰদানত বাধা নাছিল। এতিয়া আদেশ হ'ল যে জেনেৰেল বনাপাৰ্ত, তেওঁৰ লগৰীয়া বা লগুৱা কোনেও চেইণ্ট হেলেনাত বাস কৰা কালৈকো,

গভৰ্ণৰক আগতে নেদেখুওৱাকৈ চিঠিপত্ৰ দিব নোৱাৰিব, তেওঁ-লোকলৈকো বিনা অনুমতিৰে কোনেও চিঠিপত্ৰ পঠাব নোৱাৰিব। লংউডত কি ঘটিছে নঘটিছে প্ৰতি মুহূৰ্ত্তে গভৰ্ণৰক জনাই থাকিবলৈকো তাত মোতায়েন হোৱা ইংৰাজ বিষয়াই আদেশ পালে। জেইম্‌চ্ টাউনৰ পৰা টেলিস্কোপেৰে চৌব্বিছ ঘণ্টা লংউডৰ ওপৰত নজৰ ৰাখিব পৰাকৈ ব্যৱস্থা কৰা হ'ল।[৫১৫]

জেনেৰেল বেঁত্ৰাই কাৰোবাক লংউডলৈ নিমন্ত্ৰণ জনালে, সেই নিমন্ত্ৰণপত্ৰকে অনুমতিপত্ৰ বুলি গণ্য কৰিবলৈ এড্‌মিৰেলে দিয়া আদেশো এতিয়া ৰদ কৰা হ'ল। গভৰ্ণৰৰ আদেশ নোপোৱাকৈ তালৈ কোনো যাব নোৱৰা হ'ল। আদেশ বিচাৰি কোনোবা গলেও এনে জেৰা আৰম্ভ হয় যে অনুমতি বিচাৰি যাবলৈকে লোকে ভয় কৰা হ'ল।[৫১৬]

হাটচ্ গেইটৰ পৰা বেঁত্ৰা নিশা লংউডলৈ যাবলগীয়া হ'লে ছুটা চন্তৰী লগত যোৱাৰ নিয়ম আগৰেপৰা আছিল, এতিয়া আদেশ হ'ল যে বাটত যাওঁতে চন্তৰী ছুটাই "ফৰাচী মানুহটোৰ বুকুলৈ সঙ্গীন টোৱাই যাব।"[৫১৭]

ব্ৰিটিছ চৰ্কাৰৰ আদেশমতে লংউডত মোতায়েন হোৱা ব্ৰিটিছ বিষয়াজনে নাপলেয়ঁক দিনটোত দুবাৰ নিজ চকুৰে চাই, তেওঁ যে তাতে আছে সেই কথা কৰ্ত্তৃপক্ষক নিতৌ জনাই থাকিব লাগে। এজন

---

৫১৫ For six long years British officers keep their eyesr ivetted on the place of detention but can rarely see anything more noteworthy than the lizards on the roof · E L

৫১৬ While Admiral Cockburn was in command a pass from Bertrand sufficed Later no one was admitted to Longwood without a pass from the Governor and a pass was seldom granted without a severe interrogatory Korngold

৫১৭ "The bayonets" so runs the order, "must point at the Frenchman's heart" E L

ব্ৰিটিছ বিষয়া, ডাক্তৰ অ'মিয়াৰা, লংউডতে আছিলেই বাবে এড্‌মিৰেলে সেই আদেশ বলৱৎ কৰাৰ আৱশ্যকতা বোধ কৰা নাছিল। তেনে এটা আদেশ আছিল বুলি লংউডত কোনেও গমকে পোৱা নাছিল। চাৰ হাড্‌চন ল'ৱে ক'লে, সেই কথাই কথা নহয়, চৰ্কাৰৰ আদেশ আখৰে আখৰে পালন কৰিব লাগিব, নাপলেয়ঁ যে লংউডতে আছে, পলোৱা নাই, সেই কথা কেপ্তেইন পপ্ল্‌টনে দিনে দুবাৰকৈ গভৰ্নৰক জনাই থাকিব লাগিব।

নাপলেয়ঁই যাতে কোনো বাতৰিকাকত দেখিবলৈ নাপায়, তাৰ ব্যৱস্থা কৰিবলৈকো ব্ৰিটিছ চৰ্কাৰৰ নিৰ্দেশ আছিল, কিন্তু এডমিৰেল ককবাৰ্ণে নাপলেয়ঁৰ লগৰীয়াসকলক, আৰু তেওঁলোকৰ যোগেদি নাপলেয়ঁক, সকলোবোৰ বাতৰি-কাকত পঢ়াৰ সা-সুবিধা দি আছিল। নতুন গভৰ্নৰৰ আদেশ অনুসৰি সেই ব্যৱস্থাবো অন্ত পৰিল।

নাপলেয়ঁৰ লগৰীয়া আৰু লগুৱাসকলে মাজেসময়ে জেইম্‌চ্‌ টাউনত বস্তু কিনিছিল। লাট বাহাদুৰে আদেশ দিলে যে তেওঁলোকক কিবা লাগিলে গভৰ্নৰক বা মিষ্টাৰ বাল্‌কমক জনাব। জেইমচ্‌ টাউনৰ দোকানী পোহাৰীৰ ওপৰত আজ্ঞা দিয়া হ'ল যে ফৰাচী সকলক কিবা বেচিলে তৎক্ষণাৎ তেওঁলোকক চেইণ্ট হেলেনাৰপৰা বাহিৰ কৰা হ'ব।[৫১৮]

লংউডত কেউপিনে পহৰা দিয়া চিপাহীৰ সংখ্যাও দুগুণ তিনিগুণ কৰা হ'ল যাতে নিশা পহৰা দিওঁতে চিপাহীহঁতে ইটোৱে সিটোৰ লগত হাত ধৰাধৰিকৈ থিয় দিব পাৰে।

এই বিলাক আদেশ-নিৰ্দেশ গভৰ্নৰৰ কেৰামতালিৰ আৰম্ভণিহে মাথোন, তাৰ মাত্ৰা দিনক দিনে চৰি গৈ থাকিব।

লৰ্ড বেৰ্থাষ্টে এডমিৰেল্‌ ককবাৰ্ণলৈ দিয়া নিৰ্দেশপত্ৰত লিখা আছিল:

---

৫১৮ The shopkeepers were told that anyone selling to the French would be deported Korngold

You will observe that the desire of His Majesty's Government is to allow every indulgence to General Bonaparte which may be compatible with the entire security of his person, that he should not try by any means to escape, or hold communication with any persons (excepting through your agency), must be your unremitted care, and these points being made sure every resource and amusement which may serve to reconcile Bonaparte to his confinement may be permitted Many things, however, must be determined by local circumstances

বেথাৰ্ষ্টৰ এই নিৰ্দেশৰ মৰ্ম হ'ল, নাপলেয়ঁ যাতে চেইণ্ট হেলেনাৰ পৰা পলাব নোৱাৰে বা কাৰো লগত ষড়যন্ত্ৰ চলাব নোৱাৰে, তাৰ বাবে, স্থানীয় পৰিস্থিতিলৈ চাই, গভৰ্ণৰে যেনে বিধান আৱশ্যকীয় বোধ কৰে তেনে বিধান হাতত ল'ব, অযথা বন্দীক আমনি নকৰিব।

অৱশ্যে এয়া লিখিত নিৰ্দেশৰহে কথা। লৰ্ড বেথাৰ্ষ্টে গুপুতভে ভিতৰুৱাকৈ চাৰ হাড্চন্ ল'ক মৌখিক কি আদেশ-নিৰ্দেশ দিছিল সেই কথা জানিবৰ উপায় নাই। চাৰ হাড্চন্ ল'ৰে কমিচনাৰসকলক উবৰি, চেইণ্ট হেলেনাত যি কেৰামতালি, মইমতালি দেখুৱাইছিল, মন্ত্ৰীৰ উদগনি আৰু আস্কাৰা নোপোৱা হ'লে যে তেনে কৰ্মাহি মাৰিবলৈ সাহ নকৰিলেহেঁতেন সেই কথা বুজিবলৈ সৰহ পৰ নালাগে।

চেইণ্ট হেলেনালৈ যাত্ৰা কৰাৰ আগত ব্ৰিটিছ পৰৰাষ্ট্ৰ মন্ত্ৰী লৰ্ড কাচল্‌ৰেয়াক দেখা কৰিবলৈ যাওঁতে চাৰ হাড্চনে কৈছিল যে চেইণ্ট হেলেনাত থকা ব্ৰিটিছ সেনাই বিদ্ৰোহ নকৰিলে নাপলেয়ঁ ভাৰপৰা পলোৱাৰ কোনো সম্ভাৱনা তেওঁ নেদেখে। থলৰ সেনাই বিদ্ৰোহ কৰিলেও, দ্বীপটোৰ চৌপাশে জলৰ সেনা ঠাহ খাই আছিল। থলৰ

আৰু জলৰ দুয়ো ভাগ ইংৰাজ সেনাৰ মাজত একে সময়তে বিদ্ৰোহৰ সৃষ্টি কৰা কাৰ্য্য নাপলেয়ঁৰ পক্ষেও যে দুৰূহ আছিল সেই কথা লাট বাহাদুৰে নিশ্চয় বুজিছিল।[৫১৯] গতিকে কেউপিনে চিপাহীৰ এখন জাল নতৰি, নাপলেয়ঁ আৰু তেওঁৰ লগৰীয়াসকলক গোটেই দ্বীপটোত মুকলিমূৰীয়াকৈ ফুৰিব চাকিবৰ সুবিধা দিয়া হ'লে মহাভাৰত অশুদ্ধ ন'হলহেঁতেন , নাপলেয়ঁয়ো আৰু কেইদিনমান হয়তো আয়ুস পালেহেঁতেন।

এনে স্থলত, চেইণ্ট হেলেনাত ভৰি দিয়েই এনেবোৰ অত্যপালি আৰম্ভ কৰাৰ উদ্দেশ্য কি হ'ব পাৰে চাৰ হাড্‌চন্ ল' আৰু নজনা জনৰ বাহিৰে সেই কথা আনে বুজা সম্ভব নহয়।[৫২০] গভৰ্নৰে জাৰি-কৰা আইন-কানুন বিলাক ব্ৰিটিছ চৰ্কাৰৰ নিৰ্দেশ মতে জাৰি কৰা আইন-কানুন নাছিল , সেই বিলাক আছিল লাটবাহাদুৰৰ নিজৰ উৰ্বৰ মস্তিষ্কপ্ৰসূত অনুশাসনহে।

---

৫১৯ To enable him to escape, a mutiny would have to involve the squadron as well as the garrison This would have been too much of a feat even for him (Napoleon) to accomplish Korngold

৫২০ The main object of the coalesced powers was that under no circumstances should Napoleon escape from confinement and trouble the world again So they chose the most remote island that they could think of and converted it laboriously to a great fortress Before leaving England he (গভৰ্নৰ) had avowed to Lord Castlereagh that he saw no possible prospect of escape for Napoleon but by a mutiny of the garrison It is thus evident that escape was impossible, and if the Governor were to permit it, the guardian of the sea would prevent it

Surely then Napoleon might have been allowed to keep himself in health by riding over this barren rock without the accompaniment of a British officer Rosebery

গভর্নৰৰ এই আদেশ-নির্দেশ বিলাকৰ ফলত এক অদ্ভুত পৰিস্থিতিৰ সৃষ্টি হৈছিল। জেনেৰেল বেঁত্ৰাৰ লগুৱাটোৰ এবাৰ অসুখ হওঁতে ডাক্তৰ অ'মিয়াৰাই এবতল দৰব পঠাই দিছিল। বতলৰ গাত আঠা দি লগাই দিয়া কাগজ ডোখৰতে, দৰব আদি খোৱা সম্বন্ধে ফৰাচী ভাষাত তেওঁ বিধান লিখি দিছিল। যিটো চিপাহীক বতলটো নি বেঁত্ৰাৰ ঘৰত দিবলৈ পঠোৱা হৈছিল, সি কাগজ ডোখৰ বাটতে ফালি পেলাই দিলে। বেচেৰাই ভাবিলে কাগজ ডোখৰেৰে সৈতে বতলটো নি দিলে, গুপুত বাতৰি নি দিছে বুলি জানোচা তাক শাস্তি দিয়া হয়। কচায়ে মঙহ দিবলৈ যাওঁতে বেঁত্ৰাৰ কম্পাউণ্ডৰ ভিতৰলৈ নোসোমায, পচুলিমুখৰপৰা মঙহ দলিয়াই দিয়ে—কিজানি মৌখিক কিবা বাতৰি নি দিয়া বুলি তাক গ্ৰেপ্তাৰ কৰোৱা হয।[৫২১]

গভর্নৰৰ কাণ্ডকাৰখানা দেখি কমিচনাৰকে আদি কৰি, চেইণ্ট হেলেনাবাসী—আনকি তেওঁৰ নিজৰ সহধর্মিনীও—স্তম্ভিত, আতঙ্কিত, ম্ৰিয়মান হৈছিল। গভর্নৰৰে প্ৰিয়পাত্ৰ ডাক্তৰ আলেকজাণ্ডাৰ বেক্‌ষ্টাৰৰ যোগেদি লেডি ল'ৱে মাদাম বেঁত্ৰালৈ বাতৰি পঠাইছিল যে গভর্নৰৰ আদেশ উলঙ্ঘা কৰি মাদামক লগ পাবলৈ যাব নোৱৰাৰ বাবে তেখেত দুঃখিত, গভর্নৰে যি বিলাক হুকুম জাৰি কৰিছে সেই বিলাকৰ বাবে তেখেত যে অকণো দাযী নহয়, সেই কথা ফৰাচীসকলে যেন বুজে, সেয়ে তেখেতৰ বাঞ্ছা। গভর্নৰৰ কাৰ্য্যকলাপে তেখেতৰ মনত দুখহে দিছে।[৫২২]

---

৫২১ Lowe's attempt to isolate the French from all intercourse with the inhabitants created a fantastic situation Korngold

৫২২ Dr Alexander Baxter says that Lady Lowe had asked him to express her regret at her inability to visit Madame Bertrand, that she wanted the French to know that she was in no way responsible for the measures the Governor was taking, and regretted them very much Korngold.

চাৰ হাড্‌চন্ ল'ৰে আহি কাৰ্য্যভাৰ লোৱাৰ পিছত চাৰ জৰ্জ ককবাৰ্নে বিদায় লৈছিল। তেওঁৰ ঠাইত অহা নতুন এড্‌মিৰেল্ চাৰ পাল্টেনি মেকমে নাপলেয়ঁক দেখা কৰিবলৈ আহোঁতে নাপলেয়ঁই কৈছিল, "চাৰ জৰ্জ ককবাৰ্ণৰ আইন-কানুনৰ তলত কোনো প্ৰকাৰে তেও আমি জীয়াই আছিলোঁ, এতিয়া খোচন-বিন্ধনত আমাৰ মৃতপ্ৰায় অৱস্থা।"[৫২৩]

এই দুখৰ কাহিনীৰ এটা হাঁহি উঠা দিশো আছে। যিজন মানুহ পলোৱাৰ ভয়ত লাট বাহাদুৰে টোপনি বঞ্চিছিল, সেইজনে কিন্তু কোনো দিনাও পলোৱাৰ কথা ভবা নাছিল। তেওঁৰ লগৰীয়াসকলে পলোৱাৰ প্ৰস্তাৱ যে কেইবাবাৰো দিয়া নাছিল এনে নহয়, কিন্তু তেনে প্ৰস্তাৱক কোনো দিনা তেওঁ আমোল দিয়া নাছিল, পৰিষ্কাৰকৈ কৈ দিছিল যে পলোৱাৰ কোনো প্ৰস্তাৱ তেওঁ অনুমোদন নকৰে। মঁথলঁ আৰু বেঁত্ৰাঁ দুয়ো তেওঁলোকৰ ডায়েৰীবহীত সেই কথা লিখি থৈ গৈছে। এদিন তেওঁলোকে নাপলেয়ঁক পলুওৱাৰ ফন্দী এটা আলোচনা কৰি আছিল। নাপলেয়ঁই কিতাপ এখন হাতত লৈ কাণ-সৰালি মাৰি শুনি আছিল। লগৰীয়াসকলে কথাটো পাৰিলত সৰত কাণ দি তেওঁ বুৰঞ্জীমূলক অভিধান এখন চাবলৈ বিচাৰিলে।[৫২৪]

---

৫২৩ He said to Sir Pulteny Malcolm (Cockburn's successor) "It was possible to live under the regulations of Sir George Cockburn, but now we are tortured by pinpricks to death" Korngold

৫২৪ "Napoleon declared that he would refuse to have anything to do with a project of escape" Quoted by Rosebery from Montholon's Diary

Bertrand says that the actual conditions made escape impossible, and explicitly states that Napoleon never formed any such plan A plan of escape is submitted to the Emperor He listens without interest and calls for the Historical Dictionary Rosebery

বিয়' দি জেনেইবৰ পৰা ছুজন ডেকা নাৱিক পানীৰ তলেদি যাব পৰা এখন জাহাজেৰে তেওঁক পলুৱাই নিবলৈ চেইণ্ট হেলেনালৈ এবাৰ আহিছিল। ইংৰাজৰ জাহাজৰে কেপ্তেইন ছুজনেও পলুৱাই নিয়াৰ প্ৰস্তাৱ ছুবাৰ দিছিল। ছুয়োবাৰ তেওঁ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিছিল। ইংৰাজৰ জাহাজৰে আৰু এজন কেপ্তেইনৰ সৈতে লগ লাগি মঁথলঁই আমেৰিকালৈ পলুৱাই নিয়াৰ পানী নসৰকা এটি প্ৰস্তাৱো এবাৰ আগ বঢ়াইছিল। তালেপৰ ভাবি-গুনি, লগৰীয়াসকলৰ মতামত লৈ, কেউজনৰে মতৰ বিৰুদ্ধে, তেওঁ কৈছিল, "ইয়াত মই হাড় পেলোৱাইহে সকলোতকৈ মঙ্গলজনক কাম হ'ব। ইয়াতে মই শ্বহীদ হ'লে, জীয়াই থাকে যদি, মোৰ ল'ৰাই এদিন তাৰ প্ৰাপ্য পাব।"

আশা বৈতৰণী নদী। বেচেৰা নাপলেয়ঁই জীৱনৰ শেষ দিনলৈকে তেওঁৰ ল'ৰা সিংহাসনত বহাৰ সপোন দেখিছিল।

পলাবলৈ মন কৰা হ'লে পলাব যে তেওঁ পাৰিলেহেঁতেন সেই বিষয়ে সন্দেহ নাই। কাৰণ চেইণ্ট হেলেনাত থকা গোটেইবোৰ ইংৰাজ সেনাৰে তেওঁৰ প্ৰতি সম্পূৰ্ণ সহানুভূতি আছিল। থলৰ সৈন্য বাহিনীৰ মাজত বিদ্ৰোহ ঘটাব খোজা হলেও কিজানি তেওঁ ঘটাব পাৰিলেহেঁতেন। কিন্তু তলসুৰুকীয়া যি কোনো কামকে নাপলেয়ঁই ঘিণাইছিল—তেনেবোৰ কথা তেওঁৰ ধাতে নসহিছিল।[৫২৫] লগৰীয়া সকলে পলোৱাৰ কথা উলিয়াওঁতে একাধিকবাৰ তেওঁ উত্তৰ দিছিল: চেইণ্ট হেলেনাতে হাড় পেলোৱা মোৰ কপালত লিখা আছে। ইয়াতে মই মৰিব লাগিব—অৱশ্যে, ফ্ৰান্সে যদি মোক আকৌ বিচাৰে, তেতিয়াহ'লে বেলেগ কথা।"

কিন্তু তিনি বছৰমানৰ পিছত যেতিয়া ফ্ৰান্সত পুনৰ বিপ্লৱৰ অগনি জ্বলি উঠিছিল, ফ্ৰান্সে তেওঁক ঘূৰাই নিবলৈ দাবী কৰাৰ

---

৫২৫ That, if given the freedom of the island, Napoleon *could* have incited a rebellion is possible, that he *would* have done so is highly improbable Korngold

সম্ভাৱনাই দেখা দিছিল, তেতিয়া লগৰীয়াসকলে সেই কথা উলিয়াওঁতে কৈছিল, "এতিয়া মই ঘূৰি গলে ফ্ৰান্সৰ কি উপকাৰ হ'ব ? আকৌ মই যুদ্ধ কৰিব লাগিব নেকি ? সেই বয়স এতিয়া আৰু মোৰ নাই। পুনৰ গৰিমা অৰ্জন কৰিম গৈ নে কি ? গৰিমা অৰ্জন কৰি মোৰ ভোক গুচিল, আৰু নালাগে। আৰু পোন্ধৰ বছৰ এই অৱস্থাতে জীয়াই থাকিব লগা হ'লেও ইয়াতে থকাই হে মোৰ ল'ৰাৰ প্ৰতি মঙ্গলদায়ক কাম কৰা হ'ব।"[৫২৬]

তেওঁৰ জীৱনৰ শেহৰ ছমাহৰ ভিতৰত পলোৱাৰ প্ৰস্তাৱ আকৌ তুৰাৰ আগবঢোৱা হৈছিল। তেতিয়া তেওঁৰ স্বাস্থ্য তেনেই ভাগি

---

৫২৬ (ক) England considers it wise to increase the garrison from two hundred to three thousand men, in order to keep guard *on one individual,* although the cost of troops in St Helena is £320,000 a year Still there are possibilities (of escape), for the soldiers are wholeheartedly on his side There he stands, he has not been captive a year as yet, passably well in health, athirst for action, goaded by the pinpricks of a mighty government and a puny governor Before him opens the possibility of escape, with the aid of English offiers Napoleon listens, he questions, he is silent again Then "Decline the offer " I may have another fifteen years of life, but I am doomed to die here—unless France should summon me " (But when on the outbreak of fresh revolts in Paris, his companions mention the possibility of France demanding his return, he concedes the point, adding, "But what can they hope from my return? That I should again conduct wars ! I am too old That I should seek for fresh glories ? I am sated with them It will be much better for my son that I should stay here My martyrdom will give the crown to my son, if he lives " E L

৫২৬ (খ) To all proposals of escape he said, "It is best for my son that I should remain here If he lives, my martyrdom will restore the crown to him" Rosebery

পৰিছিল। পলাবলৈ মন কৰা হ'লেও থিয় গৰাইদি চুচৰি নামি গৈ নিশাৰ আন্ধাৰত নাৱত কিছু দূৰ গৈ জাহাজত উঠাৰ শাৰিৰীক শক্তিয়েই তেওঁৰ তেতিয়া নাছিল।

চেইণ্ট হেলেনাত থকা কালছোৱাৰ শেহৰ পিনলৈ নাপলেয়ঁৰ শৰীৰৰ দেখিলে দুখলগা যি অৱস্থা হৈছিল, সেই অৱস্থাৰ কথা বৰ্ণাই লৰ্ড ৰ'জবেৰীয়ে কৈছে, "ব্ৰিটিছ গভৰ্নমেণ্ট আৰু চাৰ হাড্চন্ ল'ৰ মতে এইজন মানুহেই ( অৰ্থাৎ শৰীৰৰ সেই অৱস্থাত ) দুৰ্গম এটা পৰ্বতেদি তললৈ চুচৰি নামি গৈ, সৰ্বত্ৰস্থিত চিপাহী-চন্তৰীযে নেদেখাকৈ, নাশ্ৰুত-নাভূত কিবা উপায়েৰে যুদ্ধৰ জাহাজবোৰৰ মাজেদি কেনেবাকৈ সৰকি আহি আকৌ পৃথিবীৰ শান্তিভঙ্গ কৰাৰ সম্ভাৱনা আছিল।[৫২৭]

দ্বীপটোৰ মাজত মুকলিমূৰীয়াকৈ তেওঁক ফুৰিব চাকিবলৈ দিয়া হ'লে জীৱনৰ অন্তিম কাল-ছোৱাত মানুহজনে অন্ততঃ অকণমান শান্তি পালেহেঁতেন, কিন্তু লৰ্ড বেথাৰ্ষ্ট আৰু চাৰ হাড্চন্ ল'ৰ মাজত উদাৰতা বিচাৰিবলৈ যোৱাটো পৰ্বতত কাছকনী বিচৰাৰ নিচিনা কথা হে হ'ব। চাৰ হাড্চন্ ল'ৰ মগজত দিনে নিশাই ঘূৰিছিল নাপলেয়ঁক জীয়াতে পুৰি মৰাৰ ন ন বুধি। সেই মস্তিষ্কৰ মাজলৈ

৫২৭ And this is the man, who in the opinion of the British Government and Sir Hudson Lowe was likely to glide down an inaccessible rock, unperceived by ubiquitous sentries, and in some un-explained manner, pass vigilant vessels of war, in order once more to disturb the peace of the world Had he effected the impossible and escaped he could never have seriously disturbed the world again

But it was impossible for him to escape Even had he been allowed to range over the whole island, had all the sentries been removed, it was out of the question for him, in his physical condition to leave the island without the connivance of the governor *Napoleon himself never conceived, or even thought of escape* Rosebery,

উদাৰতাৰ ভাব সোমায় কোনটো সৰুভাইদি? তেওঁৰে দৰে গোলামৰে খাঁজে-খোপে খোৱা মুনিবো আছিল লৰ্ড বেথাষ্ট। এটা উদাহৰণ দিলে সেই কথা পৰিষ্কাৰ হব।

লংউডত এন্দুৰৰ উৎপাতৰ কথা লৈ নাপলেয়ঁই কাৰো ওচৰত কোনো দিনা ওজৰ আপত্তি দিবলৈ যোৱা নাছিল। তথাপি নাপলেয়ঁ যেতিয়া মৃত্যুশয্যাত তেতিয়া লৰ্ড চাহাবে লংউডত এন্দুৰৰ উৎপাতৰ কথা লৈ ৰগৰ কৰি তেওঁৰ প্ৰিয ভৃত্যলৈ লিখিছিল কি?—"ক্ষমতাৰ পৰা স্খলিত নেতা এজনে এন্দুৰৰ কথা লৈ ওজৰ আপত্তি দিয়াটো বৰ হাঁহি উঠা কথা।" "মোৰ বিশ্বাস তেওঁৰ চাকৰ-বাকৰৰ গাফিলতিৰ ফলতে এন্দুৰৰ সংখ্যা বাঢ়িছে। চাকৰ-বাকৰক প্ৰশ্ৰয় দিয়া তেওঁৰ অভ্যাস আছে। জেনেৰেল বনাপাৰ্তৰ সঁচাকৈয়ে যদি গা বেয়া তেন্তে তেখেতক জনাব যে আমাৰ স্বৰ্গদেৱে (ইংলণ্ডৰ ৰজা চতুৰ্থ জৰ্জ), তেখেতৰ নৰিয়াৰ কথা শুনাৰে পৰা, সেই বিষয়ে খবৰ-বাতৰি লৈ আছে।"

লৰ্ড চাহাবৰ এই ৰসাল চিঠিখন তেওঁৰ প্ৰিয় শিষ্যৰ হাতত আহি পৰাৰ আগতে নাপলেয়ঁই জানিবা লৰ্ড বেথাষ্ট আৰু চাৰ হাড্‌চন্ ল'ৰে ঢুকি নোপোৱা অজান পুৰীত পৰম্পদ লাভ কৰিছিল। সকলো কথাৰে বোলে একোটা সীমা থাকে, কিন্তু দেখা যায়, মানুহৰ নীচতা, ইতৰামি—অমাৰ্জিত ভাষাত যাক বোলা হয় ছোটলোকামি—অসীমিত।[৫২৮]

---

৫২৮ Bathurst seems to have been in all respects as worthy of Lowe, as Lowe of Bathurst, and to both there was a common standard of taste Take the following specimen Rats are the curse of St Helena, and on this subject the Secretary of State writes to the Governor "There is something so ludicrous in a fallen leader's complaint on such a subject I have reasons to believe that the increase in the number of rats is owing to the negligence of his servants in which he is very willing to encourage→

নাপলেয়ঁক গোটেই দ্বীপটোত মুকলিমূৰীয়াকৈ ফুৰিবলৈ দিয়া হলে, তেওঁ পলোৱাৰ আৰু ব্রিটিছ সাম্রাজ্য বিপন্ন হোৱাৰ আশঙ্কা যে নাছিল, সেইটো চাৰ হাড্‌চন্ ল'ই নুবুজাৰ কথা নহয়। তেওঁৰ আদেশ-নির্দেশ বিলাক অর্থহীন, অপুদ্দযাত আছিল বুলি স্বয়ং লর্ড ৱেলিংটনেও কৈছিল।[৫২৯] তথাপি দিনক দিনে শাসনৰ বান্ধ কটকটীয়া কৰাৰ একমাত্র উদ্দেশ্য নাপলেয়ঁৰ জীৱন দুর্বিসহ কৰাৰ বাহিৰে আন কি হ'ব পাৰে?

---

←them" We cannot call to mind any complaint of Napoleon's on the subject though his house was overrun by these disgusting vermin

When Napoleon is dying, Bathurst touches a note which is almost sublime "If he be really ill you will communicate to General Bonaparte the great interest His Majesty has taken in the recent accounts of his indisposition"

Fortunately, before this precious effusion was received at St Helena, the prisoner was where the sympathy of George IV, strained through Bathurst, could not reach him

The whole correspondence is sordid and pitiful enough—a humiliating compound of meanness and panic Rosebery

৫২৯ When Hon'ble Creevy, former whip of the Whig party in parliament, asked Wellington in 1818 what he thought of the means employed by the Government to insure the safe-keeping of Napoleon, the duke replied "As for the means of keeping him there, there never was anything more absurd I know the island of St Helena well As for Lowe, he is a damned fool" Korngold কিন্তু নাপলেয়ঁক কেউফালে অনবৰত চিপাহী চকীয়াৰে বেৰি থোৱা উচিত হৈছেনে নাই সেই প্রশ্ন উঠোতে এইজন মহামান্য ডিউক ডাঙৰীয়াই আকৌ কৈছিল "I don't know, Bonaparte is so damned intractable a fellow, there is no knowing how to deal with him (J M Thompson)

গভৰ্ণৰৰ প্ৰাণত যথাৰ্থ ভয় সোমাইছিল আন এটা কাৰণত— ইংৰাজ চিপাহীৰ সহযোগিতাত চেইণ্ট হেলেনাৰ বাসিন্দাই কিজানি বিদ্ৰোহ কৰি নাপলেয়ঁক মোকোলাই দিয়ে। জেইম্‌চ্‌টাউনৰ এটি সাধাৰণ বনুৱাই এদিন এজনক কৈছিল, "তেওঁক ইয়াৰ পৰা মোকলোৱাৰ বাবে লাগিলে পাঁচ পাউণ্ড যদি মই নিদিওঁ, মোৰ নামেৰে কুকুৰ পুঁহিবা।" এই কথা গভৰ্ণৰৰ কাণত গৈ পৰিছিল।[৫৩]

ইংলণ্ডৰ পৰা ভাৰতলৈ অহাযোৱা কৰা জাহাজত, এসময়ত ভাৰতৰ গভৰ্ণৰ জেনেৰেল লৰ্ড এমহাৰ্ষ্টকে আদি কৰি, ভালেমান গণ্যমান্য ইংৰাজ নাপলেয়ঁক লগ পাবলৈকে চেইণ্ট হেলেনালৈ গৈছিল, আৰু যেয়ে তেওঁক লগ পাইছিল, সেয়ে শ্ৰদ্ধাত মূৰ দোৱাঁই, লংউডৰ পৰা উলটি আহি দহথন মুখেৰে তেওঁৰ গুণ গাইছিল। ৰোয়ালিস্ত দলৰ ফৰাচী কমিচনাৰ মঁশেনুৱে এই বিষয়ে গভৰ্ণৰক কৈছিল, "নাপলেয়ঁৰ ওচৰ পালেই দেখোন সকলো বিমোহিত হয়। মই গভৰ্ণৰ হোৱা হ'লে, বাহিৰৰপৰা অহা মানুহ কাকো লংউডলৈ যাবলৈ অনুমতি নিদিলোহেঁতেন, যেয়ে তালৈ যায় ভক্তিত গদগদ হৈ ওলটে আৰু সেই ভাবকে তেওঁলোকে ইউৰোপলৈ লৈ যায়, আমাৰ পক্ষৰপৰা চাবলৈ গ'লে সেই কথা সুবিধাজনক নহয়।" ৰুচ্‌ কমিচনাৰ বালমেইনে লিখিছিল, "সকলোতকৈ আচৰিত কথা এই যে মানুহজন এতিয়া সিংহাসনচ্যুত, বন্দী, তেওঁৰ কেউপিনে চিপাহী চন্তৰী, পহৰাদাৰ, তত্ৰাচ যেয়ে তেওঁৰ কাষ চাপে সেয়ে তেওঁৰ প্ৰাধান্যৰ প্ৰভাৱ অনুভৱ নকৰাকৈ নোৱাৰে। চেইণ্ট হেলেনাত যেনিয়েই চোৱা যায় তেনিয়েই তেওঁৰ প্ৰভুত্বৰ নিদৰ্শন দেখিবলৈ পোৱা যায়। ফৰাচীসকলে তেওঁৰ চকুলৈ চাব

---

৫৩ Lowe's main fear was mutiny, because people loved Napoleon A working man in Jamestown said, 'Damn me, if I would mind giving five pounds to assist in getting him off " Korngold

নোৱাৰে, অকণমান তেওঁৰ সেৱা কৰিবলৈ পালেই তেওঁলোক নথৈ সুখী। ইংৰাজসকলে ভয়ে ভয়েহে তেওঁৰ ওচৰ চাপে। কৰ্তৃপক্ষৰ বিষয়াসকলে তেওঁৰপৰা এষাৰ মুখৰ মাত পালে, বা এবাৰ তেওঁলোকৰ পিনে তেওঁ চালে নিজকে ধন্য মানে। নিজৰ সমানৰ এজনৰ দৰে তেওঁৰ লগত ব্যৱহাৰ কৰাৰ শক্তি কাৰো নাই।"

এই বিপদৰ উপৰিও আন এক বিপদ গভৰ্নৰৰ চকুত পৰিছিল। লগত ইংৰাজ বিষয়া নাথাকিলেও, নাপলেয়ঁক ফুৰিব চাকিবলৈ বাৰ মাইল পৰিধিৰ যিটো বেষ্টনী বান্ধি দিয়া হৈছিল, সেই বেষ্টনীৰ দাঁতিয়ে-কাষৰে ভালেমান মধ্যবিত্ত ইংৰাজ পৰিয়াল আৰু সাধাৰণ কৃষক-বনুৱা বাস কৰিছিল। নাপলেয়ঁই ফুৰিবলৈ যাওঁতে একোজনৰ ঘৰত 'গৈ থন্তেক জিৰায়, কথা-বতৰা পাতে। যাৰে ঘৰতে গৈ তেওঁ বহক লাগে, ঘৰৰ গিৰিহঁত, তিৰোতা, ল'ৰাছোৱালী সকলোৱে আনন্দত উত্ৰাৱল হৈ, 'সম্রাট' বুলি সম্বোধন কৰি, আথেবেথে তেওঁক বহুৱাই, আদৰ অভ্যৰ্থনা জনায়। দুখীয়া নিচলা মানুহ লগ পালে তেওঁ দুই এটকা দিয়ে। তেওঁৰ মৰমিয়াল সৰবৰহী স্বভাৱ আৰু অমায়িক ব্যৱহাৰে সকলোকে মোহে।[৫৩১]

৫৩১ There was indeed once source of peril, of which both Lowe and the French Commissioner were well aware, and against which it was difficult to guard the personal fascination exercised by the captive Montchenu constantly deplores the ominous fact "Every one" he says, "leaves Napoleon's presence in a state of great enthusiasm" "Were I you" said the Marquis to the Governor, "I would not allow a single stranger to visit Longwood, for they all leave in a transport of devotion, which they take back to Europe, and which is not to our advantage" "What is most astonishing" says the Russian Commissioner, "is the ascendancy this man, dethroned, a prisoner, surrounded by guards and keepers, exercised on all who came near him Every-→

এনেবোৰ অশোভনীয় কথা লাট' বাহাছুৰে সহ্য কৰি থাকে কেনেকৈ ? ছমাহ মুৰ ঘমাই তেওঁ তাৰ প্ৰতিকাৰ আৱিষ্কাৰ কৰিলে। ৯ অক্টোবৰৰ দিনা ( ১৮১৬ ) এক অনুশাসন জাৰি কৰি নাপলেয়ঁ আৰু তেওঁৰ লগৰীয়াসকল ব্ৰিটিছ বিষয়া লগত নোলোৱাকৈ ফুৰিব পৰা পৰিধিটো তাকৰাই আঁঠ মাইল পৰিধিৰ নতুন এটা বেষ্টনী বান্ধি দিয়া হ'ল। ওপৰত উল্লেখ কৰা ঘৰবিলাক এই বেষ্টনীৰ বাহিৰে পৰিল, ফুৰিবলৈ ওলাওঁতে কাৰো লগত নাপলেয়ঁই কথা বতৰা পাতিব নোৱৰা হ'ল। এই হুকুমৰ লগতে আন কেতবিলাক উৎকট হুকুমো লাট চাহাবে জাৰি কৰিছিল। সেই বিলাক আদেশ নিৰ্দেশৰ সন্দৰ্ভত এই বিষয়ে পিছত অলপ বহলাই কোৱা হ'ব।[৫৩২]

ইমান দিনে নাপলেয়ঁ আৰু তেওঁৰ লগৰীয়াসকলৰ পিছত ৰিপুৰা মেলিয়েই লাট চাহাব ক্ষান্ত আছিল, এতিয়াৰ পৰা চেইণ্ট হেলেনাৰ সকলো বাসিন্দাৰ, আনকি সামৰিক ইংৰাজ বিষয়া সকলৰ পিছতো, ৰিপুৱাই পিয়ঁা পি দি ফুৰিবলৈ ধৰিলে—নাপলেয়ঁৰ প্ৰতি কাৰ কাৰ সহানুভূতি আছে সেই কথাৰ গুং উলিয়াবৰ বাবে।

---

←thing at St Helena bears the impress of his superiority The French tremble at his aspect and think themselves too happy to serve him The English no longer approach him but with awe Even his guardians seek anxiously for a word or a look from him No one dares to treat him as an equal "

These alarming facts were coupled with the no less alarming good nature of the captive He would go into a cottage, sit down and chat with the people, who would receive 'Sir Emperor' with awful joy He would talk to slaves and give them money Rosebery

৫৩২(ক) The Governor was frightened out of his wits at this new and indefinable menace to the security of the island, so he at once, retrenched the boundaries so that no cottage should be within them Sir Walter Scott

৫৩২ (খ) What weapon had a man like Lowe against a man like Napoleon ? None except to keep him as isolated as possible Korngold

## ৬২

গভৰ্নৰ খিতাপধাৰী অকালকুষ্মাণ্ড অজামিলটোৰ ওভংগোৰে নাচন দিয়াৰ কোব দোপত দোপে চৰি যাবলৈ ধৰিলে। চাৰিং ৰজাৰ ( Prince Regent ) জন্মবাৰ্ষিকীৰ দিনা ৰাজভৱনত সান্ধ্য ভোজনৰ যো-যা কৰা হৈছে। তালৈ জেনেৰেল বনাপাৰ্তক গভৰ্নৰে নিমন্ত্ৰণ জনালে। বঙ্গদেশৰ গভৰ্নৰৰ সহধৰ্মিনী লেডি লাউডন্ গভৰ্নৰৰ ঘৰত তেতিয়া আলহী হৈ আছেহি। তেখেতক লগ পাই কৃতাৰ্থ হ'বলৈকো 'জেনেৰেল বনাপাৰ্ত'ক আমন্ত্ৰণ জনোৱা হৈছিল। ৱটাৰ্লু'ৰ যুদ্ধৰ প্ৰথম বাৰ্ষিকীৰ দিনা ( ১৮ জুন, ১৮১৫ ) লংউডৰ কাষতে নাপলেয়ঁই দেখাকৈ গভৰ্নৰে সৈন্য বাহিনীৰ চেলামি ল'লে। তালৈকো জেনেৰেল বনাপাৰ্তক যে নিমন্ত্ৰণ দিয়া নাছিল, সেইটোহে আচৰিত কথা। লংউডলৈ বাতৰি-কাকত যোৱা নিষেধ, কিন্তু নাপলেয়ঁৰ কেতবোৰ ব্যঙ্গচিত্ৰ ওলোৱা বাতৰি কাকত এখন তডাতৈয়াকৈ তেওঁ জেনেৰেল বনাপাৰ্তক দেখুৱাবলৈ, বেঁত্ৰ্াালৈ পঠাই দিছিল। উত্তৰত, নাপলেয়ঁই বেঁত্ৰ্াাক আদেশ দিলে যে গভৰ্নৰৰ পৰা 'জেনেৰেল বনাপাৰ্ত' বুলি সম্বোধন কৰা চিঠি আহিলে, লেফাফা নোখোলাকৈয়ে চিঠি ওভোতাই পঠাব। নাপলেয়ঁৰ এই আদেশৰ ফলত এক অচল অৱস্থাৰ সৃষ্টি হৈছিল। গভৰ্নৰৰ কিবা আদেশ-নিৰ্দেশ পঠাবলগীয়া থাকিলে, লিখিত আদেশ নাপলেয়ঁৰ হাতত পৌছাব নোৱৰা হৈ, জুৰুৰী কথা থাকিলে লাটচাহাব নিজেই আহি জেনেৰেল বেঁত্ৰ্াাৰ ঘৰত হাজিৰ হ'বলগীয়া হয়।

ডাক্তৰ অ'মিয়াৰাই নাপলেয়ঁৰ স্বাস্থ্য সম্বন্ধে দৈনিক ইতলা ( ৰিপৰ্ট ) গভৰ্নৰলৈ পঠোৱাৰ নিৰ্দেশ আছিল। নাপলেয়ঁই ডাক্তৰক

কাৰণে, যদি তেওঁ নাপলেয়ঁৰ চিকিৎসক হৈ থাকিব লাগে, 'জেনেৰেল বনাপার্ত' বুলি তেওঁৰ কথা লিখিব নোৱাৰিব, হয় 'সম্রাট', নাইবা 'ৰোগী' বুলি লিখিব লাগিব। অবৈয়াল গভর্নৰে ৰোগী বুলি লিখিলেও নামানে, ছাগলৰাম্ব দি ধৰিলে, 'জেনেৰেল বনাপার্ত' বুলি লিখিবই লাগিব।- এই কথা লৈয়ে ডাক্তৰ অ'মিয়াৰা আৰু গভর্নৰৰ মাজত খকাখুন্দা আৰম্ভ হয়। ক্ৰমে দুয়োৰো চকুৱে চকুৱে নপৰা হৈ, হুৰহুৰৰ মূৰত অ'মিয়াৰাই চেইণ্ট হেলেনাৰপৰা তো খেদা খালেই, চাকৰিৰ পৰাও খেদা খাইছিল।

মাননীয় হব্‌হাউচ্‌ ( পিছত লর্ড ব্ৰাউটন ) নাপলেয়ঁৰ গুণমুগ্ধ ভক্ত আছিল। নাপলেয়ঁ এবাৰপৰা ঘূৰি অহাৰ দিনৰপৰা ৱটাৰ্লুৰ যুদ্ধলৈকে সেই সময় ছোৱাৰ ( The Hundred Days ) বিৱৰণ দি তেওঁৰ বন্ধু লর্ড বাইৰনলৈ লিখা কেতবোৰ চিঠি গোটাই, কিতাপৰ আকাৰত প্ৰকাশ কৰি, পুথিখন তেওঁ নাপলেয়ঁৰ নামত উচর্গা কৰিছিল। উচর্গা পত্ৰত লেটিন ভাষাত লিখা আছিল Imperatori Neapolioni ( সম্রাট নাপলেয়ঁলৈ )। পুথিখনৰ নকল এটা তেওঁ গভর্নৰৰ জৰিয়তে নাপলেয়ঁলৈ উপহাৰ স্বৰূপে পঠাইছিল। যিহেতু কিতাপখনত নাপলেয়ঁক 'সম্রাট' বোলা হৈছিল, সেই কাৰণে লাট-বাহাদুৰে কিতাপখন জব্দ কৰিলে—নাপলেয়ঁলৈ নপঠালে। নাপলেয়ঁৰ জীৱিতাৱস্থাতে 'সম্রাট নাপলেয়ঁৰ' নামত উচর্গা কৰা শত-সহস্ৰ পুথি ওলাইছিল। সেই সকলোবোৰ যে লাটবাহাদুৰে জব্দ কৰাৰ চেষ্টা চলোৱা নাছিল, সেই কেৱা তেখেতৰ ডাঙৰ অনুগ্ৰহ বুলিব লাগিব।[৫৩৩]

মাননীয় জন এলফিন্‌ষ্টনৰ ( এসময়ত বোম্বাইৰ গভর্নৰ ) ভায়েকক কাত্‌ৰ্‌ব্ৰাৰ যুদ্ধৰ অন্তত মৰোঁ মৰোঁ অৱস্থাত যুদ্ধক্ষেত্ৰত

৫৩৩ There were hundreds of books published during Bonaparte's reign dedicated to the Emperor Napoleon Lowe, however, considered the inscription a sufficient reason for non-delivery . Korngold

পৰি থকা দেখা পাই নাপলেয়ঁই তেওঁৰ তত্ত্বাবধান লোৱাৰ কলত তেওঁৰ জীৱন ৰক্ষা পৰিছিল। সেই কথা সুঁৱৰি কৃতজ্ঞতাৰ চিন স্বৰূপে চীন দেশৰ পৰা এল্‌ফিন্‌ষ্টনে দুবাকচ বহুমূলীয়া, আপুৰুগীয়া চীনা সামগ্ৰী ( curios ) নাপলেয়ঁলৈ পঠাইছিল। তাত হাতীৰ দাঁতৰ কাৰুকাৰ্য্য কৰা দাবা খেলৰ গুটিও এবাকচ আছিল। প্ৰত্যেক গুটিতে N আখৰটোৰ ওপৰত সম্ৰাটৰ মুকুত এটা খোদাই কৰাই দিয়া হৈছিল। গভৰ্ণৰৰ মানত সেইটো ভাওৰ অগৰৰ কথা—দেশদ্ৰোহিতা। গতিকে বস্তুটো নাপলেয়ঁলৈ পঠোৱা হ'ব নে নহয়, সেই সম্বন্ধে তেওঁ সচিবসকলৰ পৰামৰ্শ বিচাৰিলে। কোনে কি পৰামৰ্শ দিছিল ক'ব নোৱাৰি, কিন্তু মাননীয় এল্‌ফিন্‌ষ্টন আছিল ইংলণ্ডৰ ক্ষমতাশালী বংশৰ সন্তান। গতিকে নপঠালে কিজানিবা লেঠা লাগে, সাত-পাঁচ ভাবি বাকচ দুটা লংউডলৈ পঠাই দি লগতে জেনেৰেল বেঁত্ৰ্যাঁলৈ গভৰ্ণৰে লিখিলে যে নিয়মমতে বাকচ দুটা তেওঁ পঠোৱা উচিত নাছিল, তথাপি অনুগ্ৰহ কৰি পঠালে। নাপলেঁয়ই বেঁত্ৰ্যাঁৰ হতুৱাই উত্তৰ দিয়ালে যে তেওঁ কাৰো অনুগ্ৰহ বিচৰা নাই, দুয়োটা বাকচ তৎক্ষণাৎ গভৰ্ণৰে ওলোটাই লৈ যাওক। এই উত্তৰ পাই তুৰন্তে লাট বাহাদুৰে কোমল কাটি, বকলা মেলি বেঁত্ৰ্যাঁলৈ কেইবাপতীয়া এখন চিঠি লিখিলে। নাপলেয়ঁই চিঠিখনি পঢ়ি চাইছিল নে নপঢ়াকৈয়ে কটা কাগজৰ থাওলৈ দলিয়াই দিছিল সঠিককৈ ক'ব পৰা ন'গল।

এই ঘটনাই কিছুদিনলৈ চেইণ্ট হেলেনাৰ বাসিন্দাসকলক হাঁহি-থিকিন্দালিৰ মচলা যোগাইছিল। গভৰ্ণৰৰ এই কীৰ্ত্তিৰ সন্দৰ্ভত লৰ্ড ৰজবেৰীয়ে সুধিছে, নাপলেয়ঁৰ বনিয়ন আৰু জাঙিয়াতো মুকুট একো-টাৰে সৈতে N আখৰটোৰ চাব আছিল। গভৰ্ণৰে সেই বিলাক বস্তু ধুবলৈ চেইণ্ট হেলেনাৰ ধোবাক অনুমতি দিছিল কোন সৰ্ত্তেৰে ?[৩০৪]

৩০৪(ক) Bertrand added, "The Emperor will not accept favours from anybody " This was all Lowe required to→

এনে বিলাক আমনি লগোৱা, হাঁহি উঠা, মুখ-মুঁজনিৰ আপদ সাৰিবলৈ নাপলেয়ঁই গভর্নৰক জনালে যে ব্রিটিছ চর্কাৰে তেওঁক সম্রাট বুলিবলৈ বেতিয়া ভাল নাপায়, বুলিব নালাগে, কিন্তু ব্রিটিছ চর্কাৰে তেওঁক দিয়া 'জেনেৰেল' উপাধিও তেওঁ গ্রহণ নকৰে। গতিকে, তেওঁ প্রস্তাৱ দিলে যে কর্ণেল মুইৰঁ নাইবা জেনেৰেল ডুৰক[৫৩৫]—এই দুটা নামৰ যেই সেই এটা ছদ্মনাম লৈ তেওঁক চেইণ্ট হেলেনাত অজ্ঞাতবাস কৰিবলৈ দিয়া হওক।

বেঁত্র্াই নাপলেয়ঁৰ প্রস্তাৱ নি গভর্নৰক দিলত, গভর্নৰে কিছুপৰ হোঁঃ হাঁঃ কৰি হা-হুমুনিয়াহ কাঢ়ি ক'লে যে এইটো এটা অতি গুৰুত্বপূর্ণ বিষয়, ব্রিটিছ চর্কাৰৰ আদেশ নোলোৱাকৈ তেওঁ উত্তৰ দিব নোৱাৰিব। কেইমাহমানৰ মূৰত ব্রিটিছ চর্কাৰৰ উত্তৰ আহিল যে ৰজা আৰু ৰাজবংশৰ লোকেহে ছদ্মনাম লৈ অজ্ঞাতবাস কৰাৰ উদাহৰণ বুৰঞ্জীত পোৱা যায়, আন কাৰো সেইদৰে ছদ্মনাম লৈ অজ্ঞাতবাস কৰাৰ অধিকাৰ নাই। নাপলেয়ঁৰ প্রস্তাৱ গ্রহণ কৰিলে পৰোক্ষভাৱে তেওঁক 'সম্রাট' বুলি স্বীকাৰ কৰা হ'ব।

---

←set him penning page after page of argument, explanation, protest One would have thought that the safety of Europe had been endangered by the presence of crowned 'N' on ivory counters Soon the whole island was talking about the matter Court Balmain wrote to Nasselrode "His conduct towards them is a little crazy even the English are beginning to say so" Korngold

৫৩৪(খ) We feel tempted to ask if Napoleon's linen, marked as it was with the objectionable cypher was admitted to the honours of the island laundry Rosebery

৫৩৫ কর্ণেল মুইৰঁই আৰ্কলাৰ যুঁজত নাপলেয়ঁৰ গাৰে এজাই হিলৈৰ গুলি আহোঁতে নিজক বিসর্জন দি তেওঁক ৰক্ষা কৰিছিল। জেনেৰেল 'ডুৰক' নপালেয়ঁৰ অন্তৰঙ্গ বন্ধু আছিল। (১ম খণ্ড, ৫১ পৃষ্ঠা চাওক।)

ব্ৰিটিছ চৰকাৰৰ এই যুক্তিৰ অৰ্থ হৃদয়ংগম কৰা সহজ নহয়। লিখক, পৰিব্ৰাজক, চোৰ, ডকাইতেও ছদ্মনাম লোৱাৰ সাতজুতলীয়া উদাহৰণ বুৰঞ্জীত পোৱা যায়। মাথোন নাপলেয়ঁহে সেই অধিকাৰৰ কেনেকৈ অলায়ক হ'ল ক'ব নোৱাৰি।[৫৩৬] ব্ৰিটিছ চৰকাৰৰ এই উত্তৰৰপৰা স্পষ্ট বুজা যায় যে তেওঁলোকৰ মনোভাৱ আছিল এনে ধৰণৰ: আমি তোমাক সম্ৰাটো নোবোলোঁ, মুইঁৰ বা ছুৰকো নোবোলোঁ, জেনেৰেল বনাপাৰ্ট বুলিলে তোমাৰ খং উঠে, গতিকে

---

৫৩৬ Napoleon offered a simple and innocent means of getting rid of what was not only a perpetual irritation, but an absolute barrier to communication, for the governor ignored all papers in which the Imperial title was used and Napoleon ignored all others

"On the subject" says Lord Bathurst, (in a letter to Lowe), of General Bonaparte's proposition, I shall probably not give you any instruction It appears harsh to refuse it, but there may arise much embarassment in formally accepting it"

We cannot conjecture the nature of the embarassment apprehended by our Colonial Secretary Forsyth, however, has been fortunate, from the resources at his command, as to divine the minister's meaning The assumption of an *incognito* is, it appears, the privilege of monarchs, and not even thus indirectly could the British Government concede to Napoleon the privilege of a monarch

This particular privilege is shared by the travelling public, and even the criminal population make use of it It would be as sagacious to refuse a country squire to be addressed as 'Sir' by the gamekeeper, because princes are so addressed, as to deny an assumed name to Napoleon, because sovereigns and others use one when they voyage as private individuals Rosebery

তোমাক আমি জেনেৰেল বনাপাৰ্টক বুলিম, তুমি কি কৰিব পাৰা চাওঁচোন।

ব্ৰিটিছ চৰ্কাৰে নাপলেয়ঁক 'সম্ৰাট' বুলিবলৈ অস্বীকাৰ কৰাৰ যুক্তি কি আছিল? গোটেই জগতে তেওঁক সম্ৰাট বুলি স্বীকাৰ কৰিছিল। শাৰ্লমাইনৰ পিছত এহেজাৰ বছৰে তেওঁতকৈ এজন প্ৰতাপী সম্ৰাটে ইউৰোপ মহাদেশত ৰাজত্ব কৰা নাছিল। সেইটো এটা বুৰঞ্জীমূলক সত্য। ব্ৰিটিছ চৰ্কাৰে তেওঁক 'সম্ৰাট' নুবুলিলেই বুৰঞ্জীৰ সোঁত উভতি ব'বনে? ব্ৰিটিছ মন্ত্ৰীৰ এটা কলমৰ খোঁচত ফ্ৰান্সৰ জাতীয় বুৰঞ্জীৰ সকলোতকৈ গৌৰৱমণ্ডিত অধ্যায়টো ফুঁতে উৰি যাবনে? সম্ৰাট অশোকক বা সম্ৰাট আকবৰক ব্ৰিটিছ চৰ্কাৰে কাইলৈ কৰ্নেল অশোক বা এডমিৰেল আকবৰ বুলিবলৈ সিদ্ধান্ত ল'লেই সেই কথা জগতে মানি ল'বনে? সিংহাসনচ্যুত ৰজাক ৰাজউপাধি ভোগ কৰি থাই থাকিবলৈ দিয়া ৰীতি ইউৰোপ মহাদেশত আৰু আন আন সভ্য জাতিৰ মাজতো বহুকালৰে পৰা চলি আহিছিল। ইংলণ্ডৰে ৰজা দ্বিতীয় জেইম্‌চক সিংহাসনচ্যুত কৰাৰ পিছত তেওঁৰ 'ৰজা' উপাধি ব্ৰিটিছ চৰ্কাৰে কাঢ়ি লোৱা নাছিল। স্পেইনৰ ৰজা চতুৰ্থ চাৰ্লচক সিংহাসনৰ পৰা গুচোৱাৰ পিছত নাপলেয়ঁই তেওঁক ৰজা উপাধি ভোগ কৰি থাকিবলৈ দি, ৰজাৰ প্ৰাপ্য সকলো সন্মান দেখুৱাই আছিল।

ফৰাচী প্ৰজাই একমত হৈ নাপলেয়ঁক সিংহাসনত বহুৱাইছিল। ইউৰোপ মহাদেশৰ ধৰ্মগুৰু স্বয়ং প'পে আহি তেওঁক সম্ৰাটৰূপে অভিষিক্ত কৰিছিল। কোনখন বিধিমতে তেনেহলে 'সম্ৰাট' উপাধিৰ ওপৰত তেওঁৰ দাবী নাথাকে বুলি ব্ৰিটিছ চৰ্কাৰে টেঁটু ফালি চিঞৰিছিল? নাপলেয়ঁই তেওঁৰ ৰাজত্বকালত বহুলোকক, 'ডিউক', 'মাৰ্কেল', 'কাউন্ত' আদি উপাধিৰে বিভূষিত কৰিছিল। সেই উপাধি বিলাকক ব্ৰিটিছ চৰ্কাৰে স্বীকৃতি জনাইছিল। নাপলেয়ঁৰে যদি

'সম্ৰাট' উপাধি পোৱাৰ অধিকাৰ নাছিল, তেন্তে তেওঁ দিয়া এই উপাধিবিলাকৰ আইনসঙ্গত ভেটি থাকিল ক'ত ?[৫৩৭]

ব্ৰিটিছ চৰ্কাৰৰ মুখপাত্ৰ চাৰ ৰ'ণ্টাৰ কটে কৈছে, "নাপলেয়ঁ প্ৰকৃত পক্ষে যি সময়ত সম্ৰাট আছিল, সেই সময়তে ব্ৰিটেইনে তেওঁক 'সম্ৰাট' বুলি স্বীকাৰ কৰা নাছিল, গতিকে তেওঁ সম্ৰাট ভঙ্গাৰ পিছত, দয়া-পৰবশ হৈ সেই উপাধিত তেওঁৰ অধিকাৰ মানি লোৱাৰ কি যুক্তি থাকিব পাৰে ?"

চাৰ ৰ'ণ্টাৰৰ এই উক্তিৰ লৰ্ড ৰজবেৰীয়ে যথাযথ প্ৰত্যুত্তৰ দিছে, তাৰ ভাবাৰ্থ হ'ল এই: চাৰ ৰ'ণ্টাৰৰ এই কথা সত্য নহয়। ১৮৩৬ চনত আৰু ১৮১৪ চনত শঁাতিয়ঁৰ বৈঠকত শান্তি স্থাপনৰ বিষয়ে আলোচনা চলাওঁতে নাপলেয়ঁক সম্ৰাট বুলি স্বীকাৰ কৰিবলৈ ব্ৰিটিছ চৰ্কাৰ সাজু আছিল। নাপলেয়ঁ এল্বাত থাকোতেও চৰ্কাৰী নথিপত্ৰত ব্ৰিটিছ চৰ্কাৰে তেওঁক সম্ৰাট বুলিয়েই সম্বোধন কৰিছিল। গতিকে, নাপলেয়ঁক সম্ৰাট বুলিলে যেতিয়া লাভৰ আশা দেখা গৈছিল তেতিয়া তেওঁক সম্ৰাট বুলিবলৈ ব্ৰিটিছ চৰ্কাৰে লাজ পোৱা নাছিল, কিন্তু যেতিয়া তেওঁক 'সম্ৰাট' বুলিলে একো লাভ হোৱাৰ আশা নোহোৱা হ'ল, তেতিয়া তেওঁক সম্ৰাট বুলিবলৈ আমাৰ খঁৰা নাকত লাজে ধৰিলে।[৫৩৮]

---

৫৩৭ We cannot ourselves conceive on what grounds it (his right to title) was disputed He had been recognised as Emperor by every power in the world except Great Britain He had been anointed Emperor by the Pope himself He had received every sanction which tradition demands In France the dukes, marshals and knights he had created were all recognised. The sovereign source of these was by implication recognized with them Rosebery

৫৩৮ What are the grounds on which the British Govern→

চাৰ হাডচন্ ল'ৰ গুণমুগ্ধ উপাসক ব্ৰিটিছ পক্ষৰ চোকা উকীল উইলিয়াম ফৰ্চাইথে কৈছে, “এই বিষয় লৈ ব্ৰিটিছ চৰকাৰে ক্ষুদ্ৰমনা সঙ্কীৰ্ণতাৰ পৰিচয় জানিবা দিছিলেই, কিন্তু নেপলিয়নে তাতোকৈ ক্ষুদ্ৰমনা, সঙ্কীৰ্ণতাৰ পৰিচয় দিয়া নাছিল নে? তেওঁৰ নাম-যশ ইতিমধ্যে চিৰস্থায়ী হৈছিল। গতিকে তেওঁক 'সম্ৰাট' বুলিয়েই

---

←ment took up so unchivalrous and undignified an attitude? They are paraded by Scott as follows

There could be no reason why Britain, in compossionate courtesy, should give her prisoner a title which she had refused to him *de jure* even while he wielded the Empire of France *de facto*

The sentence would be more accurately put thus, and then it seems to answer itself

"There could be no reason why Britain, when there was nothing to be got out of him in exchange, should give to her prisoner a title which she was perfectly ready to acknowledge, when there was something to be gained" For she had accredited Lords Yarmouth and Lauderdale to negotiate *with the Emperor* in 1806, while the imperial title and its representatives are duly set forth in the protocols of the Congress of Chatillon to which both Napoleon and the Prince Regent sent plenipotentiaries, and when but for the distrust or fatalism or madness of Napoleon, a treaty would have been signed by both

And in which capacity and to whom was Sir Neil Campbell accredited to Elba? By the protocol of April 27, 1814 Britain had recognized the sovereignty of Elba Who then was the sovereign of Elba? Was it General Bonaparte? But Sir Neil officially signed documents in which he was called "S M L'Empereur Napoleon" Rosebery

[S M = Sa Majésté = His or Her Majesty]

সম্বোধন কৰক, বা 'জেনেৰেল' বুলিয়েই কৰক, তাৰপৰা তেওঁৰ কি লাভ-লোকচান হ'লহেঁতেন ?[৫৩৯]

নাপলেয়ঁই সম্ৰাট উপাধিৰ ওপৰত কিয় খোপনি ধৰিছিল সেই কথা লৰ্ড এমহাৰ্স্টক (এসময়ত ভাৰতৰ গভৰ্নৰ জেনেৰেল) তেওঁ বুজাই কৈছিল।

১৮১৭ চনত লৰ্ড এমহাৰ্স্টক ব্ৰিটিছ চৰকাৰে চীন দেশলৈ বৰকটকীৰূপে পঠাইছিল। চীন দেশৰ ৰীতি অনুসৰি চীন সম্ৰাটৰ সমুখত মাটিত দীঘল দি পৰি সাষ্টাঙ্গ প্ৰণিপাত কৰিবলৈ তেওঁ মান্তি নোহোৱাত, চীন সম্ৰাটে তেওঁক দেখা নকৰিলে। চীন দেশৰপৰা বিলাতলৈ উলটি যাওঁতে নাপলেয়ঁক লগ পাবলৈ তেওঁ চেইন্ট হেলেনাত সোমাইছিল।[৫৪০]

জুলাই মাহৰ ১ তাৰিখে (১৮১৭) তেওঁ লংউডত উপস্থিত হ'ল। নাপলেয়ঁ ড্ৰইং-ৰুমত বহি আছিল। লৰ্ড এমহাৰ্ষ্টে কোঠাত সোমাই, সসম্ৰমে নাপলেয়ঁক অভিবাদন জনাই ক'লে, "যোৱা কুৰি বছৰে আপোনাক এবাৰ লগ পোৱাৰ হাবিয়াস মনৰ মাজতে পুঁহিছিলো, আজি সেই হাবিয়াস পূৰণ হ'ল।[৫৪১]

এঘণ্টা সময় দুয়ো কথাবতৰা পাতিলে। আন কথাৰ মাজত

৫৩৯ "But it may be said, if the British Government was mean and petty, was not Napoleon meaner and pettier ? Should he not have been above such contention What did it matter to him ? His name and fame were secure "

৫৪০ He had been sent to China as ambassador-extraordinary, but the Emperor of that country had refused to receive him because he would not agree to prostrate himself before him, as required by Chinese court etiquette

Korngold

৫৪১ On entering the drawing room, the ambassador bowed to Napoleon and said, "My great desire for the last twenty years has been to meet you" Korngold

নাপলেয়ঁই কৈছিল, "মোৰতো সকলো গ'লেই। গতিকে 'সম্রাট' উপাধিটোৰ কাৰণে মই হাবাথুৰি খাই ফুৰা নাই। মুইবঁ বা ছুবক বুলি মোক সম্বোধন কৰিবলৈ মই দিয়া প্ৰস্তাৱেই সেই কথাৰ প্ৰমাণ দিব। কিন্তু ফৰাচী জাতিৰ মোক 'সম্রাট' উপাধি দিয়াৰ স্বত্ব নাছিল, গতিকে মোৰো সেই উপাধিৰ ওপৰত অধিকাৰ নাই বুলি ব্ৰিটিছ চৰ্কাৰে যি যুক্তি দিছে, সেই যুক্তি কেৱল মোৰ প্ৰতিয়েই অপমানজনক নহয়, সমগ্ৰ ফৰাচী জাতিৰ প্ৰতি অপমানজনক কথা। সেই অপমান মই নীৰৱে মূৰ পাতি ল'লে ফৰাচী জাতিক অপমান কৰা হ'ব। ফৰাচী চৰ্কাৰৰ মোক 'সম্রাট' উপাধি দিয়াৰ অধিকাৰ নাছিল যদি 'জেনেৰেল' উপাধি দিয়াৰো অধিকাৰ নাছিল। জেনেৰেল বনাপাৰ্ত বুলি সম্বোধন কৰিলে মই অকণো বেয়া নাপাওঁ, বৰং গৰ্বহে অনুভৱ কৰোঁ। জেনেৰেল বনাপাৰ্ত হিচাপেই মই অষ্ট্ৰীয়াৰ লগত কাম্প ফৰ্মিয় আৰু লুনেভিলৰ সন্ধি-পত্ৰত, আৰু ব্ৰিটিছৰ লগত অমিয়ঁৰ সন্ধিপত্ৰত চহী দিছিলোঁ। ফৰাচী চৰ্কাৰৰে যদি মোক সেই উপাধি দিয়াৰ অধিকাৰ নাছিল, তেন্তে ব্ৰিটিছ চৰ্কাৰেনো সেই অধিকাৰ ক'ৰ পৰা পালে? ব্ৰিটিছ চৰ্কাৰে দিয়া উপাধি এটা মই গ্ৰহণ কৰিবলৈ যাম কিয়?

"যি কি নহওক, এইবিলাক অপ্ৰিয় যুক্তিতৰ্কৰ আপদ সাৰিবলৈ মই যি প্ৰস্তাৱ দিছিলোঁ, ব্ৰিটিছ চৰ্কাৰে সেই প্ৰস্তাৱ গ্ৰহণ কৰিবলৈ অমান্তি হোৱাৰ পৰা স্পষ্ট বুজা যায় যে তেওঁলোকৰ কাৰ্য্যকলাপৰ মাজত নীতিৰ কোনো কথা নাই, তেওঁলোকৰ একমাত্ৰ নীতি হ'ল মোক লঘু কৰা আৰু লগতে ফৰাচী জাতিকো অমৰ্য্যাদা কৰা।[৫৪২]

৫৪২ It was not, he (Napoleon) said, that he craved particularly for the title of Emperor, but when his right to it was challenged, he was bound to maintain it. He considered, and we think justly, that the denial of the title of Emperor was a slight to the French nation, a contemptuous denial of their right to choose their own→

নাপলেয়ঁৰ শেহৰ কথাষাৰেই হ'ল প্ৰকৃত সত্য। বিটিছ চৰ্কাৰৰ আৰু সেই চৰ্কাৰৰ অমিতবিক্ৰমী প্ৰতিভূৰ এই ক্ষেত্ৰত নীতি বুলিবলৈ কিবা আছিল যদি, সেই নীতি আছিল বন্দী অৱস্থাত নাপলেয়ঁক জীয়াই জীয়াই থৰিকাত দি পুৰি খোৱা। এই মহৎ কাৰ্য্যৰ এইখিনিতে অন্ত পৰা নাছিল, তেওঁৰ জীৱনৰ শেষ মুহূৰ্ত্তলৈকে আৰু ভালেখিনি কৰিবলৈ বাকী আছিল।

একো সময়ত একোটা প্ৰতাপী চৰ্কাৰ নীচতাৰ অধোবিন্দুলৈ

---

←sovereign, an attempt to ignore many years of glorious French history, a resolve to obliterate the splendid decades of his reign

If he were not Emperor, he said, no more was he General Bonaparte, for the French nation had the same right to make him sovereign that they had to make him General If he had no right to one title, he had no right to the other We think that in asserting the title as a question of the sovereign right and independence of the French people, he was standing on firm ground.

It seems impossible, then, to surmise why, *except for petty annoyance*, our rulers refused to recognize Napoleon's admissions to the caste of kings But that refusal was the keynote of their policy, *vehement, insistant*, and it affords an admirable object lesson of the range of wisdom of that ministry Cockburn, as we have seen, inaugurated this solemn farce and Lowe carried on this puerile affectation

There is then something of the Ostrich in the refusal of Great Britain to recognize the style of Emperor

Napoleon gave England a matchless opportunity of showing some magnanimity which would have cost her nothing

Napoleon had (by offering a simple solution) done his best he could do no more, the blame and responsibility for the embarrassment about title must remain *not* with him, *but* with the ministers of George IV Rosebery.

কেনেদৰে নামিব পাৰে, চেইণ্ট হেলেনাত নাপলেয়ঁৰ প্ৰতি ব্ৰিটিছ চৰ্কাৰৰ ব্যৱহাৰেই তাৰ জলমলীয়া পটন্তৰ।

লৰ্ড এমহার্ষ্টে নাপলেয়ঁক লগ পাবলৈ অহাৰ সময়ত, চাৰ হাড্চন্ ল'ৰ পৰাখিতাপত তেওঁ ফুৰাচকা কৰিবলৈ প্ৰায় এৰিয়েই দিছিল। এমহার্ষ্টে ক'লে, "আপুনি বোলে ফুৰিবলৈ চাকিবলৈ এৰি দিছে, ব্যায়ামৰ অভাৱত আপোনাৰ স্বাস্থ্য হানি ন'হবনে? লগত এজন ব্ৰিটিছ বিষয়া গ'লেই জানিবা, তাৰপৰা নো আপোনাৰ কি ক্ষতি হয়?"

নাপলেয়ঁই উত্তৰ দিছিল, "অকণো ক্ষতি নহয়। যুদ্ধৰ অগ্নি-পৰীক্ষাৰ মাজেদি পাৰ হোৱাৰ পিছত সকলো দেশৰ, সকলো জাতিৰ সৈনিক মোৰ মানত একে। কিন্তু ব্ৰিটিছ চৰ্কাৰে বলেৰে মোক ইয়াত আটক কৰি ৰখাৰ বাবেই আইনৰ চকুত মই বন্দী নহওঁ। নিজকে বন্দী বুলি মই কেতিয়াও স্বীকাৰ নকৰোঁ। ব্ৰিটিছ সৈনিক এজনৰ লগত ফুৰিবলৈ গ'লে বন্দী বুলি নিজকে স্বীকাৰ কৰা হয়। সেই কাৰণে সৈনিক এজন লগত থাকিলে পৰাপক্ষত ফুৰিবলৈ যাবলৈ মই ভাল নাপাওঁ।"[৫৪৩]

তাৰ পিছত আকৌ ক'লে, "গভৰ্নৰক নেদেখুওৱাকৈ মোৰ ল'ৰা তিৰোতা, আপোনস্বজন কালৈকো মই চিঠিপত্ৰ দিব নোৱাৰোঁ, সেইবোৰ কথা বাক এৰিলোঁৱেই। ফুৰিবলৈ যাওঁতে বাটত কোনোবাই মোক মাত এষাৰ দিলে, উত্তৰত মই মাত এষাৰ দিয়াও নিষেধ। মোৰ লগত কথাবতৰা পতাৰ বাবে কোনোবাই শাস্তি পোৱাটো বা দ্বীপান্তৰিত হোৱাটো মোৰ বাঞ্ছা নহয়। তদুপৰি ফুৰিচাকি উলটি আহোঁতে চিপাহীৰ অপমান যদি সহিবলগীয়া হয়,

---

৫৪৩ "Not because I object to the red uniform more than another, after their baptism of fire all soldiers are alike But I refuse to do anything which involves the acknowledgement that I am a prisoner" E L

তাতকৈ তুৰিচাকি বিকল বং পাওঁ তাকো ত্যাগ কৰাইছে উচিত হ'ব বুলি ভাবিছো। আপুনিয়েই কওকচোন, মোৰ অৱস্থাত পৰা হ'লে আপুনি কি কৰিলেহেঁতেন?

লৰ্ড এমহাৰ্ষ্টে টপৰাই উত্তৰ দিলে, "আপুনি যি কৰিছে মযো ঠিক তাকেই কৰিলোহেঁতেন।" ডাক্তৰ অ'মিয়াৰাই লৰ্ড এমহাৰ্ষ্টৰ এই কথাষাৰ টুকি লৈছিল। পিছত তেওঁৰ পুথিত এই কথাষাৰ প্ৰকাশিত হ'লত লৰ্ড এমহাৰ্ষ্টে জিভা লুটিয়াই কৈছিল, "ঠিক সেইদৰে মই কোৱা নাছিলোঁ।" গণ্যমান্য ৰাজনীতিজ্ঞ পুৰুষে ভিতৰুৱাকৈ এষাৰ কথা কৈ প্ৰকাশ্যে তাক অস্বীকাৰ কৰাৰ প্ৰমাণ বহুতো পোৱা যায়। লৰ্ড ৱেলিংটন সৈনিক আছিল যদিও এই বিভ্ৰাস্ত তেওঁও বৰ পাৰ্গত আছিল।[৫৪৪]

ব্ৰিটিছ চৰ্কাৰে নাপলেয়ঁক "ইউজাৰপাৰ" বোলা আৰু সম্ৰাট উপাধিত তেওঁৰ অধিকাৰ নাই বুলি কৰা দাবীৰ কথা লৈ নাপলেয়ঁই অ'মিয়াৰাক এদিন কৈছিল: ৰাজমুকুট বলেৰে কাৰোপৰা মই কাঢ়ি লোৱা নাছিলোঁ, আলিবাটৰ দাঁতিৰ নৰ্দমাত মুকুট পৰি আছিল, মই সেইটো বুটলি লৈছিলোঁ, ফৰাচী জাতিয়ে তাক মোৰ মূৰত পিন্ধাই দিছিল, ফৰাচী জাতিৰ সেই ইচ্ছাৰ প্ৰতি সন্মান দেখুৱাবলৈ আন জাতি বাধ্য।[৫৪৫]

---

৫৪৪ What is the value of such official denial of statements made in private We shall see that the Duke of Wellington was equally inconsistent Korngold

৫৪৫ He said to O'Meara in St Helena "I did not usurp the crown I picked it up out of the gutter the people placed it on my head, let their acts be respected" At another time he said, "The Imperial throne was given to me by the desire of the people whose wishes were three times verified in a solemn manner The Pope crossed the Alps to crown and anoint me" Korngold.

লংউডৰ খৰচ চলোৱাৰ বাবে ব্ৰিটিছ চৰ্কাৰে বছৰি বাৰ হাজাৰ পাউণ্ড ধাৰ্য্য কৰিছিল। নাপলেয়ঁৰ লগৰীয়া, লগুৱা-লিকচৌ, কেপ্তেইন পপ্ল্‌টন আৰু তেওঁৰ তলতীয়া চিপাহী-চন্তৰী মিলি লংউডত থাৱৰীয়া আছিল একাৱন্নজন। চেইণ্ট হেলেনাত বস্তু বাহানিৰ দৰ জুই-চাই। বাৰ হাজাৰেৰে খৰচ নচলে, ওঠৰ উনৈছ হাজাৰমান হ'লেহে টানিমুনি চলিব পৰা হয়।

নাপলেয়ঁক পহৰা দিয়াৰ বন্দোৱস্তত ব্ৰিটিছ চৰ্কাৰৰ বছৰি প্ৰায় ছয় নিযুতকৈ টকা খৰচ হৈছিল। গভৰ্নৰৰ ভৱনত থাৱৰীয়া আছিল দহ বাৰজন। লাট চাহাবৰ দৰ্মহা (বাৰ হাজাৰ পাউণ্ড) আৰু ৰাজভৱনৰ আন খৰছ লৈ তাতো চৰ্কাৰৰ বছৰি কুৰি পঁচিছ হাজাৰ পাউণ্ডকৈ খৰচ হৈছিল। সেই বিলাক খৰচ লৰ্ড বেথাৰ্ষ্টৰ গাত লগা নাছিল, কিন্তু বিজনে দুদিন আগত চাৰ হাড্‌চন্‌ ল'ৰ দৰে এশ মেখেলাৰ বনগুটিক লিগিৰাৰূপে পুঁহিছিল, সেই জনৰ থকা-মেলা, খোৱা বোৱাত বাৰ হাজাৰ পাউণ্ড খৰচ হোৱাৰ কথা ভাবি ভাবি গাৰ পোৰনি, বেজ্‌বেজনিত লৰ্ড বেথাৰ্ষ্ট থাকিব নোৱৰা হ'ল। চাৰ হাড্‌চন্‌ ল' চেইণ্ট হেলেনালৈ আহোঁতে, লংউডৰ্‌ খৰচ কমাবলৈ মন্ত্ৰীয়ে তেওঁক নিৰ্দেশ দি পঠাইছিল।[৫৪৬] খৰচ বাহি কৰাৰ একমাত্ৰ

৫৪৬ For a great nation to quibble about the expenditure of a few thousand pounds for the living expenses of a man who had made and unmade kings, and was still con-→

উপায় আছিল লংউডৰ লোকসংখ্যা কমোৱা। বিনা কাৰণত নাপলেয়ঁৰ লগৰীয়া কেইজনমান আৰু লগুৱা কেতবোৰক চেইণ্ট হেলেনাৰ পৰা বিদায় দিয়া কথাটো দেখিবলৈ অশোভন হয়। গতিকে লৰ্ড বেথাৰ্ষ্টে আন এটা বুদ্ধি উলিয়াই হাড্‌চন্ ল'ক সেই মতে কাম কৰিবলৈ নিৰ্দেশ দিছিল।

নাপোলেয়ঁক প্ৰথমবাৰ লগ পোৱাৰ দুদিনমান পিছতে গভৰ্নৰে জেনেৰেল বেঁত্ৰাক লগ ধৰি ক'লে যে লংউডত যিসকল থাকিব খোজে, সিসকলে তলৰ কৰ্মাত একোখন প্ৰতিজ্ঞাপত্ৰ চহী কৰিব লাগিব। যিসকলে নকৰে সিসকলক অতি শীঘ্ৰে চেইণ্ট হেলেনাপৰা পঠাই দিয়া হ'ব।

"নিম্নোক্ত মই এতদ্বাৰা প্ৰতিজ্ঞা কৰি জনাইছোঁ যে জেনেৰেল বনাপাৰ্ত যিমান দিন চেইণ্ট হেলেনাত থাকিব সিমান দিনময়ো থাকিম আৰু কৰ্তৃপক্ষৰ সকলো নিষেধাজ্ঞা মানি চলিম।"

লাট বাহাদুৰে ভাবিছিল অনিৰ্দিষ্ট কাললৈ চেইণ্ট হেলেনাত কোনো থাকিব নুখুজিব, আৰু চৰ্কাৰী খৰচত দেশলৈ ঘূৰি যাবলৈ পালে প্ৰায়ভাগেই গুচি যাব। গভৰ্নৰৰ এই আদেশে লংউডত সন্ত্ৰাসৰ সৃষ্টি যে কৰা নাছিল এনে নহয়। ল'ৰাছোৱালীৰ শিক্ষাদীক্ষাৰ কথা ভাবি বিশেষকৈ মাদাম্ বেঁত্ৰা আৰু মাদাম মঁথলঁ ঘোৰ চিন্তাত পৰিছিল। তথাপি ভৱিষ্যতত যি হয় হ'ব বুলি ভাবি, জেনেৰেল বনাপাৰ্তৰ ঠাইত 'সম্ৰাট নাপলেয়ঁ' বুলি লিখি সকলোৱে প্ৰতিজ্ঞাপত্ৰ খনত চহী দি গভৰ্নৰলৈ পঠাই দিলে।

গভৰ্নৰ আচৰিত হ'ল। বেঁত্ৰাৰ্লৈ বাতৰি পঠালে লগুৱাবিলাকে স্বইচ্ছাৰে প্ৰতিজ্ঞাপত্ৰত চহী দিছেনে নাই সেই সম্বন্ধে সন্তুষ্ট হ'বলৈ তেওঁ লগুৱাকেইটাক প্ৰশ্ন কৰিব খোজে। মঁথলঁই সেই কথা

←sidered so important that a quarter of a million pounds was annually expended to guard him, might well provoke the irony of any man Korngold

নাপলেয়ঁক জনালত তেওঁ ক'লে, "তাক বাধা দিয়াৰ শক্তি আমাৰ নাই যেতিয়া যি মন যায় কৰিবলৈ দিয়ঁা, কিন্তু মই এই কাৰ্য্যৰ প্ৰতিবাদ কৰিছোঁ বুলি গভৰ্নৰক জনাই থবাঁ।"

বেত্ৰ্যাঁ পৰিয়ালটো বুলি নতুনকৈ এটা ঘৰ সজোৱা কাম তেতিয়া চলি আছিল, আধা সজোৱা ঘৰটোতে আহি লাট চাহাব বহিল। এটা এটাকৈ লগুৱাইতক মতাই আনি তেওঁ জেৰা কৰিলে। প্ৰত্যেকটোৱে নিজ ইচ্ছাত চহী দিছে বুলি ক'লত, হতাশ হৈ উলটি গৈ লাট চাহাবে লৰ্ড বেথাৰ্ষ্টলৈ লিখিলে যে তেওঁলোকৰ বুধিটোৱে কাম নিদিলে, তথাপি আন চেলু উলিয়াই লা-কাচৰ বাহিৰে কেউজন লগৰীয়াক আৰু লগুৱা কেতবোৰক খেদাব পৰা যাব।[৫৪৭]

* * *

ইউৰোপত যিসময়ত হয় বসন্তকাল, সেই সময়ত চেইণ্ট হেলেনাত শৰৎকাল। শৰৎ কালি তাত হোহোৱাই বতাহ বলে, কুঁৱলীয়ে চৌদিশ ঢাকি ধৰে, দিনে নিশাই অনৰ্গল বৰষুণ দিয়ে। তেনে বতৰত ফুৰিবলৈ চাকিবলৈ যোৱা সম্ভৱ নহয়। কামকৰা কোঠাটোত জুই ধৰোৱাই নাপলেয়ঁই পঢাশুনা কৰি থাকে। উপৰোক্ত ঘটনাৰ কেইদিন মানৰ পিছত তেওঁৰ পানীও লাগিছিল, কেইবাদিনো একেৰাহে কোঠাৰ ভিতৰতে আছিল, বাজলৈ ওলোৱা নাছিল।

দুদিন নাপলেয়ঁক দেখিবলৈ পোৱা নাই বুলি কেপ্তেইন পপ্লটনে লাট চাহাবক জনালত, লাট চাহাবৰ তত্ হেৰাল। এপ্ৰিল মাহৰ ৩০ তাৰিখে নিজেই তেওঁ লংউডত ওলালহি। নাপলেয়ঁই তেওঁক

৫৪৭ Sir Hudson Lowe wrote to Bathurst "With the present feelings of the persons attached to General Bonaparte, I conceive the whole lot of them with the possible exception of, perhaps, Las Cases, had better be removed, and the insolent manner in which they manifest their opinions on all occassions might afford a sufficient pretext" Korngold.

ভিতৰলৈ মতাই নিয়ালে। আও কুসুম তাও জুনি লাট বাহাদুৰে সুধিলে, "মই অহাৰ পৰা আশা কৰোঁ আপুনি একো-ৰেলাত একো অসুবিধা ভোগ কৰিব লগা হোৱা নাই।" নাপলেয়ঁই উত্তৰ দিলে, "নাই, আপুনি অহাৰ পিছৰ পৰা আমাৰ কোনো বিষয়ে একো অসুবিধা হোৱা নাই; মাখোন মোৰ লগুৱাবোৰেৰে সৈতে আপুনি যে কুচকুচীয়া মেলখন পাতিছিল, সেইটোহে মই পছন্দ কৰা নাছিলোঁ। যেই হওক গ'ল কথা গুচিল।"[৫৪৮]

কিছুদিন পাৰ হ'ল। কেপ্তেইন পপ্লটনে ৰৰযুণত ভিতিবুৰি, লংউডৰ কেউপিনে ঘূৰিপাকি বেৰৰ জলঙাইদি নাপলেয়ঁ ভিতৰত আছেনে চাবলৈ জুমাজুমি কৰি ফুৰে। লগুৱাইতে তেওঁলৈ চাই কিচিঙাকিচিঙি কৰি হাঁহি-খিকিন্দালি মাৰে।[৫৪৯] দুদিনেও নাপলেয়ঁক দেখিবলৈ পোৱা নাই বুলি গভৰ্নৰক জনালত লাট চাহাবে বেত্ৰ্ঁ াৰ ওচৰত হাজিৰ হৈ বাহুডাঙ্ফি মাৰি গুজৰিবলৈ ধৰিলে, "জেনেৰেল বনাপার্ট্তে নিজক কি বুলি ভাবে? মোক তেওঁ ডাংকুটা মাৰি হেন দেখে নেকি? ব্রিটিছ চৰ্কাৰক তেওঁ ঘণ্টামুদ্ৰা দি দেখুৱাব পাৰে বুলি ভাবিছে নে কি? তেওঁ দিনে দুবাৰ কৈ কেপ্তেইন পপ্লটনৰ

---

৫৪৮ Sir Hudson Lowe did not depart from his robe of wolf in sheep's clothing and meekly asked if since his arrival he had been unconsciously guilty of any shortcoming. "No Sir" Napoleon replied, 'We have nothing to complain of since your arrival except your questioning the servants, but that is over and done with" . Korngold

৫৪৯ পপ্লটন্ লংউডৰপৰা যোৱাৰ কিছু দিনৰ পিছত কেপ্টেইন নিকলচ বোলা এজন ইংৰাজ বিষয়া লংউডত যোতায়েন হৈছিল। এবাৰ তেওঁৰো এনে এটা অভিজ্ঞতা হৈ, ১৮১৯ চনৰ ৩ এপ্ৰিলৰ দিনা ৰৰ খতত তেওঁ গভৰ্নৰলৈ লিখিছিল, "Yesterday I was upon my feet at least *ten hours* walking about Longwood garden, but had no opportunity of seeing General Bonaparte . The weather at present is so very bad that I fear my health will be injured "

আগত নোলালে মই নিজে গৈ দুৱাৰ ভাঙি তেওঁৰ কোঠাত সোমাম।"

লাট বাহাদুৰৰ এই ভবকনিৰ কথা নাপলেয়ঁৰ কাণত পৰিলত তেওঁ ডাকুৰ অ'মিয়াৰাৰ হতুৱাই গভৰ্নৰক কোৱালে যে দুৱাৰ ভাঙি যি তেওঁৰ কোঠাত সোমাবলৈ আহিব, তেওঁৰ ( নাপলেয়ঁৰ ) মৰা শৰ ওপৰেদিহে সোমাব পাৰিব। আত্মসন্মান জলাঞ্জলি দি তেনে অপমান তেওঁ মূৰ পাতি ন'ল'ব, তাৰ পৰিণাম যিহকে হওক লাগে, তেওঁ গুলি চলাব।[660] তেতিয়াৰ পৰা চাৰিটাকৈ পিস্তল খাজি তেওঁ নিজৰ কোঠাত মজুতকৈ ৰাখিবলৈ ল'লে।

এই কথা লৈ মে' মাহৰ ১৬ তাৰিখে ( ১৮১৬ ) গভৰ্নৰ আকৌ নাপলেয়ঁক লগ পাবলৈ আহিল। নাপলেয়ঁৰ গা ভাল নাছিল, তথাপি গভৰ্নৰক ভিতৰলৈ মতাই নিয়ালে, কিন্তু বহিবলৈ নিদিলে। তেওঁলোকৰ মাজত কি কথাবতৰা হৈছিল লগৰীয়াসকলে শুনিবলৈ পোৱা নাছিল। নাপলেয়ঁৰ মাত ক্ৰমে ডাঙৰ হৈ যোৱা শুনি তেওঁলোকে বুজিব পাৰিছিল যে তেওঁৰ উগ্ৰ খং উঠিছে। অলপ পৰৰ পিছত কাকো মাত এষাৰো নিদিয়াকৈ গভৰ্নৰক ওলাই যোৱা দেখিবলৈ পোৱা গ'ল।

তাৰ পিছত কেইবা দিনো নাপলেয়ঁক বিমন হৈ থকা দেখা গৈছিল। তাৰ মাজতে এদিন লা-কাচক তেওঁ ক'লে, "সেই জন্তুটোক মই আৰু দেখা কৰা উচিত ন'হব। তাক দেখিলেই আৰু তাৰ কথা শুনিলে মোৰ গা জ্বলে, খং দমাব নোৱাৰি অবচন বুলি নিজৰ মৰ্য্যাদা হানি কৰোঁ। পিছত তাৰ বাবে অনুতাপ কৰিবলগীয়া হয়। সিদিনা মই বৰ অভদ্ৰ ব্যৱহাৰ কৰিলোঁ। মোৰ বৰ্তমানৰ অৱস্থাইহে

৫৫০ "Any person who endeavours to force his way into my apartment shall be a corpse the moment he enters it. I know I shall be killed afterwards I have faced death too many times to fear it" Korngold

মাত্ৰ তেনে ব্যৱহাৰৰ দোষ খণ্ডন কৰে। আন কাৰোবাৰ লগত তেনে ব্যৱহাৰ কৰা হ'লে, পিছত নিশ্চয় অনুতাপ প্ৰকাশ কৰিলোহেঁতেন, কিন্তু এই মানুহটোৰ ওচৰত অনুতাপ প্ৰকাশ কৰিবলৈ মোৰ মনে নকয়। সকলোতকৈ আচৰিত কথা, ইমান গালি খায়ো সি এবাৰ মাত নামাতিলে। সকলো হজম কৰি মনে মনে ওলাই গ'ল। সিও অলপ খং কৰি দেখুওৱা হ'লে বা ওলাই যাওঁতে দুৱাৰখন ঢাউস কৰে মাৰি থৈ যোৱা হ'লেও তাৰ মাজত কিবা অলপ বস্তু আছে বুলি বুজিলোহেঁতেন, কিন্তু তেনে একোৰে অলপো চিন নাপালোঁ।"[৫৫১]

তাৰ পিছৰপৰা লাট চাহাবৰ ঘোঁৰা লংউডৰ পিনলৈ অহা দূৰতে দেখা মাত্ৰকে লগৰীয়াসকলে বা লগুৱাইঁতে নাপলেয়ঁক ঠাৰ দিয়ে, তেওঁ ঘৰৰ ভিতৰ সোমায়। লগুৱাই লাট চাহাবক জনাই দিয়ে যে সম্ৰাটৰ তেওঁক দেখা কৰিবলৈ সময় ন'হব। মোৰোকনি মাৰি লাট চাহাব ৰাজভৱনলৈ উলটি যায়।

নাপলেয়ঁৰ এই আচৰণ সম্বন্ধে লৰ্ড ৰ'জবেৰীয়ে কৈছে যে গভৰ্নৰক দেখিলেই নাপলেয়ঁৰ খং উঠে, ন'ক'বলগীয়া কথা কৈ পিছত নিজে

৫৫১ On May 31, speaking to Las Cases, he said, "I behaved very badly to him, no doubt, and nothing but my present situation could excuse me But I was in a bad temper and could not help it I should blush for it in any other situation Had such a scene taken place at the Tuileries, I should have felt myself bound in conscience to make some atonement But this time I did not utter a single conciliatory syllable, and have no wish to do so However, the governor proved himself insensible to my wrath His feelings did not seem hurt I should have liked him, for his sake, to show a little anger, or slam the door violently when he went away That would at least have shown some elasticity about him, but I found nothing of the kind" Korngold

দুখ আৰু লাজ পায়। গতিকে গভৰ্নৰক লগ নাপাবলৈ তেওঁ লোৱা সিদ্ধান্ত যুক্তিসঙ্গত সিদ্ধান্তই আছিল।[৫৫২]

দুমাহ মানৰ মূৰত (১৬ জুলাই) লাট চাহাবে পুনৰ লংউডত উপস্থিত হৈ জনালে যে জেনেৰেল ব'নাপাৰ্তৰ লগত তেওঁৰ বৰ জৰুৰী কথা আছে, লগ নাপালেই নহয়। ভিতৰলৈ মতাই নিলত তেওঁ নাপলেয়ঁক জনালে যে ব্ৰিটিছ্ চৰ্কাৰে লংউডৰ খৰচ চলোৱাৰ বাবে আঠ হাজাৰ পাউণ্ডকৈহে দিব, ওপৰঞ্চি যি খৰচ লাগে জেনেৰেল ব'নাপাৰ্তে নিজে বহন কৰিব লাগিব। ইয়াৰ কেইদিনমান আগতে লংউডত মঙহ আৰু ফটিকাত খৰচ সৰহ হৈছে, খৰচ কমাব লাগে বুলি লাট চাহাবে মঁথলৈ চিঠি এখন দিছিল। "মঁথলঁইহে ঘৰ চলায়, আপুনি এই বিষয়ে তেওঁৰ লগত কথা কওক গৈ" বুলি কৈ নাপলেয়ঁই লাট চাহাবক থিয়ৈ থিয়ৈ বিদায় কৰিলে। মঁথলঁক মতাই আনি নাপলেয়ঁই ক'লে, "সিহঁতৰ পৰা ফুটা কড়ি এটাও নোলোৱাকৈ চলিব পৰা হলে ভাল আছিল। যেই হওক, তাৰ যি দিবৰ মন যায় দিয়ক, সেই বিষয়ে মোৰ লগত কথা পাতিবলৈ নাহিলেই হ'ল।"[৫৫৩]

মঁথলঁৰ লগত এই বিষয়ে আলোচনা কৰিবলৈ গ'লে নিজৰ মৰ্য্যাদা লাঘৱ হয় বুলি ভাবিয়েই হ'বলা, মঁথলঁক লগ নধৰি, এমাহৰ

---

৫৫২ With regard to the question of interviews, Napoleon was rational enough Days before their last terrible conversation of August 18, 1816, Napoleon says with perfect good sense that he does not wish to see the governor, because when they met he says things which compromise his character and dignity Rosebery

৫৫৩ 'He (Lowe) wrote to Montholon as to the household consumption of wine and meat (at Longwood) Napoleon seems to us to have treated the matter with perfect propriety He said, "Let him do as he pleases so long as he does not speak to me about it, and leaves me alone" Rosebery

মুৰত ( ১৬ আগষ্ট ) সেই কথা লৈয়ে লাট চাহাব আৰু নাপলেয়ঁৰ ওচৰ পালেহি। সেই দিনা তেওঁক জেনেৰেল বেঁত্ৰাৰ ওচৰলৈ পঠাই দিয়া হ'ল। লাট চাহাবে বাং লেখ দি নিজে তৈয়াৰ কৰা হিচাপ ( estimate ) এটা বেঁত্ৰাৰ ওচৰত দাখিল কৰি ক'লে যে আঠ হাজাৰ পাউণ্ডেৰে লংউডৰ খৰচ চলাব নোৱৰাৰ কোনো কাৰণ তেওঁ নেদেখে। বেঁত্ৰাই উত্তৰ দিলে, "আঠ হাজাৰ পাউণ্ডেৰে আমাৰ খৰচ নচলে, কিন্তু আপোনাৰ চৰ্কাৰৰ তাতকৈ সৰহকৈ দিয়াৰ সামৰ্থ্য নাই যেতিয়া, আমিয়েই কিবা এটা ব্যৱস্থা কৰিম। পিছে আপুনি আমাক এটা সুবিধা দিব লাগিব। লণ্ডনৰ এটা বেঙ্কলৈ আৰু আমাৰ আন আন আপোনস্বজনলৈ আমি লেফাফা বন্ধ কৰি, মোহৰ মাৰি চিঠি পঠাম, সেই চিঠি আপুনি খুলি চাব নোৱাৰিব।"

নাপলেয়ঁই বেঁত্ৰাক কৈ থৈছিল যে তেওঁৰ সতীয়ে পুতেক ইউজেনৰপৰা তেওঁক আগতে ধাৰলৈ দিয়া আশী হাজাৰ ফ্ৰাঙ্ক ৰূপ নাপলেয়ঁই পাবলগীয়া আছে, কিন্তু সেই কথা বেকত হলে বুৰ্বঁ বজাই টকা বাজেয়াপ্ত কৰাৰ ভয় আছে। গতিকে উপৰোক্ত বন্দবস্তত যদি গভৰ্নৰ মান্তি হয়, সেই টকা লণ্ডনৰ বেঙ্কত জমা দিয়াই, আৱশ্যক মতে তাৰপৰা টকাশিকা অনাব পৰা যাব।

কিন্তু বেঁত্ৰাৰ প্ৰস্তাৱ শুনিয়েই গভৰ্নৰে ভোঁ ভোঁৱাই উঠি মেজাজ দেখুৱাবলৈ ধৰিলে। বেঁত্ৰাও এসময়ত এখন ৰাজ্যৰ গভৰ্নৰ জেনেৰেল আছিল, তেওঁৰো মেজাজ আছিল। তেওঁ খপ্‌কৰে বহাৰপৰা থিয় দি, লাট চাহাবৰ হিচাপটো তেওঁৰ পিনলৈ দলিয়াই দিয়াদি দি ক'লে, "মচিয় ল গুভেৰ্নৰ, ভৱিষ্যতলৈ আপোনাৰ লগত মোৰ দেখা সাক্ষাত ন'হলে, আৰু আমাৰ মাজত চিঠিপত্ৰৰো আদান-প্ৰদান নচলিলে মই সন্তোষ পাম। আপুনি মঁথলঁৰ লগত কথা হ'বগৈ পাৰে।" এই কথাত বৰ অপমানিত বোধ কৰি ওকাইভাং খাই গোৰগোৰাই, ভোৰভোৰাই গভৰ্নৰ ওলাই গুচি গ'ল।

সেইদিনা গধূলি বেঁত্ৰাৰ ঘৰ চিপাহীয়ে ঘেৰাও কৰিলে। বেঁত্ৰাৰ

লওৱা এটা নবিয়াত পৰি আছিল। অ'মিয়াবাই তাক চাবলৈ গৈছিল। তেওঁক ভিতৰলৈ সোমাবলৈ দিয়াৰ বাবে চিপাহী এটাক গ্ৰেপ্তাৰ কৰা হ'ল। চেইণ্ট হেলেনা কাউন্‌চিলৰ চেক্ৰেটেৰী টমাচ ব্ৰুকে সেই দিনা বেঁত্ৰ'াক লগ পাবলৈ যাওঁতে তেওঁক সোমাবলৈ দিয়া নহ'ল।

দুদিন পিছত ( ১৮ আগষ্ট ) এড্‌মিৰেলক লগত লৈ পুনৰ লাট চাহাব লংউডত ওলালহি। নাপলেয়ঁই ফুলনিত ঘূৰাপকা কৰি আছিল। বেঁত্ৰ'াৰ লগত গভৰ্নৰৰ ব্যৱহাৰৰ কথা শুনি অন্তৰে অন্তৰে তেওঁ জ্বলি আছিল, গভৰ্নৰক দেখা মাত্ৰকে তেওঁৰ মূৰত ভমক কৰে জুই জ্বলাদি জ্বলিল। গভৰ্নৰে পোনতে বেঁত্ৰ'াৰ বিৰুদ্ধে গোচৰ দিলে, তাৰ পিছত লংউডত অতিৰিক্ত খৰচ হৈছে বুলি কৈ সেই বিষয়ে কথা উলিয়াবলৈ মুখ মেলোতেই নাপলেয়ঁৰ ধৈৰ্য্যচ্যুতি ঘটিল। নিজকে সম্পূৰ্ণ পাহৰি, গভৰ্নৰক তেওঁ যি এজাউৰি দিলে, তেনে ধমক বোলে আগতে কাকো কোনো দিনা তেওঁ দিয়া নাছিল। "কাৰ আগত তই এইবোৰ কথা ক'বলৈ আহিছ" বুলি গৰজি উঠি তেওঁ ক'বলৈ ধৰিলে, "আগতে তই আছিলি এজাক ডকাইত আৰু পলৰীয়া চিপাহীৰ চৰ্দাৰ, এতিয়া হৈছহি কাটেকৰখীয়া দাৰোগা। যিসকল ইংৰাজ সেনাপতিয়ে খ্যাতি অৰ্জন কৰিছে, সকলোবোৰৰে নাম মই জানো। তোৰ সম্বন্ধে যি শুনিবলৈ পাইছোঁ, তই আছিলি ব্লুৰাৰৰ কাপচেলেকা আৰু ডকাইতৰ কেপ্তেইন। প্ৰকৃত সেনা তই কোনো দিনা চলাই পোৱা নাছিলি। আজিৰ পৰা তই মোৰ বাবে একো খোৱাবস্তু পঠাব নালাগে। ৫৩নং ৰেজিমেণ্টৰ সোঁ সাহিয়াল চিপাহীহঁতৰ লগ'ত গৈ মই খাম। সিহঁতবে নিচিনা এজন সৈনিকৰ লগত খোৱা ভাগ কৰি খাবলৈ সিহঁতে কেতিয়াও আপত্তি নকৰিব। তই মোৰ জীৱন লৈ খেলা কৰিব পাৰ, কিন্তু মোৰ হৃদয় লৈ খেলা খেলিব নোৱাৰিবি। সমগ্ৰ ইউৰোপে মোৰ আদেশ পাবলৈ মোৰ মুখলৈ যেতিয়া চাই থাকিছিল, তেতিয়া মোৰ গৰবী হৃদয় যি আছিল,

এই শিলাময় পৰ্বততো আজিও সেয়ে আছে। তোৰ যিমানখিনি কৰিব পৰাৰ ক্ষমতা আছে, কৰ গৈ। সাহে কুলোৱা হ'লে বা আদেশ পোৱা হ'লে, তই মোৰ খোৱাবস্তুতো বিহ দিলিহেঁতেন।" নাপলেয়ঁৰ মূৰ্তি দেখি লাট বাহাদুৰৰ চুৰ্তি হেৰাল। ওঁ তৎ সৎ চকাৰ বকাৰ একোকে নুবুলি, নেজ মোকোটাই তেওঁ ঘোঁৰাত উঠি চেকুৰ মেলিলে।[৫৫৪]

সেই দিনাৰ পৰা তাৰ পিছৰ পাঁচ বছৰে (প্ৰায়)—চেইণ্ট হেলেনাৰ নাটকত যৱনিকা নপৰালৈকে—নাপলেয়ঁৰ লগত গভৰ্নৰৰ মুখামুখি হোৱা নাছিল।

এই ঘটনাৰ বাবে নাপলেয়ঁ পিছত বৰ অনুতপ্ত হৈছিল, তেওঁ দুখ আৰু লাজ পাইছিল, কিন্তু লাট চাহাবে খুজি কিল খাবলৈ আহিলে তেনে ব্যৱহাৰ নকৰি তেওঁ কৰে নো কি?

---

৫৫৪ The soldier flames in the Emperor "How dare you talk to me of such matters? You are nothing but a gaoler You have only commanded brigands and deserters I know the names of every English general who has worn distinction All I have ever heard of you is that you were one of Blücher's quill-drivers and a robber captain, who never had the honour of commanding real soldiers Don't send me any more food! I will take my meals with those brave fellows of the 53rd over there, not one of them will refuse to share his rations with an old fellow-soldier You can dispose of my life as you please, but not my heart That is still as proud on this rock as it was when all Europe was awaiting my orders You would stick at nothing You would poison me if you had the courage, or were sent orders to do so"

Without a word the governor turns on his heels, mounts his horse and gallops away E L

## ৬৪

১৮১৫ চনৰ, ২ আগষ্টত মিত্ৰশক্তিৰ মাজত হোৱা চুক্তি অনুসৰি কৰিয়া, অষ্ট্ৰীয়া আৰু ফ্ৰান্সে চেইণ্ট হেলেনালৈ একোজনকৈ কমিচনাৰ পঠোৱাৰ কথা আগত উল্লেখ কৰা হৈছে। এইখিনিতে কমিচনাৰ কিজনৰ চমু পৰিচয় দিয়া যুগুত হ'ব।

ফৰাচী কমিচনাৰ জনৰ নাম আছিল মঁশ্বেনু, বয়স পচ্‌পন্। চেইণ্ট হেলেনাত তেওঁ কলাবুঢ়ী ওলাইছিল, লগৰীয়াসকলে তেওঁক বহুৱা তুলিছিল।

অষ্ট্ৰীয় কমিচনাৰ বাৰ্থলমিউ বেৰণ ষ্টুৰ্মাৰ আছিল আঠাইছ বছৰীয়া ডেকা। তেওঁৰ চৰ্কাৰে তেওঁক গভৰ্ণৰৰ লগত মিলিজুলি কাম কৰিবলৈ নিৰ্দেশ দিছিল, কিন্তু চাৰ হাড্‌চন্ ল'ৰ লগত মিলিজুলি কাম কৰা সহজ কথা নাছিল। সৰহ দিন তেওঁ চেইণ্ট হেলেনাত তিষ্ঠিব নোৱাৰিলে, ১৮১৮ চনত তেওঁক আঁতৰাই নিয়াৰ পাছত অষ্ট্ৰীয় চৰ্কাৰে তেওঁৰ ঠাইত আন কমিচনাৰ পঠোৱা নাছিল।

ৰুচ কমিচনাৰ কাউণ্ট বাল্‌মেইন্ (বয়স পঁয়ত্ৰিছ) বিচাৰ বুদ্ধি-সম্পন্ন পুৰুষ আছিল। তেওঁৰ স্বভাৱ নিৰ্জু আৰু ব্যৱহাৰ অমায়িক। ৰুচ চৰ্কাৰে তেওঁলৈ দিয়া নিৰ্দেশপত্ৰ আৰু আন দুজনলৈ তেওঁলোকৰ নিজ নিজ চৰ্কাৰে দিয়া নিৰ্দেশপত্ৰৰ মাজত ভালেখিনি পাৰ্থক্য আছিল। তেওঁক দিয়া নিৰ্দেশপত্ৰৰ শেহৰ বাক্যষাৰ স্বয়ং ৰুচ সম্ৰাটৰ

আজ্ঞা অনুসৰি যোগ দিয়া হৈছিল। কথাবাৰৰ গুৰুত্ব, অকল কমিচনাৰকে বুজাবলৈ নহয়, চাৰ হাডচন্ ল'কো বুজাবলৈ কচ সম্রাটে নিজ হাতেৰে তাৰ তলত আঁচ এটা মাৰি দিছিল। কথাবাৰ কৰাচী ভাষাত এই বুলি লিখা হৈছিল: আপোনাৰ দায়িত্ব অতি সূক্ষ্ম, ব'নাপার্টৰ প্ৰতি তেওঁৰ প্ৰাপ্য সন্মান আৰু আপোনাৰ ব্যক্তিগত শ্ৰদ্ধা দেখুওৱাত যেন ত্ৰুটি নঘটে।[৬৬৫] [৬৬৬]

আৰু এক বিষয়েও কচ চৰ্কাৰৰ নিৰ্দেশপত্ৰ আৰু আন দুই চৰ্কাৰৰ নিৰ্দেশপত্ৰৰ মাজত ভালেখিনি পাৰ্থক্য আছিল। অষ্ট্ৰীয় আৰু কৰাচী কমিচনাৰক নিৰ্দেশ দিয়া হৈছিল: বনাপাৰ্ত যে চেইণ্ট হেলেনাত আছে সেই সম্বন্ধে নিতৌ নিজ চকুৰে প্ৰমাণ লৈ, চৰ্কাৰক জনাই থাকিব, কিন্তু তেওঁৰ বা তেওঁৰ অনুচৰবৰ্গৰ লগত ব্যক্তিগত কোনো সম্বন্ধ স্থাপন ন'কৰিব। কচ কমিচনাৰে নিৰ্দেশ পাইছিল "উপযাচি নাপলেয়ক লগ পাবলৈ বিচাৰি ফুৰিব নালাগে, কিন্তু তেওঁ লগ পাবলৈ বিচাৰিলে যাব লাগে। অৱশ্যে, তেওঁৰ লগত দেখাসাক্ষাৎ কৰা সম্বন্ধে গভৰ্নৰে যি নিয়মকানুন বান্ধি দিয়ে, সেই বিলাক মানি চলিব লাগিব। তেওঁৰ (নাপলেয়ঁৰ) সম্বন্ধে যি যি কথা জানিবলৈ পায়, সকলো বিলাক নিতৌ টুকি ৰাখিব। তেওঁৰে সৈতে আপোনাৰ, আন দুই কমিচনাৰৰ বা আন যি কোনো গণ্যমান্য ব্যক্তিৰে যি কথাবতৰা হয়, সেই বিলাকো সযত্নে টুকি থ'ব।"

এই নিৰ্দেশৰ পৰা স্পষ্ট বুজা যায় যে গভৰ্নৰে আপত্তি ন'কৰিলে,

---

৬৬৫ "Dans vos relations avec Bonaparte, vouz garderez les ménagements et la mesure qu'exige une situation aussi delicate, et les regards personnels q'on lui doit"

৬৬৬ The last sentence had been added by order of the Czar, who had underscored the last part with his own hand. There is reason to believe it was intended less as an order to Balmain, who, he knew, did not need such a reminder, than as a hint to Sir Hudson Lowe : Korngold.

নাপলেয়ঁ আৰু তেওঁৰ অনুচৰবৰ্গৰ লগত' কচ কমিচনাৰে ব্যক্তিগত সম্বন্ধ স্থাপন কৰাত কচ সম্ৰাটৰ আপত্তি নাছিল।[৫৫৭]

কমিচনাৰসকল চেইণ্ট হেলেনাত উপস্থিত হোৱাৰ পিছত (জুলাই, ১৮১৬), তেওঁলোকে জেনেৰেল ব'নাপার্তক লগ পাব খোজে বুলি গভর্নৰে বেঁত্রাঁলৈ লিখিলে। বেঁত্রাঁই সেই সম্বন্ধে নাপলেয়ঁৰ আদেশ বিচাৰি গ'লত তেওঁ ক'লে, "নিজক বন্দী বুলি মই স্বীকাৰ নকৰোঁ যেতিয়া, ক্যাটেক পৰিদৰ্শক হিচাপে তেওঁলোকে মোক দেখা কৰিবলৈ আহিলে মই দেখা কৰিব নোৱাৰিম। ব্যক্তিগত পৰ্য্যায়ত আন আন ভদ্রলোকসকলে মোক লগ পাবলৈ অহাৰ দৰে বেচৰ্কাৰীভাৱে আহিলে নিশ্চয় দেখা কৰিম, সেইদৰে তেওঁলোকক লগ পাবলৈ পালে সন্তোষ লভিম।"

নাপলেয়ঁৰ এই উত্তৰ পাই গভর্নৰ আৰু কমিচনাৰসকল বৈঠকত বহিল। কাউন্ত বাল্‌মেইনে সেই চৰ্তত নাপলেয়ঁক লগ পাবলৈ আগ্রহ দেখুৱালে।[৫৫৮] বাকী দুজনে আপত্তি কৰিলত তেওঁ অকলে সেই কাম কৰিবলৈ ভাল নাপালে। মঁশ্যেনুৱে লম্ফ জম্ফ কৰি গভর্নৰক ক'লে, "মোক গোটাচেৰেক চিপাহী দিয়ক, দুৱাৰ ভাঙি কেনেকৈ সোমাব লাগে মই দেখুৱাম।"

কাউন্ত বাল্‌মেইনে তেতিয়া ক'লে, "নাপলেয়ঁৰ প্ৰতি শ্ৰদ্ধা দেখুৱাই চলিবলৈ মই নিৰ্দেশ পাইছোঁ, তেনে কাম কৰিলে তেওঁৰ প্ৰতি শ্ৰদ্ধাৰ নিদৰ্শন দেখুওৱা হ'ব বুলি মই বিবেচনা নকৰোঁ। তেনে

---

৫৫৭ This can have no other meaning than that the Czar did not disapprove of contacts his commssioner might have had with Napoleon and his suite, provided the governor did not object Korngold

৫৫৮ "He enjoyed in anticipation the pleasure he would have from conversations with that genius, and also the stories he would afterwards be able to relate" writes Aldanov in *St Helena Little Island* (New York, 1924). Korngold

কাৰ্য্যৰ পৰিণাম কি হ'ব পাৰে আৰু আপোনালোকৰ চৰ্কাৰে তেনে কাৰ্য্য অনুমোদন কৰিব নে নকৰে সেই কথা দকৈ গমি চাবলৈ মই আপোনালোকক অনুৰোধ জনাওঁ, কাৰণ, মই জনাত তেওঁৰ প্ৰতি সমুচিত সন্মান দেখুওৱা যে উচিত সেই বিষয়ে মিত্ৰশক্তি একমত।"[৫৫৯]

বালমেইনৰ কথা শুনি ম'শ্বেমু দুখোপমান তললৈ নামিল, তেওঁৰ উচ্চবাচ্য বন্ধ হ'ল। চেইণ্ট হেলেনাত থকা কেই বছৰে এজন কমিচনাৰেও এদিনলৈকো নাপলেয়ঁক লগ নাপালে। আঁতৰৰ পৰাই মাজে সময়ে একোবাৰ চাই তেওঁলোকে চকু জুৰালে। ম'শ্বেমুৱে অৱশেষত নাপলেয়ঁৰ মৃতদেহ কাষৰপৰাই দেখিবলৈ পাইছিল।

সকলো কথাতে কমিচনাৰ কিজনৰ মাজত মতানৈক্য ঘটিছিল,[৫৬০] মাথোন তিনটা বিষয় সম্বন্ধে তেওঁলোক একমত আছিলঃ

(১) চেইণ্ট হেলেনাত সকলো বস্তুৰ জুই চাই দাম: এই সম্বন্ধে নিজ নিজ চৰ্কাৰলৈ পঠোৱা প্ৰতিখন ইতলাত তেওঁলোকে ওজৰ আপত্তি দি নিজৰ বানচ বঢ়োবাই লৈছিল।

(২) চাৰ হাড্চন্ ল': তেওঁৰ সম্বন্ধে কেউজন কমিচনাৰৰ কেনে ধাৰণা জন্মিছিল সেই বিষয়ে আগত উল্লুকিওৱা হৈছে। ম'শ্বেমুৱে তেওঁৰ চৰ্কাৰলৈ পঠোৱা এখন ইতলাত লিখিছিলঃ তিনিজন বিচক্ষণ কৰ্নেল, তেওঁৰ (গভৰ্নৰৰ) ব্যৱহাৰত অতিষ্ঠ হৈ, স্বাস্থ্যৰ চেলুলৈ ইয়াৰ পৰা ভাগিল। ইউৰোপৰপৰা তেওঁ লগত লৈ অহা চাকৰবাকৰ গোটেইজাক পলাল। তাৰ পিছতো দুবাৰকৈ চাকৰবাকৰ জাককে সলনি কৰিবলগীয়া হ'ল। কাউন্ত বালমেইনৰ লগত তেওঁ অতি

৫৫৯ "You must consider, gentlemen, whether such an act against the very person of Bonaparte would secure the approbation of your Governments There is no doubt that all the Powers are in agreement that he should be treated with the greatest respect" Korngold

৫৬০ Whether from the diversity of their instructions or the malignity of the climate the Commissioners could scarcely be called a harmonious body Rosebery

অজস্র আচৰণ কৰিছে। বেৰণ স্টুৰ্মাৰৰ লগত তেওঁ এদিন টিকা গাড়ীৰ কচোৱানে কৰা দি ব্যৱহাৰ কৰিছিল।"[৫৬১]

চাৰ হাড্‌চন্ ল' কোন তৰহৰ আখৈগড়ীয়া অজীনপাতকী আছিল কমিচনাৰ সকলৰ কথাৰপৰা সেই কথা বুজিবলৈ বাকী নাথাকে।

(৩) চেইণ্ট হেলেনাৰ জলবায়ুঃ কাউণ্ট বাল্‌মেইনে লিখিছিল ঃ ইয়াৰ জলবায়ুৰ লগত অভ্যস্ত হওঁ চাবি, মোৰ স্নায়বিক বিকাৰ ঘটিছে, ইয়াৰ জল-বায়ুয়ে মোৰ স্বাস্থ্য ধ্বংস কৰিলে।" হাৱাপানী সলনি কৰিবলৈ কিছুদিনলৈ ব্ৰেজিললৈ গৈ ঘূৰিপকি আহি পুনৰ তেওঁৰ আগৰ অৱস্থা হ'ল। সৰহ দিন তেওঁ চেইণ্ট হেলেনাত তিষ্ঠিব নোৱাৰিলে। কিন্তু ষ্টুৰ্মাৰৰ অৱস্থালৈ চাই বাল্‌মেইনৰ অসুখ শকত বিধৰ নাছিল। চেইণ্ট হেলেনাত এবছৰ নৌ হওঁতেই স্নায়বিক বিকাৰ ঘটি ষ্টুৰ্মাৰক 'হিষ্টিৰিয়া' ৰোগে পালে—বিনা কাৰণত কেতিয়াবা তেওঁ ঢেকঢেকাই হাঁহে, কেতিয়াবা আকৌ হাঁও হাঁও কৈ কান্দে। পিছলৈ ঘনাই মূছ-কঁছ যাবলৈ ধৰিলে। মূছকঁছ যোৱাৰ সময়ত চাৰিজনকৈ মদগজ মানুহেও তেওঁক ধৰি ৰাখিব নোৱৰা হৈছিল, কানি খুৱাই শুৱাই থোৱাৰ বাহিৰে অন্য উপায় নাছিল। তেওঁও সৰহদিন নিতিষ্ঠিল।[৫৬২] একমাত্ৰ মঁশেন্নুহে শেহলৈকে ৰ'ল।

এইখিনিতে লাট বাহাদুৰৰ আৰু এটি কীৰ্তিৰ কথা ক'বলগীয়া হ'ল। অষ্ট্ৰীয় সম্ৰাটৰ এখন মনোৰম বাগিচাত নানা তৰহৰ গছগছনি আছিল। তাতে ভিন ভিন দেশৰ বিবিধ জাতৰ জন্তুও তেওঁ

---

৫৬১ That when Lowe lost his temper, which was rather often he behaved in a manner hardly becoming an officer and a gentleman is evident from the reports of all the three Commissioners Montchenu, in his report to the Duc de Richelieu, on May 22 and June 2, 1818 has written " with Baron von Sturmer he had a scene fit for a cab-driver" Korngold

৫৬২ The climate or Lowe, or both were too much for the systems of these unlucky diplomatists Rosebery

পুঁহিছিল। চেইণ্ট হেলেনাবপৰা নতুন বিধৰ গছৰ পুলি নিবলৈ সম্রাটে ছুৰ্মাবৰ লগত ফিলিপ্ ৰেল নামেৰে গছনশাস্ত্ৰজ্ঞ (botanist) এজন ডেকাক পঠাইছিল। নাপলেয়ঁৰ লগুৱা মাঁৰ্খাৰ মাকে তেতিয়া ভিয়েনাত নাপলেয়ঁৰ লৰাটিৰ ধাই হিচাপে কাম কৰি আছে। লৰাটিৰ চুলি কেইডালিমান পালে দেউতাকে ভাল পাব বুলি ভাবি ধাইগৰাকীয়ে লৰাটিৰ চুলি কেইডালমানৰ সক টোপোলা এটি ফিলিপ ৰেললৈ পঠাই জনালে যে সেই কিডাল তেওঁৰ নিজৰে চুলি, তেওঁৰ পুতেক মাৰ্খাঁক নি দিলে তেওঁ কৃতজ্ঞ হ'ব। ধাইগৰাকীয়ে জানিছিল যে চুলিকিডাল নাপলেয়ঁৰ লৰাৰ বুলি ন'কলেও মাৰ্খাঁই সেই কথা বুজি নাপলেয়ঁক দিব। চেইণ্ট হেলেনাত উপস্থিত হৈ ফিলিপ ৰেলে, ৰিচাৰ্ড প্ৰিন্স বোলা এজন মানুহৰ মাৰফত টোপোলাটো মাঁৰ্খাৰ হাতত পৌচাই দিলে। গভৰ্নৰৰ চোৰাংচোৱাই কথাষাৰৰ গুং উলিয়াই গভৰ্নৰক জনালে। গভৰ্নৰে তৎক্ষণাৎ অষ্ট্ৰীয় কমিচনাৰৰ কৈফিয়ৎ তলব কৰিলে—কিয় গভৰ্নৰৰ অনুমতি নোলোৱাকৈ টোপোলা এটা লংউডলৈ পঠোৱা হৈছিল। ছুৰ্মাৰে কথাটোৰ ওৰ লৈ, ফিলিপ ৰেলৰ হতুৱাই সকলোখিনি কথা বিতং কৈ লিখোৱাই গভৰ্নৰলৈ পঠালে। কৈফিয়তত এই কথাও লিখা হ'ল যে এনে তুচ্ছ কথা এটা গভৰ্নৰক জনাবলগীয়া কথা বুলি তেওঁ ভাবিব পৰা নাছিল।

কৈফিয়ত পঢ়ি গভৰ্নৰ সন্তুষ্ট ন'হ'ল, ৰিচাৰ্ড প্ৰিন্স আৰু ফিলিপ ৰেল, দুয়োকো তৎক্ষণাৎ চেইণ্ট হেলেনাৰ পৰা বহিষ্কাৰ কৰা হ'ল। অষ্ট্ৰীয় কমিচনাৰে এই কথাত বৰ অপমানিত বোধ কৰিছিল, কিন্তু প্ৰতিকাৰৰ তেওঁ একো উপায় বিচাৰি নাপালে।

লংউডত খৰচৰ বাবে টকা আঠ হাজাৰ পাউণ্ডলৈ কমাই দিয়াৰ ফলত তাত নাটনিয়ে দেখা দিয়ে। ১৬ চেপ্টেম্বৰৰ দিনা (১৮১৬) লা-কাচে তেওঁৰ ডায়েৰী-বহীত লিখিছিল: মোৰ লগুৱাটোৱে আহি জনালে যে পুৱা খাবলৈ কফি, চেনি, গাখীৰ, ৰুটি একো নাই। কালি ৰাতি ভোক লাগি ৰুটি এটুকুৰা বিচাৰিছিলোঁ, নাই বুলি ক'লে। জীয়াই থাকিবৰ বাবে যিবোৰ বস্তু ন'হলে নহয়, সেইবোৰৰ পৰাও আমি বঞ্চিত হ'বলৈ ধৰিছোঁ। মোৰ এই কথা বহুতে হয়তো বিশ্বাস কৰিবলৈ টান পাব, কিন্তু সঁচাৰ বাহিৰে মিছা কথা ক'তো এষাৰো মই লিখা নাই।

১৮ আগষ্টৰ দিনা লাট বাহাদুৰৰ পেটত যি পালি দৰব পৰিছিল, সেই পালি সতকাই তেওঁ হজম কৰাৰ কথা নহয়। চাৰ হাড্চন্ ল' তাৰ খং নমৰাকৈ থকা বিধৰ ভকত নাছিল। ধনবিত বিচাৰি নাপলেয়ঁ বা তেওঁৰ লগৰীয়াসকলে আপোন মানুহলৈ চিঠিপত্ৰ লিখিলে, সেইবিলাক গভৰ্নৰে যথাস্থানলৈ নপঠাই জব্দ কৰিবলৈ ধৰিলে। যোগনিয়াৰে লংউডলৈ অখাদ্য মাংস আৰু ভেঁকুৰা ৰুটিকা পঠাবলৈ ধৰিলে। খোৱা পানীৰ যোগানো নিয়মিতভাৱে নহা হ'ল।[৫৬৩] নেগুৰীয়া লাট বাহাদুৰৰ জহত সম্রাট নাপলেয়ঁ আৰু

৫৬৩ While Sir Hudson Lowe is giving dinner-parties, for weeks at a time, Napoleon cannot get even fresh water or milk E L

তেওঁৰ পৰিজনসকলৰ লোন খুটি ভাত খোৱা দশা হ'ল। এদিন খোৱা বস্তুৰ অভাৱত বান্ধনিয়ে উবহী এসোপাকে বান্ধি দিলে। "ভাল হৈছে, ভাল হৈছে" বুলি তাকে খাই নাপলেয়ঁই লগৰীয়া-সকলক ক'লে, "ভালেচঁত লেফটেনাণ্ট হৈ থাকোঁতে মাজে সময়ে মই এনে খোৱাকে খাবলগীয়া হৈছিল। মোৰ সকলো সহ্য হয়, কিন্তু তোমালোকে যে মোৰ কাৰণে এনেবোৰ জঞ্জাল সহিবলগীয়া হৈছে সেই বাবেহে দুখ লাগে।" এদিন পচা মঙহ খাবলৈ দিওঁতেহে তেওঁ কৈছিল, "আমি কোনোবা নৰখাদকৰ দেশ এখনত বন্দী হৈ থকা হ'লেও কিজানি এনে ব্যৱহাৰ নাপালোহেঁতেন, তথাপি এইবোৰ কথা লৈ মোৰ মনত অকণো বেজাৰ নাথাকিব, যদি এই বিলাক কথা জগতে এদিন জানিবলৈ পায়—যাতে যিসকল এনেবোৰ কাৰ্য্যৰ বাবে দায়ী, সিসকলে লাজত মূৰ দাঙিব নোৱৰা হয়।[৩৩৪]

মাৰ্শ্বাঁই কান্সৰ পৰা বাকচত ভৰাই অনা ৰূপৰ কাঁহীবাটিকে লংউডত ব্যৱহাৰ কৰা হৈছিল। জোৰা নমৰা হ'লত তাৰে এসোপা নাপলেয়ঁই জেইম্‌চ্‌টাউনত লীলামত বিক্ৰী কৰিবলৈ দিলে। এই কথাৰ সংবাদ পায়েই গভৰ্নৰে নিষেধাজ্ঞা জাৰি কৰিলে—কোনেও

---

৩৩৪(ক) Napoleon adopts a simplicity of life which outdoes that even of his poorest days as a lieutenant When for sometime there has been nothing to eat, and the cook had to eke things out with French beans, he eats them enthusiastically, praises the dish and the cooking On one occasion when uneatable meat is served at dinner, he contents himself with the remark, "I should trouble little about myself, if I could only feel sure that some day our humiliations would be proclaimed to the world, so that those who are responsible for them would be covered with shame" E L

৩৩৪(খ) "The cruelties which are practised here would be disavowed by cannibals" Abbott

সেই বাচন-বৰ্তন কিনিব নোৱাৰিব। পিছত তেওঁ নিজেই গোমস্তাৰ জৰিয়তে বেনামিকৈ নামমাত্ৰ দাম দি সোপাকে কিনি থ'লে।[৬৫]

লাট বাহাদুৰৰ এই কীৰ্ত্তিৰ বাতৰি যেতিয়া সমগ্ৰ ইউৰোপত বৌজাল-বৌজালকৈ বিয়পি পৰিল, সকলোৱে চিকো-চিকো কৰিবলৈ ধৰিলে, তেওঁৰ তেতিয়া খৰলিমৰলি লাগিল—কিজানি চাকৰিটোৱেই যায়। ভতাভুকুতাকৈ মঁথলৈলে তেওঁ লিখিলে যে জেনেৰেল ব'নাপাৰ্টৰ সঁচাকৈয়ে ধনৰ নাটনি হৈছিল বুলি তেওঁ ভাবিব পৰা নাছিল, সেই কথা জনা হ'লে খৰচৰ টকা নকমালেহেঁতেন, যি কি নহওক, চৰ্কাৰৰ আদেশলৈ বাট নাচাই, নিজৰ দায়িত্বতে তেওঁ লংউডত ঘৰ চলোৱাৰ বাবে পুনৰ মাহে এহেজাৰ পাউণ্ডকৈ দি থাকিব।[৬৬]

লাট চাহাবৰ এই উদাৰতা আৰু বদান্যতা দুদিন পিছতে কিন্তু তেনেই মূল্যহীন হ'ল। সিফালে লৰ্ড বেথাৰ্ষ্টৰো খৰমৰনি লাগিছিল হ'বলা, গভৰ্নৰলৈ তেওঁ জৰুৰী নিৰ্দেশ পঠালে যে লংউডৰ খৰচৰ বাবে বছৰি বাৰ হাজাৰ পাউণ্ডকৈ তো দিবই, লাগিলে তাতোকৈ সৰহকৈ দিবলৈকো কেৰজেৰ নকৰিব। লণ্ডনৰ এটা বেঙ্কলৈ নাপলেয়'ই মোহৰ মাৰি পঠোৱা চিঠি সুখুলিবলৈকো গভৰ্নৰে

---

৬৫ He and his companions have been deprived of their money The letters he writes to France asking for funds are intercepted Being positively in want he has some of his silverplate put up to auction When this is reported to the governor by semaphore, the inhabitants are forbidden to buy Lowe himself purchases the articles at knock-down prices through an agent E L

৬৬ চৰ্কাৰৰ হুকুম নোলোৱাকৈও বহু কাম কৰাৰ যথেষ্ট ক্ষমতা যে গভৰ্নৰৰ আছিল, তাৰ আৰু ভালেমান প্ৰমাণ পোৱা যায়। নিজৰ মনোমত ন'হলে, কিবা চেলু উলিয়াই, লৰ্ড বেথাৰ্ষ্টৰ আদেশ তেওঁ উলাই কৰাবো ভালেমান উদাহৰণ আছে। গতিকে তেওঁৰ গাত দোষ পৰিলেই চৰ্কাৰৰ দোহাই দিয়া তেওঁৰ অভ্যাসটোৰ মূল্য নাছিল।

আদেশ পালে। ইউজেনে সেই বেঙ্কৰ যোগেদি টকা পঠোৱাৰ ব্যৱস্থা কৰিলে।[৫৬৭]

তাৰ পিছৰপৰা কিছুদিনলৈ ধন-বিত্তৰ বৰকৈ অনাটন ঘটা নাছিল। কাৰাবাসৰ শেহ ছোৱাতহে নাপলেয়ঁই ভাইভনীসকলৰ ওচৰত হাত পাতিবলগীয়া হৈছিল।

এনে বিধৰে আৰু এটি সৰু ঘটনাৰ কথা এইখিনিতে কৈ থোৱা যাওক। নাপলেয়ঁই কয়লাৰ গোন্ধ সহিব নোৱাৰিছিল, কাঠখৰিৰ জুইহে পুঁৱাইছিল। গভৰ্নৰে এদিন জনালে যে চেইণ্ট হেলেনাত খৰিৰ বৰ নাটনি, গতিকে লংউডলৈ খৰি পঠোৱা ন'হব, কয়লাহে পঠোৱা হ'ব। গভৰ্নৰৰ এই নিৰ্দেশ পাই নাপলেয়ঁই তেওঁক শুবলৈ দিয়া কাঠৰ পালেংখন ভঙাই জুইত দিয়ালে। কথাষাৰ নিমিষতে ফুটিকাটি গ'ল। পিছদিনাই লংউডৰ হাউলিত দ'মাদ'মে খৰি আহি ঠাহ খালেহি।

যেন কুকুৰ তেন টাঙোন বোলা ফকৰাকাকি এই ক্ষেত্ৰত খটিয়াকৈ খাটে।

নিজৰ জীৱন-সোঁৱৰণীখনৰ সামৰণি মাৰিবলৈ নাপলেয়ঁক কেতবোৰ কিতাপ লগা হৈছিল। লা-কাচে সেই সম্বন্ধে লেডি হলেণ্ডলৈ চিঠি এখন লিখিছিল। লৰ্ড হলেণ্ডৰ অনুৰোধতে হ'বলা, ব্ৰিটিছ চৰ্কাৰে লা-কাচলৈ কিতাপ কেতবোৰ পঠাইদি, লগতে ১৩৯৬

---

৫৬৭ Bathurst made a further concession He wrote to Lowe, "If you consider the sum of £ 12000 to be inadequate, you should have no difficulty in making an addition" In a despatch dated November 22 Bathurst (also) authorized Lowe to permit Napoleon to send sealed letters to a London Banking House Eugene, with whom Napoleon had eighty thousand francs, made arrangements with Andrews, Street & Parker of London, so that drafts signed by Bertrand should be honoured

Korngold.

পাউণ্ডৰ 'বিল' এখনো পঠাই দিলে। নাপলেয়ঁই বেত্ৰ্ঁাৰ হতুৱাই লিখালে যে প্ৰত্যেকখন কিতাপৰ মূল্য বেলেগে বেলেগে দেখুৱাই 'বিল' পঠাব লাগে। 'বিল' আৰু নাহিল, কিতাপৰ দামো দিয়া ন'হ'ল। নাপলেয়ঁৰ মৃত্যুৰ পিছত গভৰ্ণৰে কিতাপবোৰ জব্দ কৰি লণ্ডনত নীলাম কৰোৱাইছিল।

নাপলেয়ঁৰ ওপৰত খৰচ হোৱা কেইটামান টকাৰ কথা লৈ মহাপ্ৰতাপী ব্ৰিটিছ চৰ্কাৰে চলোৱা কেৰঘেহনিখনলৈ চালে, বহু বছৰ আগত ইংৰাজক নাপলেয়ঁই une nation des boutiquiers[৫৬৮] বোলা কথাষাৰলৈ মনত পৰে।

---

৫৬৮ উন্ নাচিয়ঁ দে বুতিকিয়ে=a nation of shopkeepers=পোহাৰীৰ জাত।

## ৬৬

চিপ্ৰিয়ানি আৰু চান্তিনি নামেৰে দুটা কৰ্চিকাদেশীয় লগুৱা নাপলেয়ঁৰ লগত চেইণ্ট্ হেলেনালৈ আহিছিল। চান্তিনিয়ে মাজে সময়ে চৰাই-চিৰিকটি চিকাৰ কৰিবলৈ যাওঁ বুলি কামৰপৰা ছুটী লৈ কেনিবা ওলাই যায়। পিছত গম পোৱা গ'ল যে চৰাই-চিৰিকটি চিকাৰ কৰিবলৈ সি নাযায়, তাৰ মতলব গভৰ্নৰক চিকাৰ কৰাহে— "ৰাক্ষস গভৰ্নৰটোক গুলিয়াই বধ কৰি তাৰ পিছত নিজক গুলি কৰাৰ। এই বতৰা নাপলেয়ঁৰ কাণত পৰিলত তেওঁ চান্তিনিক বৰ ভবিয়ালে, আৰু তাক বুঝাই ক'লে যে সি তেনে কাম কৰিলে তেওঁ কৰোৱা বুলিয়েই সকলোৱে ভাবিব, তাতকৈ অপযশ তেওঁৰ আৰু কি হ'ব পাৰে।

নাপলেয়ঁৰ চেইণ্ট্ হেলেনাত অৱস্থানৰ কালছোৱাত এনে বিধৰ সকসুৰা নানান ঘটনা ঘটিছিল। তাৰ চমু আভাস পিছেপৰে দিয়া যাব, এতিয়া পুনৰ লাটবাহাদুৰৰ বৃত্তান্তলৈ ঘূৰি যোৱা যাওক।

পুঠী মাছৰ চটচটনি ক্ৰমাত বাঢ়ি যাবলৈ ধৰিলে। কৰ্নেল চাৰ টমাচ্ ৰীড আছিল গভৰ্নৰৰ এড্জুটেণ্ট্-জেনেৰেল আৰু একান্ত অনুগত মো-চাহাব। ৪ অক্টোবৰৰ দিনা ( ১৮১৪ ) তেওঁ লংউডত উপস্থিত হৈ নাপলেয়ঁক জনালে যে (১) তেওঁৰ লগৰীয়া আৰু লগুৱাসকলে আগতে যিখন প্ৰতিজ্ঞাপত্ৰত চহী দিছিল, সেইখন

নামঞ্জুৰ হ'ল, গভৰ্ণৰে বিচৰা মতে, (অৰ্থাৎ 'সম্ৰাট নাপলেয়ঁৰ' ঠাইত 'জেনেৰেল বনাপাৰ্ট' বুলি লিখি) নতুনকৈ প্ৰতিজ্ঞাপত্ৰত সকলোৱে চহী দিব লাগিব; নহলে তেওঁলোকক তুৰন্তে কেইপ্ টাউনলৈ পঠোৱা হ'ব, পিছত সুবিধামতে ইউৰোপলৈ পঠোৱাৰ ব্যৱস্থা কৰা হ'ব। (২) প্ৰতিজ্ঞাপত্ৰত চহী দি যিসকল থাকিবলৈ বিচাৰে, ভৱিষ্যতলৈ তেওঁলোকে ব্ৰিটিছ চৰ্কাৰৰ বা চৰ্কাৰৰ প্ৰতিনিধিৰ কোনো কাৰ্য্য বা আদেশ-নিৰ্দেশৰ সমালোচনা কৰিব নোৱাৰিব। তেনে কাম কৰিলে তৎক্ষণাৎ তেওঁলোকক কেইপ্ টাউনলৈ পঠাই দিয়া হ'ব, তাৰপৰা ইউৰোপলৈ যোৱাৰ ব্যৱস্থা তেওঁলোকে নিজে কৰিব লাগিব। (৩) লংউডত খৰচ কমোৱাৰ বাবে গভৰ্ণৰে অন্ততঃ চাৰিজন মানুহক অবিলম্বে কেইপলৈ পঠাবলৈ স্থিৰ কৰিছে, তাৰপৰা তেওঁলোকক ইউৰোপলৈ পঠোৱা হ'ব।

ৰীড্ চাহাব যোৱাৰ পিছত নাপলেয়ঁই লগৰীয়াসকলক ক'লে, "সেই boja (ঘাতক)-টোৰ পাতলিত আমি পৰিছোঁ যেতিয়া, তোমালোকে প্ৰতিজ্ঞাপত্ৰত চহী দিলেও, দুদিন পিছত আন কিবা ফুঁছৰি তৰঙাই তোমালোকক ইয়াৰপৰা খেদাই মোক অকলশৰীয়া নকৰাকৈ সি নেৰে। গতিকে, অকল মোৰ প্ৰতিয়েই নহয়, ফ্ৰান্সৰ প্ৰতি অসন্মানজনক আৰু আমাৰ নীতিবিৰুদ্ধ কাম এটা কৰি অমানুহ হবলৈ যাব নালাগে। প্ৰতিজ্ঞাপত্ৰত চহী নিদিয়া বুলি তোমালোকে জনাই দিয়া। ই মোৰ অনুৰোধ নহয়, আদেশ। অকলশৰেই মই ইয়াত থাকিব পাৰিম।"

গভৰ্ণৰে তেওঁৰ ভাবুকি সঁচাকৈয়ে কাৰ্য্যত খটুৱাব বুলি নাপলেয়ঁৰ লগৰীয়াসকলে ভবা নাছিল। তেওঁলোকে গভৰ্ণৰক জনালে যে সম্ৰাটৰ প্ৰতি অসন্মানজনক কোনো কাম তেওঁলোকে নকৰে। প্ৰতিজ্ঞাপত্ৰত চহী দিবলৈ সম্ৰাটে তেওঁলোকক নিষেধ কৰিছে। সম্ৰাটৰ আদেশ অমান্য কৰিবলৈ তেওঁলোক অক্ষম।

পিছবেলা গভৰ্ণৰ আহি লংউডত ওলালহি। বেৰ্ট্ৰাঁলৈ বুলি

মন্ত্ৰোৱা আৱাসজোৰা হৈ থকা ঘৰটোতে বহি, নাপলেয়ঁৰ লগৰীয়া-সকলক এজন এজনকৈ মতাই আনি তেওঁ জেৰা কৰিবলৈ ধৰিলে—কিয় প্ৰতিজ্ঞাপত্ৰত চহী দিবলৈ তেওঁলোক মান্তি নহ'ল। বেৰ্ট্ৰাঁই উত্তৰ দিলে যে সম্ৰাটৰ প্ৰতি অসন্মানজনক কোনো কাম কৰিবলৈ তেওঁলোক প্ৰস্তুত নহয়। লা-কাচে বেঁৰ্ত্ৰাঁৰ কথাতে যোগ দি ক'লে, "Mousiuer le Gouverneur ( মচিয় ল' গুভেৰ্নৰ ), তেখেতক আমি শ্ৰদ্ধা কৰাৰ কথা আপুনি সুধিছে? শ্ৰদ্ধা নহয়, আমি তেখেতক পূজা কৰোঁ।"৩৬৯

সেইদিনা সন্ধিয়া খোৱাবোৱাৰ পিছত নাপলেয়ঁই লগৰীয়া-সকলক 'ডন্ কিহতে' ( Don Quixote ) পঢ়ি শুনাইছে, এনেতে লগুৱাই চিঠি এখন আনি দিলে: গভৰ্নৰৰ আদেশ—যিহেতু মাদাম বেঁৰ্ত্ৰাঁৰ তেতিয়া গাত লেঠা, সেই কাৰণে বেঁৰ্ত্ৰাঁ পৰিয়ালক কিছুদিনলৈ চেইণ্ট হেলেনাত থাকিবলৈ দিয়া হ'ব, লংউডৰ কাম-কাজ চলাবলৈ চাৰিজন লগুৱাও থাকিব পাৰিব, বাকী সকলোটি কেইপ্ টাউনলৈ যাবলৈ পিছদিনাই জাহাজত উঠিব লাগিব।

নাপলেয়ঁই গভৰ্নৰৰ আদেশ সম্বন্ধে এষাৰ মাতো নামাতিলে। থন্তেকলৈ টলকা মাৰি বৈ পুনৰ পঢ়িবলৈ লাগিল। লগৰীয়াসকলৰ কিন্তু মুখত পানী নোহোৱা হ'ল। আৰু কিছু সময় কিতাপখন ডাঙৰকৈ পঢ়ি শুনাই নাপলেয়ঁ শুবলৈ গ'ল। পুৱতী নিশালৈকে মূৰে কপালে হাত দি লগৰীয়াসকল বহি থাকিল। অৱশেষত থিৰ হ'ল যে সম্ৰাটক অকলে এৰি থৈ তেওঁলোক গুচি যাব নোৱাৰে যেতিয়া, তেওঁৰ আদেশ অমান্য কৰি হ'লেও প্ৰতিজ্ঞাপত্ৰত চহী দিব লাগিব। নিশা দুপৰৰ পিছত কেপ্তেইন পপ্লটনক জগাই প্ৰতিজ্ঞাপত্ৰসোপা তেওঁৰ ওচৰত দাখিল কৰা হ'ল। মাথোন চাস্তিনিক প্ৰতিজ্ঞাপত্ৰত

৩৬৯ "Monsieur le Gouverneur, you talk of us revering him as our sovereign, we do more—we worship him."

চহী দিবলৈ দিয়া নহ'ল। সি কোনদিনা গভৰ্নৰক গুলিয়াই কি কাণ্ড কৰি বহে ক'ব নোৱাৰি, পণ্ডিতে সি খোৱাই ভাল। চান্তিনিৰ লগতে লাংউডৰ খৰচ কমাবলৈ গভৰ্নৰে পিয়ন্ত্‌কৌস্কি আৰু চুজন লগুৱাকো পিছদিনা চেইন্ট হেলেনাৰ পৰা আঁতৰালে। পিয়ন্ত-কৌস্কিক খেদাবলৈ লৰ্ড বেথাৰ্ষ্টৰ পৰা আদেশ আহিছিল, কাৰণ চেইন্ট হেলেনাৰ মাৰাত্মক জলবায়ুৰ বিবৰণ দি পিয়ন্ত্‌কৌস্কিয়ে লিখা চিঠি এখনত লৰ্ড চাহাবৰ চকু পৰিছিল।

চান্তিনিয়ে বিলাতত উপস্থিত হৈ "ব্ৰিটিছ জাতিলৈ গোহাৰি" বুলি এখন পুথি ফৰাচী আৰু ইংৰাজী, দুয়োটা ভাষাতে প্ৰকাশ কৰোৱালে। ওথ থাপৰ পুথি নহয়, পঁচা বন কৰা, ঢকা ভাত খোৱা আলধৰাই লিখা পুথি। বান্ধনিঘৰৰ আসোৱাঁহৰ কথাই সৰহ। তথাপি সেই সময়ত নাপলেয়ঁৰ কাৰাবাস সম্বন্ধে জানিবলৈ ইউৰোপৰ জনগণ এনে উত্ৰাৱল হৈছিল যে এই সস্তীয়া পুথিখনকো, ইটোৰ পিছত সিটোকৈ নতুন নতুন সংস্কৰণ ওলাইছিল। কিতাপখনৰ জহতে অলপদিনৰ মাজতে চান্তিনি, আঁতিলে ৰস বোৱা আটন্তিয়াৰ পুৰুষ হৈ উঠিছিল।

* * *

লাইজাল বাই লাট বাহাদুৰৰ লতা লাগিল। এইখন ৰণত জিকি তেওঁ পৃথিবীত পাৱকে নিদিয়া হ'ল, মূৰে ভৰি কাটিবলৈ মহলা পাতিলে। নাপলেয়ঁক তেওঁ হুব্‌মত্‌ চন্‌ কৰিহে এৰিব। অক্টোবৰ মাহৰ ৯ তাৰিখে (১৮১৬) চাৰিদফীয়া নতুন এক অনুশাসন জাৰি হ'ল:

১ম দফা: এই দফাৰ আদেশ সম্বন্ধে আগত অলপকৈ উনুকিওৱা হৈছে। লগত ব্ৰিটিছ বিষয়া নোলোৱাকৈ নাপলেয়ঁ আৰু তেওঁৰ লগৰীয়াসকলে ফুৰিব চাকিব পৰা ঠাইৰ পৰিসৰ বাৰ মাইলৰপৰা তাকৰাই আঠ মাইল কৰা হ'ল। মানুহৰ ঘৰবাৰী থকা আৰু ছাঁ পৰা যি কেই চমকা ঠাই আগতে আৱন্মিয়াৰ মাজত সোমাইছিল,

এতিয়া সেইবিলাক তাৰ বাহিৰে পৰিল। থাকিল গৈ মাথোন খাওঁ খাওঁ কৈ থকা উৱাৰ সমতল ভূমি এডোখৰ।

২য় দফা : নাপলেয়ঁ কুৰিৰ চাকিৰলৈ যাওঁতে লগত ব্ৰিটিছ মিৰয়াজন নাথাকিলে, বাটত চেইণ্ট হেলেনাৰ বাসিন্দা কাৰোবাক পালে কথা বতৰা হ'ব নোৱাৰাৰ নিষেধাজ্ঞা আগৰেপৰা আছিল। নাপলেয়ঁই সেই আজ্ঞা মানি চলা নাছিল। এইবাৰ আদেশ হ'ল যে তন্নিমিত্তলৈ অনুশাসন বিৰুদ্ধ তেনে কাম কৰিলে চন্তৰীয়ে গুলি চলাব। এই দফা অনুশাসনৰ অৰ্থ হ'ল যে বাটত কোনোবাই নাপলেয়ঁক সম্ভাষণ জনাই নমস্কাৰ দিলে, তেওঁ কেপ্তেইন পপ্ল্টনক খবৰ দিব লাগিব, কেপ্তেইন আহি পালেহে নমস্কাৰৰ প্ৰত্যুত্তৰ দি মাত মাতিব পাৰিব।

৩য় দফা : গভৰ্নৰৰ অনুমতিপত্ৰ লৈ যিসকল নাপলেয়ঁক লগ পাবলৈ লংউডলৈ যায়, নাপলেয়ঁৰ বাহিৰে আন কাৰো লগত সি সকলে কথা পাতিব নোৱাৰিব। তাৰ মানে, কোনোবাই তেওঁক দেখা কৰিবলৈ আহিলে, নাপলেয়ঁই গৈ নিজে দুৱাৰ মেলি দি মানুহজনলৈ চাব, মানুহজনে যদি ফৰাচী ভাষা নাজানে, তেনেহলে দুয়ো দুয়োৰ কালে কিছুপৰ চোৱাৰ পিছত আঁতৰি যাব লাগিব!!

৪ৰ্থ দফা : আগতে নিশা ন বজাত চিপাহীৰ আৱলী লংউডৰ ঘৰৰ দাঁতিলৈ কাষ চাপি অহাৰ আজ্ঞা আছিল। এতিয়া বেলি পৰাৰ লগে লগে ছয় বজাত কাষ চাপি অহাৰ আজ্ঞা দিয়া হ'ল। এই আদেশৰ অৰ্থ হ'ল, ছাঁ পৰি থকা কোনো ঠাইলৈ দিনতো নাপলেয়ঁ যাব নোৱাৰা হ'লেই, বেলি পৰাৰ পিছতো নিজৰ ফুলনিলৈকো ওলাব নোৱাৰা হৈ, অসূৰ্য্যম্পশ্যা অন্তঃপুৰবাসিনীৰ দৰে তেওঁ বাস কৰিব লাগিব।[৩৭০]

---

৩৭০ This meant that during the only season of the year when the plateau was relatively free of fog, wind and rain he would have to remain indoors : Korngold.

এইবিলাক অপুদঘাত আইনকানুন জাৰি কৰিবলৈ লাট বাহাদুৰে লর্ড বেথাৰ্ষ্টৰ পৰা নির্দেশ পোৱা নাছিল। এইবিলাক তেওঁৰ নিজৰ উৰ্বৰ মস্তিষ্কপ্রসূত অনুশাসনহে আছিল।[৫৭১]

এই অনুশাসনৰ ফলত নাপলেয়ঁ আৰু তেওঁৰ সগৰীয়াসকলৰ লৈ লৈ থৈ থৈ অৱস্থা হ'ল। হোৰ তোলাৰ বাহিৰে, এই চাৰি-দকীয়া অনুশাসনৰ আন কোনো অৰ্থ যে নাছিল, সেই কথা বুজিবলৈ 'ক' টোৰ তিনিচুক চিনি নোপোৱাবো সবহু পৰ নালাগিব। এই অনুশাসন সম্বন্ধে চাৰ ৱল্টাৰ স্কটে কৈছে যে নাপলেয়ঁই গভর্নৰক অসন্তোষ দি কিবা কৰিলেও, তেওঁৰ সেই সময়ৰ অৱস্থালৈ চাই গভর্নৰে প্রতিশোধ ল'বলৈ যাব নাপাইছিল।[৫৭২] বন্দী অৱস্থাত নাপলেয়ঁৰ ওপৰত অমানুষিক প্রতিশোধ লোৱাই যিস্থলত প্রতাপী ব্রিটিছ চর্কাৰৰ নীতি আছিল, তেনে স্থলত আগৰপৰা গুৰিলৈকে সেই নীতি ওজস্বিনী ভাষাত সমর্থন কৰি, সেই চর্কাৰৰ তলতীয়া বিষয়া এজনক, সেই নীতি পানী নসবাকৈ কামত খটুওৱাৰ বাবে, এই মৃদুগঞ্জনাকেৰা দিবৰ স্কট্ চাহাবৰ কি মন গ'ল ক'ব নোৱাৰি।

এই অপুদঘাত অনুশাসনৰ সন্দৰ্ভত কমিচনাৰসকলে গভর্নৰৰ কথা কৈ পেংচালী কৰাৰ কথা গভর্নৰৰ কাণত গৈ পৰিল। এডমিৰেল

---

৫৭১ Lord Bathurst at no time instructed Lowe to make these absurd and sadistic regulations These were entirely his own inventions Korngold.

৫৭২ We are inclined from a review of his (Sir H L's) conduct, divesting it of the exaggerations of his personal enemies, to think there remain traces of a warm and irritable temper, which seems sometimes to have overborne his discretion, and induced him to forget that his prisoner was in a situation where he ought not, even when his conduct seemed most unreasonable and provoking, to be considered as an object of resentment, or being subject, like other men, to retort and retaliation . Sir Walter Scott : *The Life of Napoleon*, Vol IX.

মেকমেও ক্লায়টো ৰব স্নবিধা ন'হ'ল বুলি মত প্ৰকাশ কৰিলে। সাতে পাঁচে লাট বাহাদুৰৰ গালৈ অলপ চেতন আছিল। এনেবোৰ কাৰ্য্যৰ বাবে অকল তেওঁৰ নিজৰে নহয়, তেওঁৰ দেশ আৰু জাতিৰো দুৰ্নাম হ'ব পাৰে বুলি লাট বাহাদুৰৰ এই প্ৰথম অলপ গা চেবোৱা যেন দেখা গ'ল। গধূলি ছয় বজাত লংউড যেৰি পেলাবলৈ চকুৰীক দিয়া হুকুম বদ কৰি ( ১৬ ডিচেম্বৰ ১৮১৬ ) আগৰ হুকুমকে বাহাল কৰি নিখা ন বজালৈ সময় বঢ়াই দিয়া হ'ল। তাৰ উপৰিও লাট চাহাবে বেঁৰ্ট্ৰাক জনালে যে ফুৰিবলৈ চাকিবলৈ যাওঁতে কাৰো লৈতে কথা বতৰা নাপাতিবলৈ নাপলেয়ঁৰ ওপৰত জাৰি কৰা নিষেধাজ্ঞা কাৰ্য্যকৰী কৰাৰ উদ্দেশ্য তেওঁৰ নাছিল। কাগজে কলমেহে হুকুমটো জাৰি কৰা হৈছিল, চিপাহীকো গুলি চলাবলৈ তেওঁ হুকুম দিয়া নাছিল।

নাপলেয়ঁই অৱশ্যে লাট বাহাদুৰৰ এই অনুগ্ৰহ ক্ৰেবাৰ স্নযোগ ন'ল'লে। তেওঁ ক'লে, গভৰ্নৰে এই আদেশ বদ কৰি নতুন এক আদেশ জাৰি কৰি বন নোহোৱাৰ বন কৰি দেখুৱাবলৈ কিমান পৰ লাগিছে, গতিকে এই অনুগ্ৰহ ফেৰা গ্ৰহণ কৰি লঘু হবলৈ গৈ কি লাভ? ৯ অক্টোবৰৰ অনুশাসন জাৰি হোৱাৰ দিনাৰপৰা তেওঁ ফুৰা চকা কৰিবলৈ এৰি দি ঘৰৰ ভিতৰতে সোমাই থাকিবলৈ লৈছিল; এতিয়াও তাকে কৰিলে। মাথোন সন্ধিয়া পৰত লংউডৰ কাষৰে পাঁজৰে অলপ খোজ কাটিবলৈ ল'লে।

নাপলেয়ঁৰ গালৈ গুলি চলোৱাৰ আদেশ কাৰ্য্যকৰী কৰিব পৰা বুকুৰ পটা যে চাৰ হাড্‌চন্ ল'ৰ নাছিল, সেই কথা তেওঁ নিজে স্বীকাৰ নকৰা হ'লেও আছিল, কাৰণ ঘটনাৱলীয়ে সেই কথাৰ যথেষ্ট প্ৰমাণ দিয়ে। যি কি নহওক, এইখিনিতে এই মহতালিৰ ওৰ পৰা হ'লে কথাই নাছিল। এদিন এটা হুকুম জাৰি কৰি, দুদিনমানৰ পিছত তাক বদ কৰি, আৰু কেইদিনমানৰ পিছত তাকে আকৌ বাহাল কৰা গভৰ্নৰৰ এটা বাতিকেই আছিল। কাউন্ত বাল্‌মেইনে a veritable

mania for doing, undoing and redoing"[৬৭৩] বোলা লাট বাহাদুৰৰ এই বাতিকটোৰেই নাপলেয়ঁ আৰু তেওঁৰ সংগীসকলক বিশেষকৈ অতিষ্ঠ কৰিছিল। তেওঁৰ এই বাতিকৰ কথা চাৰ হাণ্টাৰ স্কটেও উল্লেখ কৰিছে।[৬৭৪]

৯ অক্টোবৰৰ অনুশাসন জাৰি হোৱাৰ দিনাৰপৰা ভালেদিনলৈ নাপলেয়ঁই ঘূৰাচকা কৰিবলৈ একেবাৰে এৰি দিয়া কথালৈ মন কৰি লাট বাহাদুৰৰ ভাবনা লাগিল—ব্যায়ামৰ অভাৱত নৰিয়াত পৰি অকস্মাতে নাপলেয়ঁ সিকলীয়া হ'ব লাগিলে লোকে জানোচা তেৱেঁই নাপলেয়ঁক বধ কৰা বুলি কয়। মহা চিন্তাত পৰি চাৰ হাডচন্ ল'ৰে লৰ্ড বেথাষ্টলৈ লিখিলে যে নাপলেয়ঁই যাতে পুনৰ ঘোঁৰা চেকুৰাই ফুৰিব পাৰে, তাৰ ব্যৱস্থা হাতত লোৱাৰ কথা তেওঁ ভাবিছে। নহলে, সন্ন্যাস ৰোগত অকস্মাত নাপলেয়ঁ মৰিব লাগিলে কথাটো বৰ বেয়া হ'ব, তেওঁক তিল তিলকৈ মৰিবলৈ দিয়াহে উচিত হ'ব, যাতে স্বাভাৱিক কাৰণত মৰা বুলি চাৰ্টিফিকেট্ দিবলৈ ব্ৰিটিছ ডাক্তৰসকলে অসুবিধা বোধ নকৰে।

হাড্চন ল' বোলা মানুহটো যে কেনে নীচ প্ৰকৃতিৰ আছিল—তেওঁৰ আন কীৰ্তিকলাপ সকলোবোৰ বাদ দিলেও—অকল এই চিঠিখনেই সেই কথাৰ প্ৰমাণ দিয়ে। চিঠিখনে আৰু এটা কথা ভহভহীয়াকৈ প্ৰমাণ কৰে যে নাপলেয়ঁক তিলতিলকৈ বধ কৰাৰ অভিসন্ধি অকল চাৰ হাডচন ল'ৰে অভিসন্ধি নাছিল, ব্ৰিটিছ চৰ্কাৰৰে

৬৭৩ We shall see, however, that this was not the end of the matter, for as Balmain had remarked, he (Lowe) had a "veritable mania for doing, undoing and redoing"
—Korngold

৬৭৪ "His over-anxiety led to frequent changes of his regulations, and to the adoption of measures which were afterwards abandoned and again resumed All this uncertainty occasioned just subject of complaint to his prisoner"

আছিল সেই অভিসন্ধি; নহ'লে হাতে কলমে ধৰা পৰাকৈ এনে এখন চিঠি মন্ত্ৰীলৈ গভৰ্নৰে লিখে কোন সাহেৰে।[৫৭৫]

অৱশ্যে অকল ব্ৰিটিছ চৰ্কাৰ বা ইংৰাজ ৰাজবংশৰে নহয়, ইউৰোপৰ সকলোবোৰ ৰাজবংশৰে সেই সময়ত থাই চিন্তা আছিল, কেতিয়া নাপলেয়ঁ যমৰ আলহী হয়গৈ তেওঁ যিমানদিন জীয়াই থাকে সিমান দিন তেওঁলোকে নিশা পাটীত পৰি নিশ্চিন্ত মনেৰে শয়ন সুখ উপভোগ কৰিব নোৱাৰে। তেওঁলোকৰ শয়নৰ তুলনাত নাপলেয়ঁৰ জীৱনৰ নো কি মূল্য আছে? ব্ৰিটিছ চৰ্কাৰৰ উপৰিও, এই চাম লোকৰ উচটনিয়েও চাৰ হাড্চন্ ল'ক আগলি দিয়লী আচৰণ কৰিবলৈ হেঁচুকিছিল।[৫৭৬]

চাৰ হাড্চন্ ল'য়ে নিজে ডিঙিত টেপা মাৰি বা বিহ খুৱাই নাপলেয়ঁক বধ নকৰিলেও নিঃসঙ্কোচে তেওঁক নাপলেয়ঁৰ হত্যাকাৰী বুলিব পাৰি। সেই বিষয়ে যথাস্থানত কোৱা হ'ব।

---

৫৭৫ The man's animus and the craftiness of his designs are well shown by a passage in one of his reports Lowe says he will change matters so that Napoleon will be able to resume horse exercise Otherwise, the prisoner might die of apoplexy, and that would be extremely inconvenient Death from some lingering disorder would be better, for then the British doctors would have no difficulty in certifying that death was due to natural causes E L.

৫৭৬ And since in Europe people loved sleep more than greatness, one section of the people was hounding Lowe to be brutal E L

নাপলেয়ঁই লংউডত সময় নিয়াইছিল কি উপায়েৰে? ঘোঁৰা চেঁকুৰাবলৈ আগবেপৰা তেওঁ বৰ ভাল পাইছিল। কাৰাবাসৰ আগ বতৰত নিতৌ ব্ৰহ্ম মুহূৰ্ত্তত উঠি তেওঁ ঘোঁৰা চেঁকুৰাইছিল। বাৰ মাইল পৰিধিৰ অকণমান এচমকা ঠাই ঘোঁৰা চেকুৰোৱাৰ কাৰণে প্ৰশস্ত নহয়, তথাপি লগত ব্ৰিটিছ ৰখীয়াজন থাকিলে ফুৰিবলৈ ওলাবলৈ তেওঁ ভাল নাপাইছিল গুণে বান্ধি দিয়া বেষ্টনীৰ ভিতৰতে ঘোঁৰা চেঁকুৰাই সন্তুষ্ট হ'বলৈ তেওঁ চেষ্টা দিছিল। মাজে সময়ে দূৰণিলৈ, সাগৰৰ পাৰলৈ ঘোঁৰা চেঁকুৰাই যাবৰ মন যায়। ঘোঁৰা উলিয়াবলৈ কৈ সাজপোছাক পিন্ধি বাজলৈ ওলাই, ব্ৰিটিছ বিষয়া-জনক দেখিলে তেওঁৰ মন মৰি যায়। ঘোঁৰা আস্তাবললৈ নিবলৈ আদেশ দি, ঘৰৰ ভিতৰ সোমাই, সাজ-পাৰ খুলি কিতাপ পঢ়িবলৈ লয়। পিছলৈ ঘোঁৰাত উঠিবলৈ তেওঁ এৰি দিছিল। ১৮১৬ চনৰ শেষ ভাগৰপৰা চাৰি বছৰ কাল মুঠেই এদিনো উঠা নাছিল। কাচিৎ কেতিয়াবা বাগীত ফুৰিবলৈ ওলাইছিল।

সময় কটোৱাৰ এটা উপায় আছিল গা ধোৱা। পুৱা ফুৰিচাকি আহি, কিতাপ এখন হাতত লৈ, তপত পানীত সোমাই দুই তিনি ঘণ্টা সময় তেওঁ কটাই দিছিল। পিছলৈ এইদৰে দিনে দুই তিনিবাৰকৈ তেওঁ গা ধুবলৈ লৈছিল।

পা পা খুই উঠি লা-জলপান খাই ডাক্তৰ অ'মিয়াৰাৰ লগত কথা বতৰা পাতে। দুপৰীয়া খোৱা বোৱা কৰাৰ পিছত তিনি চাৰি ঘণ্টা সময় লা-কাচক শ্ৰুতলিপি দিয়ে, ভাগৰ লাগিলে তেওঁৰ লগত কথা পাতে।

১৮১৬ চনৰ ডিচেম্বৰ মাহত গভৰ্নৰে লা-কাচক চেইন্ট হেলেনাৰ পৰা খেদোৱাৰ পিছত শ্ৰুতলিপি দিবলৈকো প্ৰায় এৰি দিয়াৰ নিচিনা। ১৮১৯ চনৰ মাজভাগৰ পৰা সমূলিকে আৰু দিয়া নাছিল। নিজৰ জীৱন সৌৰৱণীৰ শ্ৰুতলিপি দি অন্ত কৰাৰ পিছত নাপলেয়ঁই নানান বিষয়ে লা-কাচ, মঁথলঁ, গুৰ্গ আৰু লগুৱা মাৰ্শ্যাঁক শ্ৰুতলিপি দিছিল। নাপলেয়ঁৰ মৃত্যুৰ পিছত, গভৰ্নৰে জব্দ কৰাৰ ভয়ত, লগৰীয়া কিজনে সেইবিলাক কাগজপত্ৰ বাকচ এটাত ভৰাই চেইন্ট হেলেনাতে এঠাইত লুকুৱাই থৈ গৈছিল। পিছত সেই বাকচটো আৰু উদ্ধাৰ কৰিব পৰা ন'গ'ল। নাপলেয়ঁৰ মুখেদি ওলোৱা কত সাৰুৱা কথা সেইদৰে লুপ্ত হ'ল ক'ব নোৱাৰি।

সান্ধ্য ভোজনৰ পিছত সকলোটি ড্ৰইং কমত গোট খায়। কেতিয়াবা মাদাম বেঁত্ৰাঁই বা মাদাম মঁথলঁই গীত শুনায়। ন'হলে নাপলেয়ঁই নিজে বা যেই সেই এজন লগৰীয়াই কিতাপ পঢ়ি আবৃত্তি কৰে, বাকী বিলাকে শুনে। ফৰাচী শেকচপীয়েৰ কৰ্নেইৰ বিয়োগান্ত নাটক তেওঁৰ সকলোতকৈ প্ৰিয় পাঠ্যবস্তু আছিল। ভলতেৰৰ 'জাঈৰ' ( Zaire ) বোলা নাটকৰ তলত দিয়া পদ কাঁকি এদিন তেওঁ মাতি শুনাওঁতে সকলোৰে চকুলৈ পানী আহিছিল :

**Mais a revoir Paris, je ne dois plus pretendre,**
**Vous voyez qu'au tombeau je suis pret a descendre,**
**Je vais au Roi des rois demander aujourd'hui, Le prix de tout les maux que j'ai soufferts pour lui** [৫৭৭]

***Zaire : Act II. Sc 3.***

---

৫৭৭ "পুনৰ, পাৰী দেখিবলৈ পাম বুলি আশা নকৰোঁ, তোমালোকে দেখিছা, কবৰৰ তললৈ যাবলৈ মই সাজু হৈছোঁ; ৰাজৰাজেশ্বৰক—

নাটক আদি পঢ়ি, আবৃত্তি কৰি আমনি লাগিলে তেওঁ বিলিয়াৰ্ডচ্,
তাচ্ বা দাবা খেলে, নিশা লগৰীয়াসকল শুবলৈ যোৱাৰ পিছত
টোপনি নাহিলে কিতাপ পঢ়িবলৈ লয়।

পৰবাসৰ আগছোৱাত জাহাজৰ এডমিৰেল্, কেপ্টেইন, সদাগৰ, ব্ৰিটিছৰ উপনিবেশত চাকৰি কৰা উচ্চ পৰ্য্যায়ৰ বিষয়া আদি বহু গণ্যমান্য লোক নাপলেয়ঁক দেখা কৰিবলৈ আহিছিল। তেওঁলোকৰ লগত কথা বতৰা পাতিও কিছু সময় তেওঁ কটাইছিল। চেইণ্ট হেলেনাত অৱস্থিত নৌবাহিনীৰ আৰু সৈন্যবাহিনীৰ বিষয়াসকল আৰু চেইণ্ট হেলেনা কাউন্চিলৰ সভ্যসকলো গধূলি মাজেসময়ে লংউডলৈ আহি তাতে খোৱাবোৱা কৰিছিল।[৫৭৮]

১৮১৭ চনৰ শেহ ভাগত নাপলেয়ঁৰ গা ঘটাৰ পিছৰ পৰা লগ-সং তেওঁ ভাল নোপোৱা হৈছিল। নিজৰ কোঠাতে অকলে অকলে সোমাই থাকি কিতাপ পঢ়ি সময় কটাইছিল। ১৮১৭ চনৰ ৩১ অক্টোবৰৰ পিছত দুজন মাত্ৰ বহিৰাগতক তেওঁ দেখা কৰিছিল। কলিকতাৰ চুপ্ৰীম্ ক'ৰ্টৰ জজ্ চাৰ টমাচ্ ষ্ট্ৰেঞ্জে দেখা কৰিবলৈ বিচাৰোঁতে বেঁত্ৰাঁৰ হতুৱাই উত্তৰ দিয়াইছিল যে কবৰৰ তলত বাস কৰা লোকে আলহী সুধিব নোৱাৰে।

কাৰাবাসৰ আগছোৱাত দোকমোকালিতে পাটীৰ পৰা উঠা

---

←( Roi des rois=Kings of kings=ঈশ্বৰ) এইবেলি গৈ সুধিম—তেওঁৰ কাৰণে যি নিকাৰ ভুগিলোঁ তাৰ বাবে মোক কি বানচ্ দিব।

৫৭৮ During the early part of Napoleon's residence at Longwood there were many callers, a fair proportion of whom were dinner-guests Among the visitors were Governor Wilks, Admiral Cockburn, Colonel Bingham Ship-captains, distinguished travellers and members of the Saint Helena Council vied with one another for the privilege of introduction to the great man Korngold.

আগৰ অভ্যাসটো তেওঁ এৰা নাছিল। পিছলৈ দিনটো চুটি কৰাৰ চেষ্টাত বৰ পলমকৈ উঠিবলৈ ধৰিছিল।

ইউৰোপৰপৰা কিতাপৰ বাকচ আহি পোৱাৰ দিনটোৱেই আছিল তেওঁৰ সকলোতকৈ আনন্দৰ দিন। একোবাৰত বৰ বৰ বাকচৰ দহ বাৰ বাকচকৈ কিতাপ লেডি হলেণ্ডে ছবাৰ পঠাইছিল। শেহৰ চালান নাপলেয়ঁৰ মৃত্যুৰ পিছতহে চেইণ্ট হেলেনা পাইছিলহি।

আন আন বন্ধু বান্ধৱেও মাঝে সময়ে বাকচে বাকচে কিতাপ পঠাই আছিল। নাপলেয়ঁ ঢুকোৱাৰ সময়ত লংউডৰ পুথি ভঁৰালত ৩৩৭০ খন পুথি গোট খাইছিল।

কিতাপৰ বাকচবোৰ আহি পালে, লগৰীয়া লগুৱা সকলোটিকে বাকচ খুলিবলৈ লগাই দি, নিজেও লগতে তেওঁ হাত উজান দিয়ে। কিতাপৰ চালান আহি পোৱাৰ দিনাৰপৰা কেইবা দিনলৈকো তেওঁ আৰু কোঠাৰপৰা নোলায়। খাওঁতে, পাটীত পৰোঁতে, গা ধোওঁতে— সকলো সময়তে কিতাপ এখন হাতত থাকে। তেওঁৰ কিতাপ পঢ়াৰ ধৰণো আছিল এক প্ৰকাৰ অলৌকিক। চকুৰ পচাৰতে একোটা পৃষ্ঠা পঢ়া শেষ হৈ যায়, তথাপি পঢ়ি যোৱা লাগতিয়াল কথা এষাৰো নাপাহৰে। মাদাম মঁথলঁই কোৱা মতে বাইছ খণ্ডীয়া এখন বুৰঞ্জী এবাৰ তেওঁ তিনি দিনত পঢ়ি শেষ কৰিছিল। ইমান বেগাই পঢ়ি যাওঁতেও প্ৰায় প্ৰতি পৃষ্ঠাৰ পাঁঠত নিজৰ মন্তব্য টুকিবলৈকো তেওঁ সময় পাইছিল।[৫৭৯] একোখন কিতাপ পঢ়া শেষ হ'লে মজিয়ালৈ

---

৫৭৯ He read very fast Madame Montholon has written that she had known him to go through a twenty-two volume history in three days He had a way of taking in a page almost at a glance, and he remembered everything of interest Sometimes he made observations on the margins, and there are a few books he annotated from corner to corner When he finished a book he was in the habit of throwing it on the floor, so that after a few hours books would be scattered over the carpet like autumn leaves after a gale . Korngold.

দলিয়াই দিয়ে। দুই চাৰি বস্তাৰ মাজতে মজিয়াত কিতাপে দ'ম বান্ধে ; লগুৱাই আহি আঁতৰাই নি কিতাপি লগাই থয় গৈ।

পঢ়াশালীয়া দিনবোৰৰ কিতাপলৈ তেওঁৰ ধাউতিৰ কথা আগত কোৱা হৈছে (১ম খণ্ড পৃঃ ১৫-১৮)। ব্ৰিয়েনৰ পঢ়াশালীত থাকোঁতে অতি ঘনাই পুথিভঁৰালবোৰৰ পুথি বিচাৰি উঁৱালীৰ তেওঁ তৰণি নোহোৱা কৰিছিল। ভালেঁচত থাকোতে চহৰৰ লাইব্ৰেৰীৰ কিতাপ এখনো বাদ নিদিয়াকৈ পঢ়িছিল। পঢ়িবলৈ কিতাপ নোহোৱা হ'লত পঢ়া কিতাপকে ঘূৰাই ঘূৰাই পঢ়িছিল।[৫৮০] যুদ্ধলৈ যাওঁতেও বাগীৰ ভিতৰতে একোটা লাইব্ৰেৰী তেওঁৰ লগত যায়। একোখন কিতাপ পঢ়ি শেষ কৰি ফতুৱা যেন পালে বাগী চলি থাকোঁতে খিৰিকিয়েদি বাজলৈ দলিয়াই দিয়ে। ৱটাৰ্লুৰ যুদ্ধলৈ যাওঁতেও আঠ শ কিতাপ লগত গৈছিল—বাইব্ল্, হ'মাৰ, অচিয়ঁা, বচুৱে আৰু ভলতেৰৰ সত্তৰ খণ্ডীয়া গ্ৰন্থসংগ্ৰহ। চেইণ্ট্ হেলেনাত বিয়োগান্ত নাটকৰ উপৰি তেওঁৰ প্ৰিয় পাঠ্য আছিল বুৰঞ্জী, জীৱন-সোঁৱৰণী, সামৰিক আৰু সমাজবিজ্ঞান, ভূগোল আৰু ভ্ৰমণ কাহিনী।

চেইণ্ট্ হেলেনালৈ অহাৰ পিছত নাপলেয়ঁ বৰ কথকী হৈ উঠাৰ কথা আগত উল্লিকিওৱা হৈছে। কিতাপ পঢ়াৰ মাজতে একো একো সময়ত লগৰীয়াসকলৰ লগত তেওঁ কথা পাতিবলৈ বহে। তেওঁৰ কথাৰ প্ৰাস, আঁট আৰু মুখ চতুৰালিও আছিল আসৰিশ। একেবাহে চাৰি পাঁচ ঘণ্টা অনৰ্গল বকি শ্ৰোতাসকলক তেওঁ মোহাবিষ্ট কৰি ৰাখিব পাৰিছিল।[৫৮১]

---

৫৮০ "When I was a lieutenant" he said before the collected princes at Erfürt, "I was three years at Valence I spent the time in reading and rereading the library there" Rosebery

৫৮১ The secret of his charm as a talker is that he can bring his mind instantaneously into play on a subject, and so→

কথাৰ মাজত অতীতৰ নানান কথা শুনাৱ। কোনোপতি এক মুখচোকা ভেকা আছিল, তেওঁ এদিন সুধিলে, "গণৰাষ্ট্ৰ খাপনা কৰিবলৈ গুলাই, সাম্ৰাজ্য গঢ়িবলৈ আপোনাক কিহে পাইছিল?" নাপলেয়ঁই হাঁহি মাৰি উত্তৰ দিলে, "আমাৰ সাম্ৰাজ্যখন সকলোতকৈ প্ৰগতিশীল গণৰাষ্ট্ৰ নাছিল জানো?"

এদিন এখন ইংৰাজী বাতৰি-কাকতত ওলোৱা এটা কথাত নাপলেয়ঁৰ চকু পৰিল। তাত লিখিছিল যে নাপলেয়ঁই 'অজস্ৰ সম্পত্তি ক'ৰবাত লুকুৱাই থৈছে। "এই বাতৰিৰ যথাযোগ্য এটি সমিচাৰ দিব লাগিব" বুলি লগৰীয়া এজনক কৈ নাপলেয়ঁই শ্ৰুতলিপি দিবলৈ ধৰিলে:

নাপলেয়ঁৰ সম্পত্তিৰ কথা আপোনালোকে জানিব খোজে? হয়, তেওঁৰ অজস্ৰ সম্পত্তি আছে, কিন্তু সেই সম্পত্তি তেওঁ ক'তো লুকুৱাই থৈ অহা নাই। পৃথিবীৰ বৃহত্তম নৌবাহিনীয়ে আশ্ৰয় ল'ব পৰা, আৰু কালিও ব্যৱহাৰ কৰিব পৰা, এন্তোৱাৰ্প আৰু ফ্লাশিঙৰ বন্দৰ, ডানকাৰ্ক, হাভৰ্ আৰু নী-চৰ পানী যোগানৰ কাৰ্যনা, শ্বেৰবুৰ্গৰ বিৰাট পোতাশ্ৰয়, ভেনেৎচিয়াৰ বন্দৰ, এন্তোৱাৰ্পৰপৰা এমষ্টাৰ্ডামলৈ, মেইঞ্জৰ পৰা মেত্জলৈ আৰু বৰ্দোৰপৰা বায়নলৈ বন্ধোৱা বৰ-আলি, ৰোমানসকলে গঢ়োৱা গিৰিসংকটতকৈয়ো উত্তম আল্‌চ্ পৰ্বতৰ মাজেদি চাৰি দিশে যাব পৰা, চিম্‌প্লঁ, মঁ চেনি, লা কৰ্নিশ্ আৰু মঁ জেনেভ্ৰৰ গিৰিসংকট, পিৰেনিজ পৰ্বতৰপৰা আল্‌চ্ পৰ্বতলৈ, পাৰ্মাৰ পৰা স্পেৎচিয়ালৈ, আৰু চাভনাৰ পৰা পিয়েদমন্তলৈ বন্ধোৱা আলিবাট, চেইন নৈৰ বুকুৰ আৰু তুৰ্ আৰু লিয়ঁৰ দলংবোৰ, ৰাইন নৈৰপৰা ৰ'ন নৈ লৈ খনোৱা খাল, পানী 'সিঁচি সাৰুৱা কৰা পঁতিনৰ জলাহ, বিপ্লৱৰ সময়ত ভাঙি

---

←he lights it up in a moment with reminiscences, historical parallel, native shrewdness, knowledge of mankind Rosebery

সোণোৱা গির্জাঘৰৰ পুনৰ নির্মাণ, নতুন নতুন শিল্প, লুভ্‌ৰ্‌ যাদুঘৰৰ নতুন অট্টালিকা, পাৰীত সজোৱা অসংখ্য মালগুদাম, আলিবাট আৰু পানী যোগানৰ কার্যনা, চেইন নৈৰ পাৰে পাৰে সজোৱা পকী ঘাট, লিয়ঁৰ কাপোৰৰ কলসমূহৰ পুনৰ সংস্থাপন, চাৰিশবো অধিক চেনিৰ কল স্থাপন, জহি-খহি যোৱা ৰাজকাৰেং সমূহৰ সংস্কাৰ আৰু কাৰুকার্য্যত ব্যয় কৰা পাঁচ কোটি ফ্রাঙ্ক আৰু তাৰ আচবাব পত্রত ব্যয় কৰা নাপলেয়ঁৰ নিজৰ ছয় কোটি ফ্রাঙ্ক ৰূপ, 'ৰিজেন্ট' হীৰা বন্ধকৰ পৰা মোকলাবলৈ বার্লিনৰ ইহুদীক দিয়া তিনি নিযুত ফ্রাঙ্ক, 'নাপলেয়ঁ' যাদুঘৰ—য'ত আছে ৰাজছত্ৰা ধনেৰে, নাইবা সন্ধিৰ চুক্তিমতে সংগ্ৰহ কৰা, অলেখ গুৱলা-শিল্পৰ কীৰ্তিচিন, কৃষি আৰু পশুপালনৰ উন্নতিৰ কল্পে ব্যয় কৰা কোটি কোটি টকা, এই বিলাকেই হ'ল নাপলেঁয়ৰ সম্পত্তি—কোটি কোটি টকাৰ শত-সহস্ৰ বছৰলৈকে অমৰণ-অভগন সম্পত্তি, এই বিলাক কীৰ্তিক অপবাদে পৰশিব নোৱাৰে, ' তদুপৰি বুৰঞ্জীয়ে এই কথাও স্বীকাৰ কৰিব যে এই বিলাক সম্পত্তি আৰ্জন কৰা হৈছিল কাৰোপৰা ধন ধাৰে নোলোৱাকৈ, লানীনিছিগা যুদ্ধ চলি থকাৰ সময়ত।"

চেইণ্ট হেলেনাত অতীতৰ পিনে চাই যদিও নাপলেয়ঁই অমুক সময়ত অমুকটো কাম কৰিব নালাগিছিল, তমুক সময়ত তমুকটো কৰিব লাগিছিল বুলি নিজৰ ভুলভ্ৰান্তি বিলাকলৈ নিঃসঙ্কোচে আঙুলিয়াইছিল, তথাপি পৰাপক্ষত অতীতৰ কথা সুঁৱৰি তেওঁ বেজাৰ নকৰিছিল। মাথোন তিনটা বিষয় সম্বন্ধে মাজে সময়ে তেওঁৰ মনৰ দুখ লুকাই ৰাখিব নোৱাৰিছিল:

(১) ভাৰতৰ পৰা ইংৰাজক খেদাই, প্ৰাচ্যত এখন সাম্ৰাজ্য স্থাপন কৰি আলেকজাণ্ডাৰক তেওঁ অনুকৰণ কৰিব নোৱাৰিলে সেই দুখ, কাৰণ কৈশোৰৰে পৰা আলেকজাণ্ডাৰেই আছিল তেওঁৰ আদৰ্শ।[৫৮২]

---

৫৮২ "France, mistress of Egypt, would be mistress of India This was one of the grand projects I aimed at" →

(২) তেওঁৰ কীৰ্তিত কালিমা লগাৰ আগতে তেওঁৰ জীৱনৰ ওৰ পৰিব লাগিছিল—হয় মস্কোত নাইবা ড্রেচ্‌ডেনৰ বিজয়ৰ পিছত।

(৩) ৱটাৰ্লুৰ পৰাজয়।

এদিন সন্ধিয়া গল্প-গুজৱ কৰি থকা পৰত লগৰীয়া কিজনে সুধিলে, তেওঁৰ জীৱনৰ কোনছোৱা কালত তেওঁ সকলোতকৈ সুখী আছিল। নাপলেয়ঁই উত্তৰ দিলে, "সঠিক ক'ব নোৱাৰোঁ, তোমালোকেই আন্দাজ ক'ৰাঁচোন।"

মাদাম মঁথলঁই ক'লে, প্ৰথম কন্‌চালৰ আসনত বহাৰ সময় ছোৱাত? আন এজনে ক'লে, ১৮১২ চনত ড্রেচ্‌ডেনত ইউৰোপ মহাদেশৰ সকলো বিলাক ৰজা-মহাৰজাই যেতিয়া তেওঁৰ প্ৰতি সম্মান প্ৰদৰ্শন কৰিছিলহি, সেই সময়ত? আৰু এজনে ক'লে, এল্বাৰপৰা ঘূৰি আহি কা-নৰ পৰা পাৰীলৈ যোৱা সময় ছোৱাত?

সকলোৰে মত শুনাৰ পিছত নাপলেয়ঁই ক'লে, "সঠিক মঞো ক'ব নোৱাৰোঁ, বোধ কৰোঁ, প্ৰথম ইতালীয় অভিযানৰ পিছৰ সময় ছোৱাই মোৰ জীৱনৰ সকলোতকৈ সুখৰ সময়। 'ইতালিৰ মুক্তিদাতাৰ জয়' বুলি ইতালিৰ হাজাৰ-বিজাৰ প্ৰজাই যেতিযা জয়ধ্বনি দিছিল, তেতিয়া মোৰ বয়স মাথোন পঁচিছ। তেতিয়াৰপৰা এক মহান ভৱিষ্যত মোৰ চকুৰ আগত জিলিকি উঠিছিল। কোনোবাই যেন মোক ওপৰলৈ উৰুৱাই লৈ গৈছিল, ওপৰৰ পৰা সমগ্ৰ পৃথিবীক মোৰ চৰণ তলত দেখিবলৈ পাইছিলোঁ।"[৫৮৩] "যি কি নহওক মোৰ

← As ruler of the East he would have struck a great blow at the British and would have emulated Alexander the Great His real hero and model was Alexander Nor did his admiration for Alexander, his passion for the East, his aims on India ever forsake him till he lost his empire on the plains of Russia and Germany

Rosebery

৫৮৩ "Perhaps I was happiest after my victories in Italy. What enthusiasm! What cries of 'Long live the→

জীৱনটো এখনি কাব্য নহয় নে বাৰু[৫৮৪] বুলি কৈ বহাকোঠাৰ পৰা তেওঁ উঠি গুচি গ'ল।

যদিও মাজেসময়ে আপোনমনে উদাসপ্ৰাণে নাপলেয়ঁক আকাশৰ পিনে চাই থকা দেখা গৈছিল, তথাপি আজৰিৰ প্ৰায় সকলোখিনি সময়তে লগৰীয়াসকলৰ লগত হাঁহি মাতি ৰং মনেৰেই তেওঁ কটাইছিল। এদিন আবেলি পৰত লা-কাচৰ লগত কথা পাতিবলৈ বহি কি ফুৰ্তি লাগিল, মাৰ্শ্যাক ক'লে, "আমাৰ সাঁচতীয়া 'শ্বেম্পেন'ৰ বতল আছে যদি এটা আনছোন।" কটিকাৰ বতল খুলি দুয়ো গল্প কৰিবলৈ লাগিল, নিশা এঘাৰ বাজিলত নাপলেয়ঁই ক'লে, "সময় কেনি উৰি গ'ল টলকিবকে নোৱাৰিলোঁ, সময়ৰ লগত দিয়া যুদ্ধত এটা দিন আমি আগবাঢ়িলোঁ। বন্ধু, ৰং মনেৰে আজি পাটীত পৰিবগৈ পাৰিম।"[৫৮৫]

যিজনে এসময়ত ৰাতিক দিন কৰি কাম কৰি আজৰি পোৱা নাছিল, সেইজনৰে এতিয়া এদিনেই এবছৰ। এনে অনিল-অৰতি দুহেজাৰ দিন তেওঁ সময়ৰ লগত যুঁজিবলগীয়া হৈছিল। যি বিৰাট চকৰীটো থতিথন নোহোৱাকৈ নিৰন্তৰ নিজৰ বলত কৰ্মক্ষেত্ৰত ঘূৰি আছিল, লংউডত এতিয়া সি কি কামত ঘূৰিব? ইউৰোপৰ ৰাজ-শক্তিয়ে মহান এক শক্তিক হাতভৰি বান্ধি, মুখত সোপা দি ৰিংডাঙে

---

—Liberator of Italy'—and all that at twentyfive From that time I saw what I might become I already saw the world beneath me, as if I were being lifted into the air"

Rosebery

৫৮৪ "Taking it all in all, what a ballad my life has been"

E L

৫৮৫ "How quickly the time has gone! What agreeable hours! Another victory over time! . My dear fellow, you are sending a happy man to bed"

Words which grip one perhaps more poignantly than any complaint could do E L.

নোপোৱা এটি চুকত হুবহুব কাল নি সুমুৱাই থৈছিল। এনে বীভচ্‌গাব নোম শিয়ঁৰোৱা অত্যাচাৰৰ আন উদাহৰণ পৃথিবীৰ বুৰঞ্জীত পোৱা নাযায়।

চেইণ্ট হেলেনাৰ নিকৰুণ, লোমহৰ্ষক কাহিনীয়ে শ শ বছৰলৈ মানৱ জাতিৰ হৃদয়ত গভীৰ অনুভূতি জগাব। পৃথিবীত যিমান দিনলৈ বীৰত্ব, মহত্ব আৰু প্ৰতিভাই পূজা পায় সিমানদিনলৈ চেইণ্ট হেলেনাৰ স্মৃতি মানৱজাতিৰ হৃদয়ত বাৰণৰ চিতাৰ জুইৰ দৰে জ্বলি থাকিব।[৫৮৬]

---

৫৮৬ How was employment to be found at Longwood for this formidable machine? The powers of brain and nerve and body which had grappled with the world now turned on him and rent him There is no parallel to his position Europe buckled itself to the unprecedented task of gagging and paralyzing an intelligence and a force *which was too gigantic for the welfare and security of the world* This is the strange, unique, hideous problem which makes the records of St Helena so profoundly painful and fascinating Rosebery

[বেঁকাকৈ লিখা (ইটালিকচ্‌) ওপৰৰ কথাষাৰ আমি সমৰ্থন নকৰোঁ।]

## ৬৮

নৰ পিশাঁচৰ পৰাখিতাপত এনেযে নাপলেয়ঁৰ জীয়ই উজান-ভাটী কৰাৰ অৱস্থা, তাতে আকৌ এইবাৰ বা-মাৰলী লাগক, ভূতৰ ওপৰত দানহ পৰকহি। An idle brain is the devil's work-shop হাতত জোখাৰে কাম নোহোৱাত আৰু মুকলিমূৰীয়াকৈ ফুৰিবলৈ চাকিবলৈ নোপোবাত, নাপলেয়ঁৰ লগৰীয়াকিজিনৰ স্বভাৱ খিংখিঙীয়া হৈ, তেওঁলোকৰ নিজৰ মাজতে খিটিং-খাটাং লাগিবলৈ ধৰিলে। তেওঁলোকৰ কাৰ্য্যকলাপে—বিশেষকৈ এজনৰ—জেনেৰেল গুৰ্গৰ—লংউডক অশান্তিৰ বাঁহ কৰি তুলিলে।

লা-কাচ্ আছিল জনাবুজা, মুখ-চতুৰ লোক। নাপলেয়ঁই তেওঁৰ লগত কথাবতৰা পাতি সময় নিয়াবলৈ ভাল পায়। তাকে দেখি বাকীকিজনৰ চকু পোৰে। তিনিউজন জেনেৰেলে মিলি লা-কাচ্ আৰু তেওঁৰ ল'ৰাটিক তিতা-কেঁহা দিয়ে। লা-কাচে অৱশ্যে সেই বিষয়ে নাপলেয়ঁক ঘুণাক্ষৰেও একো জানিবলৈ দিয়া নাছিল। কায়মনোবাক্যে নিজক তেওঁ নাপলেয়ঁৰ সেৱাত নিয়োগ কৰি বাকী বিলাকৰপৰা আঁতৰি ফুৰিছিল। ইজনে সিজনতকৈ সৰহকৈ নাপলেয়ঁৰ *দৃষ্টি* আকৰ্ষণ কৰাৰ চেষ্টাত মাদাম বেত্ৰঁা আৰু মাদাম মঁথলঁৰ মাজতো অৰিয়াঅৰি লাগে। পিয়ন্ত্‌কৌস্কি পলাণ্ডৰ সৈন্য-বাহিনীৰ এজন কেপ্তেইন মাত্ৰ, গতিকে কৰাচী জেনেৰেলকিজনে তেওঁৰ লগত একেলগে বহি খাবলৈ বেয়া পায়। বেচেৰা পিয়ন্ত-কৌস্কিয়ে সেই কথা বুজি অকলে খাবলৈ লৈছিল। লা-কাচ্ আৰু

ম'থলৰ্ঁই আগভাগ পোৱা গুৰ্গই সহিব নোৱাৰে। এনেবোৰ সৰু সৰু কথাতে এই সকলৰ মাজত নিতৌ খেটেং মেটেং লাগি মাতবোল বন্ধ হৈ এসময়ত এনে অৱস্থা হৈছিল গৈ যে চিঠিৰ যোগেদিহে ইজনে সিজনৰ লগত কথাবতৰা হ'ব পাৰিছিল। গুৰ্গই ম'থলঁক এবাৰ যুদ্ধলৈকে ( duel ) আহ্বান জনাইছিল।

এই উপচক্র সম্বন্ধে লা-কাচে তেওঁৰ ডায়েৰী বহীত লিখিছিল: সম্রাটৰ প্ৰতি চেনেহ আৰু আনুগত্যই দৈৱাৎ আমাক আনি ইয়াত একেলগ কৰিছে। আমি ইজনৰ লগত সিজন প্ৰায় অচিনাকি। আমাৰ মাজত ব্যক্তিগত টান একো নাই। যদিও একেটি কেন্দ্ৰকে আমি ঘেৰি আছোঁ, তথাপি আমি একগোট হ'ব পৰা নাই। আমাৰ বয়স, স্বভাৱ সকলো বেলেগ। গতিকে এনে পৰিস্থিতিৰ সৃষ্টি হোৱা স্বাভাৱিক কথা।[৫৮৭]

নাপলেয়ঁই এইবিলাক কথা গম পাই মনত বৰ দুখ পাইছিল। এদিন কেউজন লগৰীয়াকে একেলগে বহুৱাই বুজনি দি তেওঁ কৈছিল: তোমালোকে একেটা পৰিয়ালৰ মাজত বাস কৰাদি বাস কৰিবলৈ চেষ্টা কৰিব লাগে। মোৰ দুখৰ বোজা পাতলাবলৈহে তোমালোক মোৰ লগত আহিছিলা। গতিকে, সেইটোৰেই তোমালোকৰ ঘাই চিন্তা হোৱা উচিত নহয় জানো? খং-ৰাগ আমি দমাব লাগিব। মাজেসময়ে থকাথুন্দা লগাটো স্বাভাৱিক কথা, কিন্তু খন্তেক পিছতে

---

৫৮৭ Speaking about discord among members of Napoleon's household, Las Cases wrote "Though attachment to the person of the Emperor has united us around him, yet chance and not sympathy has brought us together Thus at Longwood, we were encircled round a center but without cohesion with each other How could it be otherwise? We were almost strangers to one another, and, unfortunately, our different condition, ages and characters were calculated to make us continue so"

Korngold

পুনৰ সম্মিলমিল হ'ব লাগে।  সকলোৰে চকু আমাৰ ওপৰত। নিজৰ মাজতে আমি খোৱা-কামোৰা কৰিলে শত্ৰুক হাঁহিবলৈ হে চল দিয়া হ'ব।"৫৮৮

ইয়াৰ পিছত কিছুদিন ভালেকালে গৈছিল, কিন্তু গুৰ্গৰ খিয়াল, খং আৰু অবুজ ব্যৱহাৰে মাজে মাজে আকৌ নাপলেয়ঁৰ সংসাৰত জুই জ্বলাইছিল। চাৰ হাড্‌চন্‌ ল'ৰ লগতে গুৰ্গয়ো চেইন্ট হেলেনাত নাপলেয়ঁক জ্বলাই খাইছিল বুলি ক'ব পাৰি। কাৰো তেওঁ অকণো কাতিহা নসহে। মঁথলঁক কেতিয়াবা কেতিয়াবা নাপলেয়ঁই 'মঁ ফিচ্‌' ( my son ) বুলি মাতে, সেই কথাতে গুৰ্গৰ ওফোন্দ লাগে। নাপলেয়ঁই বৰাইবুজাই বাপেকে সক ল'ৰাৰ ওফোন্দ ভঙাদি তেওঁৰ ওফোন্দ ভাঙিব লাগে। এদিন বেঁৰ্ত্ৰাক ইউৰোপৰ শ্ৰেষ্ঠ ইঞ্জিনীয়াৰ আৰু এদিন লা-কাচক অকপট বন্ধু বুলি নাপলেয়ঁই কোৱা বাবে গুৰ্গ খঙত অগ্নিশৰ্মা হৈ ৰোহঘৰত সোমাই, নাপলেয়ঁক শাও-শপনি দি কলমৰ আগত যি আহিছিল তাকে ডায়েৰীবহীত লিখিছিল। এনে ঘটনা প্ৰায়েই ঘটিছিল। গুৰ্গৰ খং উঠিলে খঙৰ ভমকতে মনলৈ যি আহে সোপাকে ডায়েৰীত উবুৰিয়াই দিয়ে।

গুৰ্গৰ হীৰাপতোৱা 'ক্ৰচ' ( খ্ৰীষ্ট ধৰ্মৰ চিন ) এপাত এদিন লা-কাচৰ লগুৱাটোৱে চুৰ কৰিলে। গুৰ্গই 'ক্ৰচ' বিচাৰি ঘূৰ্মুটিয়াই

---

৫৮৮(ক) "You should try to live as members of one family You have followed me with the idea of lightening my sorrow Should this then not be your principal consideration We must learn to curb ill-temper That little misunderstandings should arise amongst us is natural enough, but they should be followed by mutual explanations, not by ill-humour" Korngold

৫৮৮(খ) "You followed me here in order to comfort my life, so you are brothers Am I not there to care for you ? Are you not aware that the eyes of strangers are upon you ?" E L

খুৰিছে। নাপলেয়ঁই কথাটোৰ বুজ লৈ 'ক্ৰচ' পাত উদ্ধাৰ কৰি, তেওঁহে লুকাই থৈছিল বুলি কৈ নিজৰ জেপৰপৰা ক্ৰচ্‌পাত উলিয়াই গুৰ্গক দেখুৱালত হে ৰক্ষা। ন'হলে সেইদিনা কিজানি গুৰ্গই লা-কাচকো যুদ্ধলৈ আহ্বান জনালেহেঁতেন।

নাপলেয়ঁই এদিন ক'লে, "গুৰ্গ সাহিয়াল ডেকা, পিছে নিচেই ল'ৰা মানুহ।" কথাষাৰ শুনি সাতকুৰা অগ্নিমূৰ্তি ধৰি গুৰ্গই ব'লকিবলৈ লাগিল: মই ল'ৰা মানুহ। অলপতে মোৰ চৌত্ৰিছ বছৰ বয়স হ'ব, ওঠৰ বছৰ মোৰ চাকৰি হ'ল, তেৰটা অভিযানত মই যোগ দিছিলোঁ, তিনিবাৰ যুদ্ধত ঘুনীয়া হৈছিলোঁ। তথাপি আপুনি মোক ল'ৰা মানুহ বোলে? তাৰ মানে মোক আপুনি এটা অজগো বুলি ভাবে।"

নাপলেয়ঁ নহৈ আন এজন হোৱা হ'লে সেইদিনা গুৰ্গক কোঠাৰ পৰা বাহিৰ কৰি দিলেহেঁতেন, কিন্তু নাপলেয়ঁই হাঁহি মাৰি ক'লে কি? "মই জানোঁ, তুমি এজন অভিজ্ঞ সেনাপতি, কিন্তু তোমাৰ বয়স সৰহ হোৱা নাই নহয়।" গুৰ্গই এদিন মুখখন টৌ যেন কৰি বহি থকা দেখি, নাপলেয়ঁই ক'লে, "গুৰ্গ, তুমি মুখ ওকোন্দাই থাকা কিয়? বৰং মনেৰে কিয় থাকিব নোৱাৰা?" গুৰ্গই উত্তৰ দিলে, "আগৰ কথা মনত পৰি মোৰ ইমান দুখ লাগে, বৰং মনেৰে থাকোঁ কেনেকৈ?" নাপলেয়ঁ এইবাৰ বমকি উঠিল, ক'লে, "তোমাৰ মনতহে অকল দুখ আছে নেকি? মোৰ মনত দুখ নাই বুলি ভাবাঁ নেকি? মই কি আছিলোঁ, আৰু কি হলোঁহি সেই কথা ভাবি কিমান নিশা মোৰ চকুৰ পতা জাপ নাযায়, কেতিয়াবা ভাবি চাইছানে? ওকোন্দ পাতি থকা মানুহ মোক নালাগে, বৰং মনেৰে থাকিব নোৱাৰাঁ যদি তুমি ইয়াৰপৰা গুচি যোৱাই ভাল হ'ব।"[৫৮৯]

৫৮৯ "I want my friends to cheer me, and not to make me sadder by pulling long faces Do you fancy that I have no terrible moments At night I wake up and think of what I was and to what I have come" →

ইয়াৰ পিছত কিছুদিনলৈ জানিবা লংউডত শান্তি বিৰাজ কৰিছিল।

এই বিলাক কথা গুৰ্গই নিজেই তেওঁৰ ডায়েৰী-বহীত লিখি থৈ গৈছে। লৰ্ড ৰ'জবেৰীৰ মতে গুৰ্গৰ ডায়েৰী-বহীয়ে নাপলেয়ঁৰ চৰিত্ৰত এক নতুন পোহৰ পেলায়। তেখেতে কৈছে, "ডায়েৰীখন গুৰ্গই কাৰো গুণ বা গাওনি গাবলৈ লিখা নাছিল, লিখিছিল নিজৰ মন তাপৰিবলৈ। নাপলেয়ঁৰ ওপৰত সময়ে সময়ে তিগ্ৰমাস্তি খং উঠি নভবা নিচিন্তাকৈ লিখি যোবা কথাবিলাকৰ মাজেদি, নিজৰ অজ্ঞাতসাৰে, গুৰ্গই নাপলেয়ঁৰ এখনি অতি মনোজ্ঞ ছবি আঁকি থৈ গৈছে। এজন স্বাৰ্থপৰ, মইবৰ, খঙাল মানুহ বুলিহে আমি নাপলেয়ঁৰ কথা ভাবি আহিছোঁ, কিন্তু এই পুথিখন পঢ়িলে নাপলেয়ঁক তাৰ সম্পূৰ্ণ বিপৰীত ৰূপত দেখিবলৈ পোৱা যায়—দেখিবলৈ পোৱা যায—এজন কোমল অন্তঃকৰণৰ, সহিষ্ণু, লোকৰ দুখ বুজা, গুৰ্গক বাপেকে পুতেকক মৰম কৰা দি মৰম কৰা, এজন মৰমীয়াল মানুহ। জেনেৰেল ৰাপৰ বাহিৰে নাপলেয়ঁৰ এনে এখন ছবি কোনেও আঁকিব পৰা নাই। চেইণ্ট হেলেনাত নাপলেয়ঁই যে কি জীয়া জুই ভুঞ্জিবলগীয়াত পৰিছিল, তেওঁৰ সহনি গুণৰ ওপৰত যে কেনে গধুৰ হেঁচা পৰিছিল, গুৰ্গৰ ডায়েৰী পঢ়িলে সেই কথা ফটফটীয়াকৈ বুজিব পাৰি।"[৫৯]

---

← When such poignant words are uttered, all sit silent and tremble E L

৫৯০ The one capital and supreme record of life at St Helena is the private journal of Gourgaud, written for his own eye and conscience, without flattery or even prejudice, almost brutal in its raw realism Did Napoleon call Bertrand an excellent engineer, or Las Cases a devoted friend, or Monthlon by the endearing expression of son, Gourgaud went off into a glum, glowering, self-torturing rage, which he fuses into his journal, and yet, by a

নাপলেয়ঁৰ চৰিত্ৰৰ এই দিশটো গুৰ্গৰ ডায়েৰীতেহে অকল প্ৰকাশিত হৈছে, তেনে কথা নহয়। নাপলেয়ঁ চেইন্ট হেলেনালৈ অহাৰ আগতো তেওঁৰ চৰিত্ৰৰ সেই দিশটো শত্ৰুৰ চকুতো পৰিছিল। তেওঁৰ দুৰন্ত শত্ৰু বুৰিয়েন আৰু মাঁৰ্মিয়ো তেওঁৰ কোমল অন্তঃকৰণৰ কথা স্বীকাৰ নকৰি পৰা নাই।[৫৯১] কেইবা বছৰো নাপলেয়ঁৰ গাটোৰ লগতে ছাঁটো হৈ থকা চেক্ৰেটৰি মেনেভালে লিখিছে, "সদায় মই তেওঁক মৰমিয়াল, সহিষ্ণু আৰু ক্ষমাশীল পাইছিলোঁ।"[৫৯২] নাপলেয়ঁৰ এ-ডি-কং জেনেৰেল ৰাপৰ লগত তেওঁৰ যেনে ঘনিষ্ঠ সম্বন্ধ স্থাপিত হৈছিল, আন কোনো সেনাপতিৰ লগত হোৱা নাছিল। জেনেৰেল ৰাপ চাটুকাৰ নাছিল আৰু আৱশ্যক বোধ কৰিলে নাপলেয়ঁৰ কথাৰ প্ৰতিবাদ কৰিবলৈ পিছ নুহুহঁকিছিল। সেইজন

---

strange hazard, writing sometimes with almost an insane fury against his master, produces the most pleasing portrait of Napoleon that exists We are all apt to fancy that we thoroughly understand Napoleon's disposition—selfish, domineering, violent and so forth But in this book we see a new Napoleon Strange and contrary to our ideas, a Napoleon such as few but Rapp have hitherto presented us—gentle, patient, good-tempered, trying to soothe his touchy and morbid attendant with something like the tenderness of a parent for a wayward child The revelation of this book, we repeat, is the forbearance and long suffering of Napoleon There was no one at St Helena, who had more to endure and more to try him than the Emperor His companions, indeed, were not of very much comfort to him Napoleon had to make the best of them, to soothe them, cheer them Rosebery

৫৯১ "He had a grateful, kind and indeed affectionate heart" - Marmont, quoted by E L

৫৯২ Meneval, his private secretary says, "I have always found him kind, patient and indulgent" Rosebery.

সেনাপতিয়ে লিখি থৈ গৈছে, "কৰ্কশ, ' বাগী, উগ্ৰমূৰ্ত্তি বুলি বহুতে নাপলেয়ঁৰ বৰ্ণনা দিয়ে। নাপলেয়ঁক চিনি পোৱা হ'লে তেওঁলোকে তেনে কথা ন'কলেহেঁতেন। সদায় তেওঁ কামত এনেদৰে নিমগ্ন হৈ আছিল যে তেওঁৰ আঁচনি কাৰ্য্যকৰী কৰাত কোনোবাই অকণমানো আগচ পিগচ কৰিলে, বা কাৰ্য্যক্ষেত্ৰত অগা-ডেটা কৰিলে সময়ে সময়ে খপ কৰে তেওঁৰ খং উঠিছিল, তেওঁ ধৈৰ্য্য হেৰুৱাইছিল, কিন্তু তেওঁ এনে মৰমিয়াল আৰু উদাৰমনা আছিল যে খন্তেক পিছতে সকলো পাহৰি পেলাইছিল।"[৫৯৩]

এডমিৰেল্ মেকমৰ সহধৰ্মিণী লেডি মেকমেও তেওঁৰ ***Diary of St Helena*** বোলা পুথিত নাপলেয়ঁৰ সৌম্য কান্তি আৰু দয়ালু চৰিত্ৰৰ কথা উল্লেখ কৰিছে। বাজল্ হল বোলা এজন বিশিষ্ট ইংৰাজে চেইণ্ট হেলেনাত নাপলেয়ঁক লগ পোৱাৰ পিছত লিখিছিল, "তেওঁৰ মুখ চকুত যি ভাব ফুটি ওলাইছিল, তাতকৈ সৌম্য, শান্ত, কৃপালু ভাব মোৰ কল্পনাৰ অতীত।[৫৯৪]

---

৫৯৩ Rapp, indeed was the most independent and unflattering of Napoleon's generals, and who as his aide-de-camp was constantly by his side, says of his master "Most people describe Napoleon as a harsh, violent, passionate man It is because they do not know him Absorbed as he was in affairs, opposed in his plans, hampered in his projects, his humour was sometimes impatient and fluctuating But he was so good and so generous that he was soon appeased" Rosebery

৫৯৪ Bonaparte was a man of exceptional charm and possessed a streak of innate kindness that shone forth from his face and manifested itself throughout his life on numerous occasions We have seen that Lady Malcolm has written she was "struck with the kindness of his expression" that "seemed to indicate goodness" The Englishman, Basil Hall, who visited him at St Helena on August 13 1817 wrote "It was impossible to→

গতিকে নাপলেয়ঁৰ চৰিত্ৰৰ এই দিশটোৰ সম্বন্ধে গুৰ্গ ই একমাত্ৰ সাক্ষী নহয়, আন বহু সাক্ষী আছে। যি কি নহওক গুৰ্গ সৰহদিন চেইণ্ট হেলেনাত তিষ্ঠিব নোৱাৰিলে। তুবছৰ পূৰ নৌ হওঁতেই তেওঁ ভাগিল।

গুৰ্গ আছিল লগুাশ্ৰমী লৰ্বাংলাখুটি। মাক আৰু এগৰাকী আবিয়ৈ ভনীয়েকৰ বাহিৰে সংসাৰত আপোন বুলিবলৈ তেওঁৰ কোনো নাছিল। মাকৰ নামত গুৰ্গ পৰি মৰে। নাপলেয়ঁই ইউজেনক ধৰি গুৰ্গৰ মাকক নমৰালৈকে বছৰি বাৰ হাজাৰ ফ্ৰাঙ্কৈ পেনচন্ দিয়াৰ ব্যৱস্থা কৰিছিল। গুৰ্গ যোৱাৰ কেইমাহমানৰ পিছতে মাদাম মঁথলঁও, ল ৰাছোৱালী তুটি লৈ (ছোৱালীটি চেইণ্ট হেলেনাত উপজিছিল) ইউৰোপলৈ উলটি গ'ল। লংউডত মাতলৈ-বোললৈ নাপলেয়ঁৰ লগভাগ তাকৰি আহিল।

---

←imagine an expression of more entire mildness—I may almost call it benignity and kindliness—than that which played over his features during the whole interview" Korngold

এনেবিলাক ঘটনাৰ মাজতো এনো একোটি সকস্থৰা আমোদ-দায়ক ঘটনাই চেইণ্ট হেলেনাৰ একঘেঁহীয়া, নাযায়-সুপুৰায় দিনবোৰলৈ মাজে মাজে অকণ অকণ নতুনত্ব আনিছিল।

চেইণ্ট হেলেনাত আহি লগা ইংৰাজৰ জাহাজবোৰৰ নৌ সেনাইঁতে থললৈ নামিবলৈ দুই এদিনৰ ছুটী পালেই নিশা লংউডৰ কেউপিনে পিয়ঁাপি দি, লুংলুঙাই ফুৰেহি। নাপলেয়ঁক কেনেবাকৈ দেখিবলৈ পালে ফুলৰ তোডা একোটি আগবঢ়াই দি থোকাথুকি মাতেৰে তেওঁক সম্ভাষণ জনায়। সম্রাটে হাঁহিমাতি সিহঁতৰ লগত কথাবতৰা পাতি, পিঠিত চপৰিযাই বিদায় দিয়ে।

এদিন সন্ধিয়া লা-কাচৰ লগত ফুৰি চাকি উলটি আঁহোতে বাটত চিপাহীয়ে কেনেবাকৈ দেখে বুলি ভয়ে ভয়ে জাহাজৰ ডেকা নাৱিক এজনে তেওঁলোকৰ কাষ চাপি লা-কাচক ক'লে, "নেপলিয়নক আজি দেখিলোঁ, মৰিলেও এতিয়া মোৰ মনত আৰু খেদ নাথাকিব। মই ভগবানৰ ওচৰত সদায় প্ৰাৰ্থনা জনাওঁ, নেপলিয়ন যেন এদিন সুখী হয়।"

আৰু এদিন এটি নাৱিকে বাটত তেওঁলোকৰ ওচৰলৈ আহি, ফুলৰ তোডা এটা আগবঢ়াই দি, চকুলো টুকি লা-কাচক কৈছিল, "আমাৰ সকলোৰে মৰমৰ সেই মানুহজনক ক'বচোন, তেওঁৰ প্ৰতি মোৰ অকণো বেয়া ভাব নাই, আমাৰ কাৰোৰে নাই। ভগৱানে তেওঁক দীৰ্ঘজীৱী আৰু সুখী কৰক।"

চেইণ্ট হেলেনাত পহৰা দিবলৈ যিটো পণ্টন আছিছিল সেই পণ্টনৰ মিয়াদ উকলিল। নতুন পণ্টন আহি পালত আগৰ পণ্টন দেশলৈ ঘূৰি যাবলৈ ওলাল। জাহাজত উঠাৰ আগদিনা ( ১৪ জুলাই, ১৮১৭ ) পণ্টনৰ জেনেৰেল আৰু গোটেইজাক বিষয়াই, গভৰ্নৰলৈ কেৰেপ নকৰি, দলেবলে লংউডলৈ আহি, নাপলেয়ঁক সম্মান দেখুৱাই, তেওঁৰ পৰা বিদায় ল'লেহি—যেন তেওঁলোক ফৰাচী সৈনিকহে, আৰু নাপলেয়ঁ তেওঁলোকৰ মুখ্য সেনাপতি। পিছদিনা জাহাজ এৰিবৰ পৰত Three Cheers for Napoleon বুলি তিনি হাজাৰ সেনাই জয়ধ্বনি দিলে। এই ঘটনাৰ কথা ফুটিকাটি গৈ ছমাহ মানৰ মূৰত তাৰ ধনিয়ে সমগ্ৰ ইউৰোপক কোবাইছিল।[৫১৫]

৫৩নং ৰেজিমেণ্টৰ আন বিষয়াসকলৰ লগতে কেপ্টেইন পপ্ল্‌টনো দেশলৈ উলটিবলগা হ'ল। নাপলেয়ঁই তেওঁক মৰম কৰিছিল। নাপলেয়ঁৰ লগৰীয়াসকলৰ লগতো কেপ্তেইন পপ্ল্‌টন মিলিজুলি আছিল। লংউডতে আৰু ছুবছৰমান থাকিবলৈ ইচ্ছা প্ৰকাশ কৰি তেওঁ ওপৰৱালাৰ অনুমতি বিচাৰিছিল, কিন্তু অনুমতি নাপালে। নাপলেয়ঁৰ ওচৰলৈ তেওঁ বিদায ল'বলৈ আহোঁতে নাপলেয়ঁই তেওঁক সোণৰ নস্তিৰ টেমা এটা উপহাৰ দিছিল। গভৰ্নৰে এই কথা কেনেবাকৈ জানিবলৈ পাই, লৰ্ড বেথাৰ্ষ্টলৈ লিখিলে যে নাপলেয়ঁৰ পৰা উপহাৰ লোৱা বাবে পপ্ল্‌টনক শাস্তি দিয়া উচিত। পপ্ল্‌টনেও কেনেবাকৈ

---

৫১৫ All the men in the Services are on his side English sailors, on shore-leave for a day or two, prowl round the place all night At the first opportunity, they pounce upon him, stuttering incoherent words, presenting him with flowers When the garrison is changed, he receives the members of the officer's corps, exactly as though they had been Frenchmen and he their chief When next day the transport hoists sail, these men give three hearty cheers A few months later, all Europe is agog with this ancedote · E L

সেই কথা গম পাই, ইংলণ্ডত উপস্থিত হৈয়েই নৰ্থিৰ টৈমাটোৰ কথা ঔপনিবেশিক মন্ত্ৰীক জনাই থৈছিল। মন্ত্ৰীয়ে গভৰ্নৰলৈ লিখিলে যে প্ৰায় দুবছৰ কাল লংউডত থকাৰ পিছত কেপ্তেইন পপ্‌ল্‌টনে জেনেৰেল ব'নাপাৰ্তৰপৰা সামান্য এটি উপহাৰ লোৱা একো দোষণীয় কাম নহয়। লাট বাহাদুৰে মাজেসময়ে এনে একোটি ঠোকৰ যে নাখাইছিল তেনে নহয়, কিন্তু তাৰ বাবে তেওঁ লাজ পোৱাৰ প্ৰমাণ পোৱা নাযায়। লাজ পোৱা হ'লে ঘূৰাই ঘূৰাই তেনে কাম নকৰিলেহেঁতেন।

পপ্‌ল্‌টনৰ ঠাইত কেপ্তেইন ব্লেক্‌নি বোলা এজন বিষয়া লংউডত মোতায়েন হৈছিল।

এড্‌মিৰেল্‌ ককবাৰ্নৰ ঠাইত অহা নতুন নৌ সেনাপতি এড্‌মিৰেল্‌ চাৰ পাল্‌ট্‌নি মেকমে মাজেসময়ে সন্ধিয়া লংউডলৈ আহি নাপলেয়ঁ আৰু তেওঁৰ লগৰীয়াকিজনৰ লগত কথাবতৰা পাতি, তাছ, দাবা খেলি সময় কটাইছিল। তদুপৰি অ'মিয়াৰাৰ যোগেদি তেওঁ নিয়মিতভাৱে নাপলেয়ঁক সকলো বাতৰি-কাকত পঢ়াৰ সুযোগ দিছিল। এই কথা গভৰ্নৰৰ অসহ্য হৈ তেওঁ এডমিৰেললৈ টানকৈ এখন চিঠি লিখিলে, এডমিৰেলেও টানকৈ তাৰ জবাব দিলে। তাৰ পিছত চিঠিৰে দুয়োৰো মাজত ভালেদিনলৈ কথা কটাকটি চলিল। ফলত এড্‌মিৰেল সৰহ দিন চেইন্ট হেলেনাত নাথাকিল, স্বাস্থ্যৰ অজুহাত দেখুৱাই তেওঁ বিদায় ল'লে, কাৰণ তেওঁৰ বুজিবলৈ বাকী নাছিল যে এইজন গভৰ্নৰৰ লগত কাম কৰিবলৈ হ'লে কোনোবা দিনা তেওঁ বিপদত পৰিব।[৫১৬] তেওঁ চেইন্ট হেলেনা এৰি যোৱাৰ পিছত গভৰ্নৰে তেওঁলোক দুজনৰ মাজত বিনিময় হোৱা চিঠিপত্ৰবোৰ টোপোলা বান্ধি লৰ্ড বেথাৰ্ষ্টলৈ পঠাই, এডমিৰেলৰ বিৰুদ্ধে গোচৰ তৰিলে। ইতিমধ্যে এডমিৰেল্‌

৫১৬ Nothing was too petty for Lowe with which to harass the admiral Korngold.

গৈ বিলাত পালেগৈ। মন্ত্ৰীয়ে তেওঁৰ লগত কথাবতৰা হৈ কি ঠাৱৰ কৰিলে ক'ব নোৱাৰি, কাগজৰ টোপোলাটোৰ মোহৰ ভাঙি নোচোৱাকৈয়ে গভৰ্নৰলৈ ওলোটাই দি লিখিলে যে এই বিষয়ে তেওঁ আৰু কোনো কথা শুনিব নোখোজে। এই ঠোকৰৰ পিছতো কিন্তু লাট বাহাদুৰে এনেবোৰ কাম কৰিয়েই আছিল।

লংউডৰ পৰা অলপ আঁতৰতে পাঁচ শ চিপাহীৰ ছাউনি পতাৰ কথা আগত উল্লেখ কৰা হৈছে। নাপলেয়ঁই পৰাপক্ষত সেই পিনেদি ফুৰিবলৈ নগৈছিল। এদিন কেনেবাকৈ ঘোঁৰা চেঁকুৰাই সেই পিনেদিয়েই তেওঁ উলটি আহক। দূৰতে তেওঁক দেখা মাত্ৰকে চিপাহীৰ ছাউনিত উথল-মাথল লাগিল। য'ৰ বন ত'তে এৰি গোটেইজাক চিপাহীয়ে বাটৰ কাষলৈ ঢপলিয়াই আহি, আৱলী বান্ধি, সম্ৰাটক চেলামি দিলে। এই ঘটনাৰ বাতৰি গৈ গভৰ্নৰৰ কাণত পৰিলত তেওঁ আদেশ জাৰি কৰিলে যে কোনোবা চিপাহীয়ে নাপলেয়ঁক চেলাম দিলে টিকৃটিকী দিয়া হ'ব।

নাপলেয়ঁক জলাই খাই লাট চাহাবে বৰ সুখ পাইছিল, কিন্তু এনেবোৰ ঘটনাই তেওঁৰ বুকুতো শ'লালৰ শিলৰ খুন্দন দিছিল।

অৱশ্যে লাট বাহাদুৰে এনেবোৰ ঘটনাৰ হোৰ তোলাৰ নানান অভিনৱ উপায় আৱিষ্কাৰ নকৰাকৈ থকা নাছিল ঃ

বাদভিচ্ নামে এজন ইতালীয় ভাস্কৰে নাপলেয়ঁৰ ল'ৰাটিৰ মাৰ্বল পাথৰেৰে সজা এটি প্ৰতিমূৰ্তি ইংৰাজৰ জাহাজৰ কেপ্তেইন এজনৰ যোগেদি নাপলেয়ঁলৈ পঠাইছিল। চেইণ্ট হেলেনাত উপস্থিত হৈ কেপ্তেইনে গভৰ্নৰৰ সহকাৰী, কৰ্নেল ৰীডক মূৰ্তিটোৰ বাতৰি দিলত, মূৰ্তিটো সাগৰলৈ দলিয়াই পেলাবলৈ ৰীডে তেওঁক আদেশ দিলে। কেপ্তেইনজনে তেনে কাম কৰিবলৈ ভাল নাপাই সেই সম্বন্ধে গভৰ্নৰলৈ লিখিলে। বাৰ দিনৰ মূৰত গভৰ্নৰে বেঁৰ্ট্ৰাক মূৰ্তিটোৰ কথা জনাই ক'লে যে মূৰ্তিটো তেনেই সস্তীয়া কৃত্ৰিম বস্তু, তথাপি জেনেৰেল বনাপাৰ্তক লাগে যদি মূৰ্তিটো তেওঁ (গভৰ্নৰে) লংউডলৈ

পঠাই দিব। বৈঁত্ৰাই লাগে বুলি উত্তৰ দিলত মূৰ্তিটো জানিবা লংউড্‌ পালেহি। মূৰ্তিটো ৰীডে সাগৰলৈ দলিয়াই পেলাবলৈ কোৱা কথা সম্বন্ধে গভৰ্নৰে একো নাজানিছিল বুলি কৈছিল, কিন্তু নাজানিছিল -যদি মূৰ্তিটো বাৰদিন লুকুৱাই থোৱাৰ কি উদ্দেশ্য আছিল বুজিব নোৱাৰি।

আৰু এখন জাহাজৰ লস্কৰ এজনে এবাৰ নাপলেয়ঁৰ ল'ৰাটিৰ দুখন উৎকৃষ্ট ছবি চেইণ্ট হেলেনালৈ আনিছিল। ছবি দুখন নাপলেয়ঁক দি কিছু টকা ল'ব বুলি লস্কৰে ভাবিছিল। গভৰ্নৰে এই কথা গম পাই, ছবি দুখন তেওঁ নিজে লংউডলৈ পঠাব বুলি কৈ লস্কৰৰপৰা আদায় কৰি মনে মনে কালি পেলালে। এনে ধৰণৰ কাম কৰিবলৈকো লাটবাহাদুৰে লাজ নাপাইছিল।[৫১৭]

এবাৰ ডাক্তৰ অ'মিয়াৰাই জাহাজৰ কেপ্তেইন এজনৰপৰা মৰণীয়া এটি দূৰবীন যন্ত্ৰ ( telescope ) নাপলেয়ঁৰ বাবে কিনাৰ বন্দৱস্ত কৰিছিল। পিছ দিনা টকা শিকা লৈ যন্ত্ৰটো নিবলৈ আহিলত দেখে যন্ত্ৰটো নাই। নাপলেয়ঁই যন্ত্ৰটো কিনিব খোজাৰ বাতৰি, ৰিপুৱাৰ যোগেদি পাই, লাটচাহাবে ইতিমধ্যে যন্ত্ৰটো সৰকালে। পিছদিনা টেলিস্কোপটো কাউন্ত বালমেইনক দেখুৱাই কেনেকৈ ছলাহি কৰি বস্তুটো তেওঁ হাত কৰিলে সেই কথাকৈ ফিতাহি মাৰোঁতে, এই চোৰৰ কৰ্ম দেখি কাউন্তে নাক কোঁচালত, লাট বাহাদুৰে ৰঙাপিঙা পৰি ক'লে, "দ্বীপটোৰ সকলোতকৈ উৎকৃষ্ট টেলিস্কোপটো

---

৫১৭ To what petty malice Lowe was capable of resorting may be judged from the following incident

On the 3rd of February, 1818, Mr Barber, super-cargo of the *Cambridge* store-ship brought with him two beautiful portraits of young Napoleon Sir Hudson Lowe, informed of this, caused both to be delivered to him pretending that it was for the purpose of sending them directly to the father, but in reality to deprive him of them As neither of them ever have been sent to Longwood, he undoubtedly destroyed them Korngold

ব'নাপার্ত্তৰ হাতলৈ যাবলৈ দিমনে? সেইটো মোৰ হাতত হে থকা উচিত।"৫৯৮

বালকমৰ বাহিৰা ঘৰটোত বাস কৰাৰ সময়ত তাতে বাগিচাত থাটি থকা এটা বন্ধুৱাৰ ওপৰত নাপলেঁৰ চকু পৰিছিল। লংউডলৈ যোৱাৰ পিছতো বাটে-পথে তাক লগ পায়, মাজে সময়ে তেওঁ তাক ৰূপ একোটকা দিয়ে। তেওঁক দেখিলেই মানুহটোৱে Good gentleman বুলি সম্বোধন কৰি অভিবাদন জনায়। আঁতিগুৰি লৈ নাপলেয়ঁই জানিবলৈ পালে যে মানুহটো মালয় দ্বীপপুঞ্জৰ বাসিন্দা। ইংৰাজৰ এখন জাহাজৰ কেপ্তেইনে বলেৰে তাক ধৰিবান্ধি আনি চেইণ্ট হেলেনাত বেচিছিলহি। তেতিয়াৰেপৰা সি ইয়াত দাস ( slave ) হৈ আছে। নাম আছিল তাৰ তবিয়াচ্।

মাঁনুহটোলৈ নাপলেয়ঁৰ পুতৌ হ'ল। এদিন লা-কাচৰ লগত ফুৰি ফুৰোঁতে তবিযাচক দেখি নাপলেয়ঁই ক'লে, "চোৰাঁচোন কি অন্যায় কথা। তাৰ ল'ৰাতিৰোতাৰ বুকুৰ পৰা বলেৰে ফালি আনি নো তাক বেচিবহি লাগেনে? ইয়াতকৈ নিৰ্দয কাম কি হ'ব পাৰে? যিটো কেপ্তেইনে এই কাম কৰিছিল, সি নিশ্চয় এটা জঘন্য প্ৰকৃতিৰ মানুহ।"

তবিযাচৰ কথা কৈ থাকোঁতে হঠাতে থমকি লা-কাচৰ চকুলৈ চাই তেওঁ ক'লে, "তোমাৰ চকুৰ চাৱনি দেখি বুজিব পাৰিছোঁ যে এই দ্বীপতে বাস কৰা আন এজনৰ দুৰ্ভাগ্যৰ লগত তবিয়াচৰ দুৰ্ভাগ্য তুমি তুলনা কৰিছাঁ, কিন্তু সেই তুলনা যুক্তিসঙ্গত নহয়। আমাৰ সান্ত্বনাৰ থল আছে। সমগ্ৰ পৃথিবীৰ চকু আজি আমাৰ ওপৰত, এক অমৰ আদৰ্শৰ বেদীত আমি শ্বহীদ। হাজাৰ-বিজাৰে আমাৰ বাবে চকুলো টুকিছে, দেশে হুমুনিযাহ পেলাইছে, গৰিমাৰ যি পূজা কৰে সি শোক

৫৯৮ Lowe felt embarassed and stammered "Was he (Napoleon) to have the best telescope in the island? Surely, it was for the governor to be able to discover the approach of ships before any other person, not for Bonaparte" Korngold.

কৰিছে। দুৰ্দিন মূৰ পাতি ল'ব পৰাৰ মাজতো বীৰত্ব, গৰিমা আছে। মোৰ মনেৰে দুৰ্ভাগ্যৰ বাবে দুখ কৰিবলগীয়া মোৰ একো নাই। মই কাহানিও দুখত পৰা নাছিলোঁ, কিন্তু দুৰ্দিনৰো আৱশ্যকতা আছে। সিংহাসন আৰু ক্ষমতাৰ মাজতে মোৰ অন্তিম ঘটা হ'লে বহুতৰ মানত মই এটা সাঁথৰেই হৈ গ'লোহেঁতেন। এতিয়া মোক নাঙঠা বেশত সকলোৱে দেখিবলৈ পাইছে। গতিকে, মোক নিৰপেক্ষভাৱে বিচাৰ কৰাৰ সুযোগ দুৰ্ভাগ্যইহে আনি দিছে। কিন্তু বেচেৰা তবিয়াচৰ সান্ত্বনা ক'ত ?"

নাপলেয়ঁই নিজে ধন দি তবিয়াচক দাসত্বৰপৰা মুকলি কৰিলে, কিন্তু নিজৰ দেশলৈ যাবলৈ তাক গভৰ্নৰে অনুমতি নিদিলে। চাৰ হাড্‌চন্ ল'ৱে ক'লে, "জেনেৰেল বনাপাৰ্তে ইয়াত নিগ্ৰ' দাসবোৰৰ হৃদয় জয় কৰিবলৈ ওলাইছে, চান দমিঙ্গত আগতে পতাদি, ইয়াত তেওঁ দ্বিতীয় এখন নিগ্ৰ'ৰ ৰাজ্য পাতিবৰ মত্‌লব্ কৰিছে। সেইবোৰ ইয়াত ন'চলিব।"[৫৯৯]

বেচেৰা দুৰ্ভগীয়া তবিয়াচ্।

মে' মাহত (১৮১৬) এদিন মুনিহ তিৰোতা, ডেকাগাভৰু— এপাল ইংৰাজ যাত্ৰী জাহাজেৰে চেইণ্ট হেলেনাত ওলালহি। জাহাজৰপৰা নামিযেই গোটেইজাকে লংউডৰ পিনে চোঁচা ল'লে। নাপলেয়ঁই তেওঁলোকৰ লগত দুই চাৰিআষাৰ কথা পাতি ভিতৰ সোমালত এজনে ডাক্তৰ অ'মিয়াৰাক ক'লে, "সম্ৰাটৰ কেনে সাগৰ-সঙ্কাশ গাম্ভীৰ্য্য। এনে নিদাৰুণ দুৰ্ভাগ্য এইদৰে কেনেকৈ তেওঁ সহ্য কৰিব পাৰিছে ভাবি নাপাওঁ।" অ'মিয়াৰাই পিছত নাপলেয়ঁক সেই কথা ক'লত তেওঁ কৈছিল, "ইমান দিনে বোধকৰোঁ সিহঁতে মোক বৰ বৰ শিং লগা কিবা ভয়ঙ্কৰ জন্তু এটা বুলি ভাবি আছিল।"

---

৫৯৯ "It is plain to me that General Bonaparte is trying to win the hearts of the coloured population, in the hope of setting up a second Negro empire, as in San Domingo" E L

## ৭০

এড্‌মিৰেল্‌ ককবাৰ্ণৰ আমোলত লা-কাচে তেওঁৰ লাচনি-পাচনি বন কৰি আলপৈচান ধৰিবলৈ জেইম্‌চ্‌ স্কট্‌ নামেৰে এটা ফিৰিঙ্গি (বাপেক ইংৰাজ, মাক নিগ্ৰ' জাতিৰ) মকৰল কৰিছিল। এড্‌মিৰেলে সেই বন্দৱস্তত আপত্তি কৰা নাছিল। নতুন গভৰ্নৰে, কৰ্তৃপক্ষৰ অনুমতি নোলোৱাকৈ তাক মকৰল কৰা হৈছিল বুলি দাই ধৰি, তৎক্ষণাৎ তাক বৰ্খাস্ত কৰিবলৈ হুকুম দিলে। লংউডৰ চাকৰি গ'লত মানুহটোৱে ইংলণ্ডলৈ যাবলৈ ওলোৱা ইংৰাজ বেপাৰী এজনৰ তলত চাকৰি লৈ ইংলণ্ডলৈ যাবলৈ ওলাল। লা-কাচে তাৰ হাতত দুখন চিঠি দিলে —এখন লেডি ক্লেভাৰিঙলৈ, আনখন নাপলেয়ঁৰ ভায়েক লুচিয়ঁলৈ। কিছু দিন আগত গভৰ্নৰৰ আদেশ-নিৰ্দেশৰ নকল সহ লা-কাচে লৰ্ড হলেণ্ডলৈ এখন চিঠি দি উত্তৰ পোৱা নাছিল। লেডি ক্লেভাৰিঙলৈ তেওঁ চিঠিখন লিখিছিল লৰ্ড হলেণ্ডক সেই বিষয়ে সোঁৱৰাই দিবলৈ। লুচিয়ঁলৈ দিয়া চিঠিখনত ঘৰুৱা কথাৰ বাহিৰে আন কথা নাছিল।

মানুহটোৱে চিঠি দুখন যথাস্থানত নি দিবলৈ গাত লৈ দুয়োখন চিঠি গভৰ্নৰৰ হাত পোৱালেগৈ। যদিও চিঠি দুখনত দোষণীয় কথা একো নাছিল, উৱাতে ভুকা স্বভাৱৰ আওকচু লাট চাহাবে তিলকে তাল কৰি তাকে এক গুৰুতৰ অপৰাধ বুলি গণ্য কৰি প্ৰতিকাৰৰ ব্যৱস্থা কৰিবলৈ ওলাল।

২৫ নভেম্বৰৰ দিনা সন্ধিয়া এড্‌মিৰেল্‌ মেকমে নাপলেয়ঁক দেখা কৰিবলৈ আহিছিল। লংউডৰ ফুলনিত নাপলেয়ঁই তেওঁৰ লগত

কথা পাতি আছিল, লা-কাচ আৰু গুৰ্গাও লগত আছিল। লগুৱা এটাই ট্ৰে এখনত এথোপা স্নুমথিৰা টেঙা, চুৰি, কাঁটা, থাল আনি সক টেবুল এখনত নাপলেয়ঁৰ কাষতে থলেহি। এটা টেঙা লা-কাচৰ ল'ৰাটিক দিবলৈ লা-কাচৰ হাতত দি, বাকীবোৰ টেঙা তেওঁ নিজে বথলিয়াই, তাত চেনি চতিয়াই কেউজনলৈ একোখনকৈ থাল আগবঢাই দিলে।

অলপ পৰৰ মূৰত চেঁচা বতাহ বলিবলৈ ধৰিলে। এড্মিৰেল্ বিদায় লৈ উঠি গ'ল। নাপলেয়ঁ লা-কাচৰ সৈতে গৈ 'বিলিয়াৰ্ড ৰুম'ত বহিল। খন্তেক পিছতে এদল মিলিটেৰি আৰু পুলিচ বিষয়া আৰু আচোৱাৰ চিপাহী পচুলিয়েদি লংউডৰ ওৱাৰিত সোমোৱা খিৰিকীয়েদি নাপলেয়ঁই দেখিবলৈ পালে। কেই মিনিটমানৰ মূৰত লগুৱাই আহি বাতৰি দিলে যে কৰ্নেল ৰীডে লা-কাচক লগ পাব খুজিছে।

লা-কাচৰ বুকুৱে চিৰিং কৰি গ'ল, মুখখন শেঁতা পৰিল। নাপলেয়ঁই ক'লে, "জন্তুটোক কি লাগে, যোৱা স্নুধি আহাঁগৈ। সোনকালে ঘূৰি আহিবা।"

নিজৰ কোঠালৈ গৈ লা-কাচে দেখে বাজত এজাক অশ্বাৰোহী চিপাহী। ভিতৰত গভৰ্নৰৰ সহকাৰী কৰ্নেল ৰীড্ আৰু লা-কাচৰ পুতেক এমানুৱেল। ভয়ত ল'ৰাটিৰ মুখ বিবৰ্ণ। কৰ্নেল ৰীডে মিহি মিহি কৈ দুই চাৰি আষাৰ কথা কৈ, হঠাতে কঠোৰ মূৰ্তি ধৰি ঘোষণা কৰিলে, "চোৰাংকৈ চেইণ্ট হেলেনাৰ বাহিৰলৈ চিঠি পঠাই গুপ্ত চক্ৰান্ত চলোৱাৰ অপৰাধত, গভৰ্নৰৰ আদেশ অনুসৰি, আপোনাক আৰু আপোনাৰ ল'ৰাক মই গ্ৰেপ্তাৰ কৰিছোঁ। আপুনি এতিয়া আমাৰ লগত যাব লাগে।"

লা-কাচে নাপলেয়ঁক এবাৰ লগ পাই যাবলৈ অনুমতি বিচাৰি অনুমতি নাপালে। বাপেক পুতেক দুয়োকো নি এমাহ কাল এটা ঘৰত আটক কৰি থোৱাৰ পিছত কেইপ্ টাউনলৈ পঠাই দিয়া হ'ল।

চেইন্ট হেলেনা এৰি যোৱাৰ আগতো নাপলেয়ঁক এবাৰ লগ পাই যাবলৈ তেওঁলোকক অনুমতি দিয়া ন'হ'ল। নাপলেয়ঁই চিঠি এখন লিখি, মোহৰ মাৰি বন্ধ কৰি গভৰ্নৰৰ যোগেদি লা-কাচলৈ পঠাইছিল। গভৰ্নৰে পঢ়ি চাব পৰাকৈ মোহৰ ভাঙি পঠাবলৈ চিঠিখন ঘূৰাই দিয়া হ'ল। পপ্লটনে আনি চিঠিখন নাপলেয়ঁক দিলত তেওঁ মুৰ দাঙি নোচোৱাকৈয়ে নিজ হাতেৰে মোহৰটো ভাঙি চিঠিখন পপ্লটনৰ হাতত দিলে।

আন আন কথাৰ মাজত নাপলেয়ঁই চিঠিখনত লিখিছিল: "তোমাৰ অনুপস্থিতি মই বৰকৈ অনুভৱ কৰিম। তুমি গৈ ভাল ঠাইত থাকিবলৈ পাবা, সেয়ে মোৰ সান্ত্বনা। মোৰ ল'ৰাতিৰোতাক কেনেবাকৈ লগ পালে মোৰ হৈ বুকুত সাৱটি মৰম জনাবা। এই দ্বীপৰ ভয়ঙ্কৰ জলবায়ুৱে, আৰু জীয়াই থাকিবলৈ মানুহক যি যি বস্তু লাগে, সেই সকলোবোৰৰে অভাৱে, মোৰ মৰণৰ দিন ওচৰ চপাই আনিব। ইংৰাজৰ জাতীয় চৰিত্ৰৰ এটি কুৎচিত নিদৰ্শন ৰূপে, মোৰ মৰণৰ কথা কাললৈ থাকিব। চেইন্ট হেলেনাৰ কাহিনীয়ে এদিন সমগ্ৰ ইউৰোপৰ গাৰ নোম শিয়ঁৰাব। সমগ্ৰ ইউৰোপে এদিন এই নীহ, দুৰ্বৃত্তটোক গৰিহনা দিব। প্ৰকৃত ইংৰাজে তাক ইংৰাজ বুলিবলৈ লাজ পাব।"

নাপলেয়ঁৰ এই শাওপাত উকাই উকাই যোৱা নাছিল। জীৱনৰ শেহ ছোৱাত চাৰ হাডচন্ ল'ৱে তেওঁৰ বৰমতালিৰ পোটক বাৰকৈয়ে পাইছিল। লাট বাহাদুৰে চিঠিখন পঢ়ি কেনে সোৱাদ পাইছিল, জানিবৰ উপায় নাই।

লা-কাচ্ আৰু তেওঁৰ ল'ৰাটিয়ে আঠ মাহ কাল কেইপ্ টাউনত থৰলি খোৱাৰ পিছতহে, এডমিৰেল্ মেকমৰ অনুগ্ৰহত ইউৰোপলৈ যাবলৈ জাহাজ পাইছিল। ইংলণ্ড আৰু ফ্ৰান্সত তেওঁক সোমাবলৈ দিয়া ন'হ'ল, জাৰ্মানিৰ ফ্ৰাঙ্কফুৰ্ট চহৰত তেওঁ আশ্ৰয় লৈছিলগৈ। ইউৰোপলৈ উলটি গৈ, নাপলেয়ঁক এখন স্বাস্থ্যকৰ ঠাইলৈ নিওৱাৰ

ব্যৱস্থা কৰাবলৈ তেওঁ আপ্ৰাণ চেষ্টা দিছিল। ৰুচ্ সম্ৰাট, অষ্ট্ৰীয় সম্ৰাট, মৰিয়া লুইচা আৰু আন আন ভালেমানৰ ভৰিত ধৰিবলৈ তেওঁ বাকী থোৱা নাছিল, কিন্তু তেওঁৰ সকলো চেষ্টা বিফলে গৈছিল। চেইণ্ট হেলেনা এৰাৰ আগত বেঁৎ্ৰাঁলৈ এখন চিঠি দি তেওঁ জনাইছিল যে লণ্ডনৰ এটা বেঙ্কত তেওঁৰ চাৰি হাজাৰ পাউণ্ড জমা আছে। সম্ৰাটে সেই ধন নিজৰ ধন জ্ঞান কৰি যেতিয়াই আৱশ্যক বোধ কৰে নিয়াব পাৰে। সেই মতে তেওঁ বেঙ্কক দিহা দিছিল।

১৮২৩ চনত লা-কাচৰ আঠখণ্ডীয়া (২০০০ পৃষ্ঠা) 'চেইণ্ট হেলেনাৰ সোৱঁৰণী' প্ৰকাশ হ'লত একে নিশাৰ ভিতৰতে তেওঁ গোটেই পৃথিবীত মূৰজিলিকা হৈ পৰিল। ইংৰাজী, জাৰ্মান, ৰুচ, ইতালীয় আদি সকলো ইউৰোপীয় ভাষাত পুথিখনৰ ভাঙনি ওলাল। পুথিখনৰ জহত লা-কাচে সোণৰ নাঙলেৰে আৰ্জি ধনেৰে দোল বান্ধিছিল। তেওঁৰ ল'ৰাটিয়েও (এমানুৱেল) ডাঙৰ হৈ সৎ সাহসৰ এটি অপূৰ্ব চানেকী দেখুৱাই গুণ থৈ গৈছিল।

লা-কাচ গুচি যোৱাৰ পিছত কিছু দিনলৈ নাপলেয়ঁক মোলান পৰা যেন দেখা গৈছিল, বাজলৈকো প্ৰায় নোলোৱা হৈছিল। কোঠাৰ ভিতৰতে সোমাই থাকি পঢ়াশুনা কৰি, কাচিৎ কেতিয়াবা শ্ৰুতলিপি দি সময় নিযাইছিল।

পপ্ল্টনে কেইবাদিনো নাপলেয়ঁক দেখিবলৈ পোৱা নাই বুলি গভৰ্নৰক জনালত, লাট চাহাব স্বয়ং লংউডত ওলালহি। কাউণ্ট ম'থলঁই সেই দিনাৰ ঘটনাৰ কথা তেওঁৰ ডায়েৰী বহীত এই বুলি লিখিছিল: মই শ্ৰুতলিপি লৈ আছোঁ, এনেতে 'ভালে-দ-স্বাম্ব্ৰ' (হাত ধৰা লিগিৰা) আহি জনালে: "আধা ঘণ্টা ধৰি গভৰ্নৰে আহি সম্ৰাটৰ কোঠাত সোমাবলৈ বিচাৰি আছে, কৈছে বোলে সম্ৰাট যে এই দ্বীপৰপৰা পলাই যোৱা নাই, নিজ চকুৰে সম্ৰাটক দেখিলেহে তেওঁ সেই সম্বন্ধে সন্তুষ্ট হ'ব পাৰিব, দুৱাৰ খুলি নিদিলে দুৱাৰ ভঙাই হ'লেও তেওঁ সোমাব।" সম্ৰাটৰ মুখ চকুত ঘৃণাৰ ভাব ফুটি উঠিল,

গভৰ্নৰে শুনাকৈ ডাঙৰ মাতেৰে লগুৱাটোক ক'লে, "তাক কৈ দে যে ঘাতকৰ কুঠাৰ আনি তাৰ যি মন যায় কৰিব পাৰে, কিন্তু মই জীয়াই থকালৈকে সি মোৰ কোঠাত সোমাব নোৱাৰিব, মোৰ পিস্তল আন।"৬০০

নাপলেয়ঁৰ গোজৰনি শুনি গভৰ্নৰৰ চুলিৰ আগেদি জীৱ যাব পায়, হোঁ হেঁকো একো নুবুলি ওঁঠমোঠ চেলেকি সুৰ-সুৰ কৈ তেওঁ আঁতৰি গ'ল।

সেই দিনাৰ পৰা চাৰি বছৰলৈ নাপলেয়ঁৰ কোঠাৰ দুৱাৰ ভাঙি সোমাবলৈ লাট বাহাদুৰ আৰু অহা নাছিল, শামুকৰ সাহ যেন তেওঁৰ সাহ দেখুৱাবলৈ বুকু ফিন্দাই আকৌ আহিছিল, চাৰি বছৰৰ পিছত, নাপলেয়ঁৰ আসন্ন মৃত্যুৰ সময়ত—যেতিয়া তেওঁ শয্যাশায়ী, দুৱাৰ ভাঙি সোমালেও একো কৰাৰ শক্তি তেওঁৰ গাত নাছিল।

৬০০ (ক) "Tell him he can bring his executioner's axe if he likes But if he wants to enter my room, he must do so over my dead body Give me my pistols" E L

৬০০ (খ) Sir Hudson Lowe heard this answer and retired confounded Abbott

এইবাৰ চাৰ হাড্চন্ ল'ভকৈ একাঠি চৰা গোনা মতা ওলাল—লৰ্ড বেথাৰ্ষ্ট। মন্ত্ৰী ডাঙৰীয়াই ভাবিলে—কি? নাপলেয়ঁই নিজক বন্দী বুলি স্বীকাৰ নকৰে? বাৰু, দেখা যাওক। এই বুলি মন্ত্ৰীয়ে এইবাৰ পূৰ্ণাহুতি দিবলৈ ওলাল। তেওঁ থিৰ কৰিলে লংউডৰ ওৱাৰিৰ কেউপিনে এখন লোৰ চকোৱা দিয়া যাওক, যাতে নাপলেয়ঁই বুজি পায় যে লংউড্ এখন কাটেক। লোৰ খুটি কেতবোৰ তেওঁ চেইণ্ট হেলেনালৈ পঠালেই।[৬০১]

কিন্তু ইতিমধ্যে লা-কাচ্ ইউৰোপলৈ উলটি যোৱাৰ পিছত, নাপলেয়ঁৰ প্ৰতি ইংৰাজে কৰা ডলুৱা ভূতৰ আচৰণৰ কথা, ইকাণ সিকাণকৈ কাণবাগৰি সমগ্ৰ ইউৰোপত বিয়পি পৰিছিল। চাস্তিনিৰ পুথিখনেও কিছু কাম দিছিল। ইংলণ্ডতো লোকে বি বি বা ৰা কৰিবলৈ ধৰিছিল।

১৮১৭ চনৰ মাৰ্চ মাহৰ ১৭ তাৰিখে লৰ্ড হলেণ্ডে পাৰ্লামেণ্টত প্ৰস্তাৱ দাঙি ধৰিলে যে নাপলেয়ঁ সম্বন্ধে ব্ৰিটিছ চৰ্কাৰ আৰু গভৰ্নৰৰ মাজত যিবিলাক চিঠিপত্ৰ চলিছিল সেইবোৰ, আৰু নাপলেয়ঁ আৰু তেওঁৰ লগৰীয়াসকলক পহৰা দিয়াৰ ব্যৱস্থা সম্বন্ধে গভৰ্নৰে যিবিলাক

৬০১ He (Bathurst) attached great importance to enclosing Napoleon in a sort of area-railing which he despatched from England, and which should add the final precaution of security Rosebery

অনুশাসন জাৰি কৰিছে, সেইবিলাক পাৰ্লামেণ্টৰ এখন কমিটিক চাবলৈ দিব লাগে। তাৰ উপৰিও তেওঁ ক'লে যে লংউড্ বোলা ঘৰটো বাসৰ অনুপযোগী বুলি তেওঁ বাতৰি পাইছে, গতিকে নাপলেয়ঁ থকাৰ আন কিবা ব্যৱস্থা চৰ্কাৰে হাতত ল'ব নে নলয়, আৰু নাপলেয়ঁই তেওঁৰ আপোনস্বজনলৈ লিখা আৰু তেওঁলোকে নাপলেয়ঁলৈ লিখা চিঠিপত্ৰ যথাস্থানলৈ পঠোৱা হয় নে নহয়, সেই কথাও তেওঁ জানিব খোজে।

উত্তৰত লৰ্ড বেথাৰ্ষ্টে এটি অনিল-অৱতি বক্তৃতা জাৰি লৰ্ড হলেণ্ডৰ প্ৰস্তাৱৰ বিৰোধিতা কৰি কেতবোৰ গোকাট মিছা কথা কৈ পাৰ্লামেণ্টক জনালে যে লংউড বোলা ঘৰটো বাসৰ অনুপযোগী বুলি কোৱা কথা সঁচা নহয়, নাপলেয়ঁ আৰু তেওঁৰ লগৰীয়াসকল ৰাজসুখত থাকিব পৰাকৈ তাত সকলো সুবন্দবস্ত কৰি দিয়া হৈছে। নাপলেয়ঁলৈ দিয়া চিঠিপত্ৰ সম্বন্ধে লৰ্ড চাহাবে ক'লে যে নাপলেয়ঁৰ আপোনস্বজনে ইমানদিনে এখন মাত্ৰ চিঠি তেওঁলৈ লিখিছে, সেইখন যথাস্থানলৈ পঠোৱা হৈছে। গভৰ্নৰৰ অনুশাসন সম্বন্ধে ক'লে যে এড্মিৰেল্ ককবাৰ্নক চৰ্কাৰে যি বিলাক আদেশ-নিৰ্দেশ দিছিল সেই বিলাকেই তেতিয়াও বাহাল আছে, গভৰ্নৰক নতুন নিৰ্দেশ একো দিয়া হোৱা নাই। গভৰ্নৰে নতুনকৈ যি দুই এক আদেশ-নিৰ্দেশ জাৰি কৰিছে, সেইবিলাক কাৰাবাসৰ কঠোৰতা পাতলোৱাৰ উদ্দেশ্যেৰে হে জাৰি কৰা হৈছে।

মন্ত্ৰী ডাঙৰীয়াই জানিশুনি সন্ধালনীয়া সঁচা কথাকো অস্বীকাৰ কৰি এনে জলজীয়াত মিছা কথাবোৰ ক'বলৈ অকণো যে লাজ নাপালে, তেওঁৰ চৰিত্ৰলৈ চাই, সেইটো হওঁতে একো আচৰিত হ'বলগীয়া কথা নহয়। লৰ্ড ৰ'জবেৰীয়ে ক'বৰ দৰে লৰ্ড বেথাৰ্ষ্ট আৰু চাৰ হাড্চন ল' একেটি সাঁচতে কটা দুটি যুগল মূৰ্তি।

লংউড বাসৰ অনুপযোগী বুলি স্বয়ং গভৰ্নৰে মন্ত্ৰীলৈ লিখা চিঠি তাৰ আগতে মন্ত্ৰীৰ হাতত পৰিছিলগৈ। অনুশাসনৰ নকলো

মন্ত্ৰীয়ে পাইছিল। নাপলেয়ঁই তেওঁৰ আপোনস্বজনলৈ লিখা আৰু তেওঁলোকে লিখা সকলোবিলাক চিঠিপত্ৰ মন্ত্ৰীৰ মাৰ্ফত পঠোৱা হৈছিল। গতিকে তেওঁৰ উত্তৰৰপৰা বুজা যায় যে সেই সকলোবিলাক চিঠিপত্ৰ মন্ত্ৰী আৰু গভৰ্নৰে মিলি গাইপ কৰিছিল। মন্ত্ৰীৰ উত্তৰ বাতৰি কাকতত ওলোৱাৰ পিছত নাপলেয়ঁৰ মাকে, নাপলেয়ঁলৈ তেওঁৰ আপোনস্বজনে এখনহে মাথোন চিঠি দিয়া বুলি মন্ত্ৰীয়ে কোৱা কথা সম্পূৰ্ণ মিছা বুলি প্ৰতিবাদ কৰি মন্ত্ৰীলৈ এখন চিঠি দিছিল। প্ৰতিবাদৰ উত্তৰ মন্ত্ৰীয়ে দিয়া নাছিল। এনেবোৰ গোকাট মিছা কথা কোৱাৰ পিছত পাৰ্লামেণ্টৰ কমিটিক মন্ত্ৰী ডাঙৰীয়াই নথিপত্ৰ দেখুৱায় কোন মুখেৰে ?

বেথাৰ্ষ্টৰ বক্তৃতা বাতৰি কাকতত পঢ়ি নাপলেয়ঁই তাত কুৰিটা মিছা কথালৈ আঙুলিয়াই গভৰ্নৰৰ মাৰফৎ ব্ৰিটিছ চৰ্কাৰলৈ এখন প্ৰতিবাদপত্ৰ পঠালে, কমিচনাৰ কিজনকো একোটাকৈ তাৰ নকল দিলে। গভৰ্নৰে প্ৰতিবাদপত্ৰৰ কথা কমিচনাৰ সকলৰ পৰা আগতে গম পাই নাপলেয়ঁই তেওঁৰ মাৰ্ফত পঠোৱা প্ৰতিবাদ পত্ৰখনৰ লেফাফা নোখোলাকৈয়ে মন্ত্ৰীলৈ পঠাই দিলে। মন্ত্ৰীক কাণমূৰ নাইকিয়া মিছাৰ বাহ বুলি কোৱা কথানো তেওঁ পঢ়ি চায় কোন সত্তেৰে ?৬০২

৬০২ The Governor forwarded it without breaking the seal, thus again proving that he could modify the Government's instructions in Napoleon s favour if he chose

Lord Bathurst's speech may not have contained twenty untruths, as claimed by Napoleon, but it contained several statements that were obviously false When he said that since his arrival at St Helena, Napoleon had recevied "Only one letter" from members of his family, he must have known that he was not telling the truth, as letters addressed to Bonaparte were read by him personally. On May 1, 1817 Napoleon's→

লৰ্ড হলেণ্ডৰ প্ৰস্তাৱ ভোটত দিয়া হ'ল। গৃহীত ন'হল। বহুন খুৱাই মিছা কথাৰ চাং পাতি বেথাৰ্ষ্ট জিকিল। জিকিল যদিও, লৰ্ড হলেণ্ডৰ কাৰ্য্যই গুণ নিদিয়াকৈ থকা নাছিল। তেতিয়াৰ পৰা মন্ত্ৰী ভাণ্ডৰীয়াৰ টিঙত কোবোৱা দেওপাৰনিয়ে শাম কাটিলে, ঠেং ভৰিৰ এছাৰনিও কমিল। লংউডত লোৰ চকোৱা দিয়া কামত আগ বাঢ়িবলৈ লৰ্ড চাহাবৰ পিতে আৰু মুকুলালে।৬০৩

ঠাইতে এইবাৰ কোমল কাটি মন্ত্ৰীয়ে গভৰ্নৰলৈ লিখিলে যে লংউডলৈ মানুহজনুহ যোৱাত বৰকৈ হুঁকাবধা কৰিব নালাগে। অনুমতি পত্ৰলৈ হে তালৈ যাব পৰাৰ নিয়মটোও সলনি কৰিব লাগে। পঞ্চাছজন চেইণ্ট হেলেনাৰ বাসিন্দাৰ নাম দিবলৈ গভৰ্নৰে

---

←mother wrote to him protesting against that untruth When he denied that the house at Longwood was "unpleasant and unwholesome' he was in possession of Lowe's letter of July 9, 1816 in which the governor admits that complaints about the house "appear to be well-founded" In view of Lowe's Draconian regulations of October 9, 1816, the following statement made by him is truly astonishing "When Admiral Cockburn went out to St Helena, instructions were given him while he remained there, and which would also apply to his successor after his departure Upto to this moment I am prepared to state that there has been no substantive alteration of these instructions Whenever changes have taken place either in the explanation of the instructions, or in the execution of them, they were for the benefit of the person subjected to them" Little wonder that he should have objected to submitting his correspondence with Lowe to the scrutiny of a Committee Korngold.

৬০৩ But it seems to have been found inexpedient to carry constraints too far For the interest in the captive was intense Every scrap of news from St. Helena was→

বৈঁত্ৰাক অনুৰোধ জনাওক। সেই পঞ্চাছজনক বেলেগে অনুমতিপত্ৰ নোলোৱাকৈয়ে লংউডলৈ যাবলৈ দিব লাগে। এই নির্দেশৰ নকল কমিচনাৰ কিজনলৈকো পঠোৱা হৈছিল।

গভর্নৰৰ মনোমত নহলে লিপিচ্ বিচাৰি নানা তৰহৰ ফুঁহুৰি তৰণাই মন্ত্ৰীক উবৰাত লাট চাহাব পাকৈত আছিল। মন্ত্ৰীৰ নির্দেশ অনুসৰি সোনকালে ব্যৱস্থা কৰিব বুলি কমিচনাৰ আৰু নাপলেয়ঁৰ লগৰীয়াকিজনক কথা দি লাট চাহাবে আৰৈ কাৰৈ কৰিবলৈ ধৰিলে।[৬০৪] কেইবা মাহলৈকো এই সম্বন্ধে গভর্নৰে একো নকৰা দেখি কমিচনাৰ সকলে সেই বিষয়ে তেওঁক সুধিলত, লাট বাহাদুৰে চাঁচৰি কোবাই অণ্ডালী-বণ্ডালী গাবলৈ লাগিল। কাউন্ত বাল্‌মেইনে গভর্নৰৰ এই কাৰ্য্য সম্বন্ধে তেওঁৰ চর্কাৰলৈ লিখিছিল, "হাজাৰটা মিছা কথা কৈ গভর্নৰে যে চর্কাৰৰ আদেশ অমান্য কৰিছে, সেই কথা সমগ্ৰ ইউৰোপৰ আগত প্ৰমাণ কৰিবলৈ মই প্ৰস্তুত।"[৬০৫]

থোৰতে ক'বলৈ গ'লে, গভনৰে চর্কাৰৰ এই আদেশ পালন ন'কৰিলে। চাৰ হাড্‌চন্ ল'বে ব্ৰিটিছ চর্কাৰৰ আদেশ অনুসৰিহে সকলো কাম কৰিছিল, গতিকে তেওঁ সম্পূৰ্ণ নিৰ্দোষী আছিল বুলি ফৰ্চাইথে কোৱা কথা যে লাংপাং জোৰা দিয়া পং কথা, গভর্নৰৰ এনেবোৰ কাৰ্য্যই তাৰ ডহডহীয়া প্ৰমাণ।

লৰ্ড ৰ'জবেৰীয়েও, হাড্‌চন্ ল'ক নিৰ্দোষী বুলি ন'কলেও, চেইণ্ট হেলেনাত নাপলেয়ঁৰ প্ৰতি দেখুওৱা ঘিণলগা আচৰণৰ বাবে

---

←devoured by the public The craving for each fragment of intelligence was so great that it was scarcely possible to preserve from the avidity of the press the most private letters written from St Helena Santini's worthless book went through seven editions in a fortnight Rosebery

৬০৪ Lowe was expert at evading his commitments by devious means Lowe, so, punctilious in carrying out instructions, obnoxious to the French, managed to avoid carrying out this one altogether Korngold

৬০৫ On the 26th of July (1817) Count Balmain reported to Count Nasselrode that 'under thousand false pretences'→

ঘাইকৈ ব্ৰিটিছ মন্ত্ৰীসকলক হে জগৰীয়া কৰিছে। তেখেতে কৈছে, "এডমিৰেল্ ককবাৰ্ণ আৰু চাৰ হাড্চন্ ল' আছিল অমাৰ্জিত, অশিক্ষিত, সঙ্কীৰ্ণমনা লগুৱা মাথোন, চেইণ্ট হেলেনাৰ জঘন্য দুষ্কৃতিৰ বাবে দায়ী প্ৰধানমন্ত্ৰী লৰ্ড লিভাৰপুল, আৰু ঔপনিবেশিক মন্ত্ৰী লৰ্ড বেথাৰ্ষ্ট।"[৬০৬] ৰ'জবেৰীৰ আগতো বিশ্ববিশ্ৰুত ফৰাচী ঐতিহাসিক ফ্ৰেদেৰিক মাঁচই তেওঁৰ অমূল্য গ্ৰন্থত[৬০৭] সেই মতকে প্ৰকাশ কৰিছিল।

চেইণ্ট হেলেনাৰ বীভৎস কাৰ্য্যকলাপৰ বাবে ব্ৰিটিছ চৰ্কাৰহে ঘাইকৈ জগৰীয়া আছিল যদিও, এই কথা ন'কৈ নোৱাৰি যে চাৰ হাড্চন্ ল' পশু নহৈ, মানুহ হোৱা হলে, ব্ৰিটিছ চৰ্কাৰৰ নীতি যিয়েই নহওক লাগে, তেওঁ দিতি-ৰজা ওলাই নাপলেয়ঁৰ জীৱনত বিহ ঢালিবলৈ ন'গৈ, অময়া সুখত ৰাখিব নোৱাৰিলেও, অকণমান শান্তিত অন্ততঃ নাপলেয়ঁক শেষ দিনকিটা কটাবলৈ দিব পাৰিলেহেঁতেন। সেই ফেৰা কৰাৰ সম্পূৰ্ণ ক্ষমতা গভৰ্নৰৰ হাতত আছিল।

---

←Lowe failed to obey the order, and added "I am ready to certify to this and prove it to all Europe" Korngold

৬০৬ They (Lowe and Cockburn) were *only* somewhat narrow and crude agents of a sordid and brutal policy, But the responsibility for this ignominious episode must rest, not with the instruments, but the principals, with the Liverpools and Bathursts at home, not with the Cockburns and Lowes at St Helena It was the British ministry which was answerable jointly and severally for the treatment of Napoleon, and which were equally condemned by the partisans of Lowe "Worst of all" says the government s most efficient advocate (Forsyth), "was the conduct of the British Government, which viewed in itself was utterly undignified, was from Sir Hudson Low's standpoint unfair and treacherous"

Rosebery

৬০৭ *Napoléon a' Ste Hélène* (চেইণ্ট হেলেনাত নাপলেয়ঁ)।

## ৭২

চেইণ্ট হেলেনাৰ জলবায়ু এনে বিষাক্ত আছিল যে শতকৰা যাঠিজন বাসিন্দাই যকৃতৰ বিকাৰত ( hepatitis ) ভুগিছিল , বছৰি শতকৰা চল্লিছজনকৈ পেটৰ বেমাৰত সিফলীয়া হৈছিল।[৬৮] বাহিৰৰ পৰা অহা লোকক যকৃৎ আৰু পেটৰ বেমাৰে সোনকালে ধৰিছিল। গতিকে নাপলেয়ঁৰো যকৃতৰ বিকাৰ ঘটা স্বাভাৱিক কথা। চেইণ্ট্ হেলেনাৰ জলবায়ুৰে এনেযেও তেওঁৰ আয়ুস টুটালেহেঁতেন , তাৰ ওপৰত গভৰ্নৰৰ খোচন-বিন্ধনৰ কোবত আৰু ব্যায়ামৰ অভাৱত তেওঁৰ শৰীৰ ভাঙি পৰিবলৈ ধৰিলে।[৬৯] ৯-অক্তোবৰৰ অনুশাসন

৬০৮ The annual death-rate was 40% O'Meara writes, "The most prevalent complaints are dysentery, inflammation of the bowels, liver affectations and fever—all of them generally in violent form"

Hepatitis or amoebic dysentery, which was so prevalent in the island as to appear endemic, had a decided effect on the health and longevity of the population Count Balmain, the Russian Commissioner, reported to his government that one third of the 20th Regiment were hospitalized Indeed Sir Hudson Lowe himself was to write to Lord Bathurst on June 19, 1817 "In the autumnal season of the year fevers and dysenteries prevail here to a very great degree' Korngold

৬০৯ The climate alone would have brought premature death, but confinement to the house quickens the pace of maladies For lack of movement his legs swell · E L

জাৰ হোৱাৰ পৰা তেওঁ ফুৰিব চাকিবলৈ এৰি দিয়াৰ কথা আগত কোৱা হৈছে। অ'মিয়াৰাই কাকুতি মিনতি কৰিও তেওঁক আকৌ ঘোঁৰা চেঁকুৰাবলৈ মান্তি কৰাব পৰা নাছিল। নাপলেয়ঁই কৈছিল, "ইমানবিলাক আইন কানুন মানি ঘোঁৰা চেঁকুৰাবলৈ গ'লে, ঘোৰাত উঠি নো মই কি সুখ পাম ?" লাহে লাহে তেওঁৰ মুখখন শোবাসেৰেলা হৈ আহিল, যকৃতৰ বিকাৰ ঘটি শেতুৰা নমা ৰোগে ধৰিবলৈকো লেচু পালে, অৰ্থাৎ গাৰ ৰস নামি ভৰি দুটা উখহি উঠিল। দৰৱ খাবও তেওঁ নোখোজে।

অ'মিয়াৰাই নাপলেয়ঁৰ স্বাস্থ্যৰ অৱস্থা গভৰ্নৰক জনালত গভৰ্নৰে ক'লে, "৯ অক্টোবৰৰ অনুশাসন প্ৰকাৰান্তৰে তো মই উঠায়েই লৈছোঁ, ব'নাপাৰ্তৰ এতিয়া ঘোঁৰা চেঁকুৰাবলৈ আপত্তি কিহৰ ?" অ'মিয়াৰাই উত্তৰ দিলে, "চাৰ, ব'নাপাৰ্তৰ অৱস্থাত আপুনি পৰা হ'লে, ইমানবিলাক নিষেধাজ্ঞা মানি ঘোঁৰা চেঁকুৰাবলৈ আপুনি গ'লহেঁতেন নে ?" অ'মিয়াৰাই ডাক্তৰিৰ উপৰিও চোৰাংচোৱাগিৰি কৰিবলৈ মান্তি নোহোৱাৰ বাবে লাট চাহাবে তেওঁক দুই চকু পাৰি দেখিব নোৱাৰিছিল। চেলু বিচাৰি নাপাইহে তেওঁক চেইণ্ট হেলেনাৰ পৰা খেদাব পৰা নাছিল। তাতে আকৌ ডাক্তৰে লাট চাহাবৰ মুখে মুখে উত্তৰ কাটে! লাট বাহাদুৰ জমদগ্নি হ'ল। এইবাৰ তেওঁ অ'মিয়াৰাৰ পিছত বাককৈয়ে লাগিল। অ'মিয়াৰাক আদেশ দিলে যে নাপলেয়ঁৰ স্বাস্থ্য সম্বন্ধীয় কথাৰ বাহিৰে নাপলেয়ঁৰ লগত আন কোনো কথা তেওঁ পাতিব নোৱাৰিব। অ'মিয়াৰাই এইবাৰো মুখৰ ওপৰতে কৈ দিলে যে তেনে আদেশ মানি চলিব তেওঁ নোৱাৰিব, লাগিলে চাকৰি ইস্তফা দিবলৈ তেওঁ সাজু। অ'মিয়াৰাৰ আস্পৰ্ধা দেখি লাট বাহাদুৰৰ বাক হৰিল।[৬১০]

৬১০ "Put yourself, Sir, in Bonaparte's situation Would you have availed yourself of the permission to ride out coupled with the restrictions imposed upon him"→

কিছুদিনলৈ গভৰ্ণৰ মনে মনে থাকিল। তাৰ পিছত তেওঁ বিচাৰি ফুৰা চেলু এটা ওলাল। ফেব্রুৱাৰী মাহৰ শেহত ( ১৮১৮ ) চিপ্রিয়ানি বোলা নাপলেয়ঁৰ লগুৱাটি ঢুকাল, ৰেভাৰেণ্ড বয়জ নামেৰে এজন পাদুৰীয়ে অন্ত্যেষ্টিক্রিয়া সমাপন কৰিলে। তাৰ বাবে নাপলেয়ঁই ডাক্তৰ অ'মিয়াৰাৰ মাৰ্ফৎ পাদুৰী চাহাবলৈ এটি ৰূপৰ নস্যিৰ টেমা উপহাৰ স্বৰূপে পঠাইছিল। গভৰ্ণৰৰ অনুমতি নোলোৱাকৈ টেমাটো ল'লে জানোচা দাই লাগে, সেই কথা ভাবি টেমাটো ল'বলৈ পাদুৰীয়ে ভয় কৰিলে। তথাপি এই কথা তুৰন্তে গৈ গভৰ্ণৰৰ কাণত পৰিল। তেওঁৰ অনুমতি নোলোৱাকৈ অ'মিয়াৰাই কিয় নাপলেয়ঁৰ উপহাৰ পাদুৰীক দিবলৈ গৈছিল? গুৰুতৰ অপৰাধ! সেই কথাৰ লগতে ডাল-পাত জোৰা দি আৰু নানান কথা লিখি লাট চাহাবে অ'মিয়াৰাক চেইণ্ট হেলেনাৰ পৰা খেদাবলৈ বেথাৰ্ষ্টৰ অনুমতি বিচাৰিলে। ২৩ জুলাইৰ দিনা অনুমতি আহিল। ২ আগষ্টত অ'মিযাৰাক চেইণ্ট হেলেনাৰপৰা বহিষ্কাৰ কৰা হ'ল।[৬১১]

ইংলণ্ডলৈ উলটি গৈ অ'মিয়াৰাই গভৰ্ণৰৰ বিৰুদ্ধে গোচৰ তৰি এখন ফৰিয়াদ দাখিল কৰিলে। আন আন কথাৰ লগতে অ'মিয়াৰাই লিখিছিল যে দৰবৰ লগত বিহ দি নাপলেয়ঁক হত্যা কৰিবলৈ গভৰ্ণৰে তেওঁক ইঙ্গিত দিছিল। গভৰ্ণৰে অভিযোগ

←Lowe lost his temper and said that henceforth O' Meara was to have no conversations with Napoleon except on matters of health This time O Meara boldly replied that he could not obey such an order, which left the governor speechless with rage and undecided what to do Korngold.

৬১১ To deprive Bonaparte of the services of a doctor in whom he had faith on the testimony of a layman who had developed a grudge against him was an astonishing procedure Korngold

অস্বীকাৰ কৰিলে। তেওঁৰ বিৰুদ্ধে আন বহুতে অন্য বহুতো অভিযোগ অৱশেষত তেওঁ অস্বীকাৰ কৰিছিল। চোৰৰ শপতৰ অৰ্থ নাই। তথাপি গভৰ্নৰৰ বিৰুদ্ধে মিছা গোচৰ দিয়াৰ অপৰাধত অ'মিয়াৰাৰ চাকৰি গ'ল। লৰ্ড বাইৰণে এই ঘটনা সম্বন্ধে এটি কবিতা ৰচি তাত লিখিছিল :

And the stiff surgeon who maintained his cause
Has lost his place and gained the
world's applause

নাপলেয়ঁৰ যকৃতৰ বিকাৰ ঘটি নাড়ীত ঘা লাগিবলৈ লেচু পাইছিল। বিশেষজ্ঞ সকলৰ মতে সেই ৰোগত সৰু সৰু কথাত মনৰ অশান্তি হ'লে বা খং উঠিলে সেয়ে বিহ যেন হৈ ৰোগ টান কৰে। গতিকে, চাৰ হাড্‌চন্‌ ল'ৱে নাপলেয়ঁৰ পেটলৈ সেই বিধৰ বিহ যিসোপা নিৰন্তৰ ঢালিছিল সেয়ে নাপলেয়ঁৰ আধ্যা পেলোৱাৰ পক্ষে যথেষ্ট আছিল, অ'মিয়াৰাই বেলেগে বিহ সেৱন কৰোৱাৰ দৰ্কাৰ নাছিল।[৬১২]

অ'মিয়াৰাক খেদাবলৈ অনুমতি দি লৰ্ড বেথাৰ্ষ্টে গভৰ্নৰলৈ যিখন চিঠি লিখিছিল, সেই চিঠিতে এই কথাও লিখিছিল যে চেইণ্ট হেলেনাত যিসকল ডাক্তৰ আছে, তাৰ মাজত যিজনকে নাপলেয়ঁই বিচাৰে তেওঁকে নাপলেয়ঁক চিকিৎসা কৰিবলৈ দিব লাগে। এই আদেশো লাট চাহাবৰ মনোমত নহ'ল। নাপলেয়ঁক নোসোধা নেমেলাকৈ তেওঁক চোৰাচিতা কৰিবলৈ নিজৰ প্ৰিয়পাত্ৰ ডাক্তৰ

---

৬১২ If, however, the opinion of pathologists who believe Napoleon did not die of cancer of the stomach but of perforation of the pylorus by a peptic ulcer is accepted, then Lowe may well have hastened the Emperor's death Physicians are agreed that the growth of such ulcers is accelerated by irritation of any kind, and Lowe administered a plentiful supply of that kind of poison to his prisoner Korngold

ভাৰ্লিঙক আদেশ দিলে, যাতে ডাক্তৰিৰ উপৰি তেওঁ লংউডত চোৰাংচোৱাগিৰিও কৰিব পাৰে। নাপলেয়ঁ ভাৰ্লিঙৰ চিকিৎসাধীন হ'বলৈ মাস্তি ন'হ'ল। ফলত তাৰ পিছত এবছৰলৈ—নাপলেয়ঁৰ নৰিয়া লাহে লাহে টান হৈ অহাৰ সময়ত—তেওঁক চাবলৈ ডাক্তৰ এজনো নোহোৱা হ'ল। চাৰ হাড্চন্ ল'ৱে বুৰঞ্জীৰ পাতত বহু যাউতীযুগীয়া কীৰ্তি থৈ গৈছে। সেই সকলোবোৰ কীৰ্তিতকৈ তেওঁৰ এই কীৰ্তিয়েই মহৎ। সেই কাৰণতে আগত কোৱা হৈছিল যে নিঃসঙ্কোচে তেওঁক নাপলেয়ঁৰ হত্যাকাৰী বুলি ক'ব পাৰি।

চেইণ্ট হেলেনাত থাকোঁতেই ডাক্তৰ অ'মিয়াৰাই নৌবিভাগৰ কৰ্তৃপক্ষৰ মাৰ্ফৎ ব্ৰিটিছ চৰ্কাৰক জনাইছিল যে চেইণ্ট হেলেনাৰ জলবায়ু, জেকা বাসভৱন, ব্যায়ামৰ অভাৱ, নানা ধৰণৰ খোঁচন বিন্ধন—এই বিলাক কাৰণত নাপলেয়ঁৰ যকৃতৰ অসুখ টান হৈ আহিছে। তেওঁৰ অৱস্থা যে আৰু বেয়াৰ ফালে যোৱা নাই সিহে আচৰিত কথা। বজ্ৰবটালী শৰীৰৰ গুণত হে তেওঁ তিষ্ঠি আছে। ব্ৰিটিছ পৰৰাষ্ট্ৰমন্ত্ৰী লৰ্ড কাচল্ৰেয়া আৰু ইংলণ্ডৰ যুৱৰাজক অ'মিযাৰাৰ এই ইতলা দেখুওৱা হৈছিল।[৬১৩]

নাপলেয়ঁ নিৰ্বাসিত হোৱাৰ পিছত মাক লেতিৎচিয়াই প'পৰ আশ্ৰয়ত ৰ'মত বাস কৰিবলৈ লৈছিল। পুতেকৰ নৰিয়াৰ বাতৰি পাই মাকেও ইউৰোপৰ ৰাজন্যবৰ্গলৈ এখন গোহাৰি পঠাই তাত লিখিছিল ঃ অবৰ্ণনীয় শোকত জৰ্জৰিত এগৰাকী মাকে আশা পুঁহি

৬১৩ In the third year of captivity O'Meara reports to London that the Emperor s liver trouble has been greatly aggravated by the climate, the dampness of his dwelling, the lack of exercise, and the vexations to which he is subjected It is amazing that the illness does not advance with more rapid strides This would happen, were it not for the energy with which the patient bears up, and were it not that his body has not been weakened by any excesses E L

আছে যে ৰজা মহাৰজাসকল সভাত (এইকৃচ্-লা-শ্বাপেলৰ সভা) গোট খালে, সিসকলে সেই মাকক পুনৰ্জীৱন দান কৰিব। মই আশা কৰোঁ যে আপোনাসকলৰ মহানুভৱতা, ক্ষমতা আৰু অতীতৰ ঘটনাৱলীৰ স্মৃতিয়ে—এদিন যিজনৰ বন্ধু বুলি আপোনালোকে নিজৰ পৰিচয় দিছিল—সেইজনৰ মুক্তিৰ প্ৰশ্ন উঠিলে তেওঁৰ প্ৰতি আপোনা-সকল সহানুভূতিশীল হ'ব। মৰ্ত্ত্যত আপোনালোকেই ভগৱানৰ প্ৰতিভূ, গতিকে আপোনাসকলৰ আৰু ভগৱানৰ ওচৰত মই এই প্ৰাৰ্থনা জনাইছোঁ। ৰাজনৈতিক স্বাৰ্থৰো এটা সীমা আছে। উদাৰমনা বিজেতাক ভৱিষ্যত যুগে অৰিহণা জনায়, উদাৰতাই অমৰত্ব দান কৰে।"৬১৪

ৰজা মহাৰজাসকলে লেতিৎচিয়াৰ গোহাৰিৰ উত্তৰ এটা দিয়াৰো আৱশ্যকতা বোধ নকৰিলে যদিও, এই গোহাৰিয়ে ৰুছ সম্ৰাট আলেকজাণ্ডাৰক বিচলিত কৰিছিল। তেওঁ প্ৰস্তাৱ দিছিল যে নাপলেয়ঁক আৰ্জৰ্চ্ দ্বীপলৈ স্থানান্তৰিত কৰিব লাগে। কিন্তু অষ্ট্ৰীয় সম্ৰাট আৰু ইংৰাজ প্ৰতিনিধি লৰ্ড কাচ্‌লৰেয়াৰ ঘোৰ বিৰোধিতাৰ আগত ৰুছ সম্ৰাটৰ মত নৰজিল। ব্ৰিটিছ চৰ্কাৰৰ অভিসন্ধিৰ ফল তেতিয়া পকি তুলতুলীয়া হওঁ হওঁ হৈছে, এনে বতৰতনো নাপলেয়ঁক চেইণ্ট হেলেনাৰ পৰা আঁতৰোৱাৰ প্ৰশ্ন উঠে নে?

---

৬১৪ Letitzia writes to the princes "A mother, more bowed with grief than words can tell, has long been hoping that the meeting of your Imperial and Royal highnesses would give her life Your magnanimity, your power, and your memory of earlier events will surely incline your Imperial and Royal Majesties to work for the liberation of a prince for whom you once professed friendship I pray to God and to you, for you are God's representatives on earth Interests of State have their limits Posterity, which confers immortality, admires a generous conqueror" No answer ! E L.

অ'মিয়াৰাই নাপলেয়ঁৰ স্বাস্থ্যৰ অৱস্থা ব্ৰিটিছ চৰ্কাৰক জনোৱাৰ পিছতো, তেওঁক চেইণ্ট হেলেনাৰপৰা আঁতৰাই আন ঠাইলৈ নিয়াৰ কোনো ব্যৱস্থা হাতত নোলোৱা কথাই এই কথা নিঃসন্দেহে প্ৰমাণ কৰে যে ব্ৰিটিছ চৰ্কাৰৰ অভিসন্ধি আছিল চেইণ্ট হেলেনাতে ৰাখি নাপলেয়ঁক বধ কৰা। সেই উদেশ্যেৰেই তেওঁক তালৈ পঠোৱা হৈছিল। শৰীৰৰ সেই অৱস্থাত আজৰ্চ্ দ্বীপৰ পৰা পলাই আহি "পুনৰ জগতৰ শান্তি ভঙ্গ" কৰাৰ শক্তি যে নাপলেয়ঁৰ নাছিল, ইংলণ্ডৰ শাসক মণ্ডলী, সেই কথাটোও বুজি নোপোৱা দুগ্ধকণ্ঠ শিশু নাছিল।[৬১৫]

ৰাজন্যবৰ্গৰ সঁহাৰি নাপাই লেতিৎচিয়াই ল'ৰাৰ নৰিয়া অৱস্থাত তেওঁৰ কাষত থাকিবলৈ চেইণ্ট হেলেনালৈ যাবলৈ ব্ৰিটিছ চৰ্কাৰৰ অনুমতি বিচাৰিলে। পুতেকলৈ লিখিলে, "দুহেজাৰ ক্ৰোশ বাট খেদি তোমাৰ কাষলৈ যোৱাৰ বয়স মোৰ নাই। বাটতে হয়তো মৰিম। মৰিলেও অন্ততঃ তুমি থকা ঠাইৰ কিছু কাষ চাপি মৰিবলৈ পাম, সেয়ে মোৰ সান্ত্বনা হ'ব।" এবছৰৰ মূৰত হে মাকৰ চিঠিখন নাপলেয়ঁৰ হাতত গৈ পৰিছিল।

ব্ৰিটিছ চৰ্কাৰে লেতিৎচিযাক চেইণ্ট হেলেনালৈ যাবলৈ অনুমতি তো নিদিলেই, এইবাৰ তেওঁৰ বিৰুদ্ধেও খিলিঙ্কাৰ ৰটনি আৰম্ভ

৬১৫ Although the Tsar is favourable to such a transfer, Hapsburg and England are determined Napoleon shall die, so there is nothing more to be done Neither mother nor any of his brothers and sisters is allowed to send any money to the exile Since this (O'Meara's report) is shown to the British Minister of Foreign Affairs, and presumably to the Prince Regent as well, and since in spite of it the Emperor is kept for three years more at St Helena instead of being sent to Azores or some other suitable place, *the bad faith of Napoleon's custodians may be taken as proved—and Lowe was a worthy interpreter of his instructions* E L (Italics ours),

হ'ল। তেওঁ হেনো কোটি কোটি টকা ক'ৰবাত লুকুৱাই থৈছে, কৰ্চিকাত বিদ্ৰোহ ঘটোৱাৰ ষড়যন্ত্ৰত সেই টকা খটুৱাইছে। প'পক সেই সম্বন্ধে অনুসন্ধান কৰিবলৈ দিয়া হ'ল। প'পৰ কটকী গৈ লেতিৎচিয়াৰ ওচৰত ওলালত লেতিৎচিয়াই ক'লে, "প'পক জনাব—আৰু ৰজা মহাৰজাসকলেও মোৰ এই কথাষাৰ যেন কাণ পাতি শুনে—কোটি কোটি টকা পোৱাৰ সৌভাগ্য মোৰ ঘটা হ'লে, মোৰ ল'ৰাৰ প্ৰতিপোষক কিনাত সেই টকা মই খৰচ নকৰোঁ—জগতত মোৰ ল'ৰাৰ অগণন প্ৰতিপোষক আছে—কিন্তু সেই টকাৰে যুদ্ধৰ জাহাজ সজোৱাই, যুঁজাৰু সেনা লগত লৈ, যিটো দ্বীপত মোৰ ল'ৰাক অন্যায়ৰূপে আটক কৰি থোৱা হৈছে, তাৰ পৰা তাক মই উদ্ধাৰ কৰিলোহেঁতেন।"[৬১৬]

বীৰ পুত্ৰৰ বীৰাঙ্গনা মাতৃ।

৬১৬ Later the captive learns that his mother is accused of fostering a conspiracy in Corsica She is said to have provided money amounting to millions The Pope is ordered to send his Secretary of State to see the old lady and make enquiries Letitzia gives the emissary the following message "Tell the Pope, and may the monarch s mark my words If I were so fortunate as to possess all these millions they have credited me with, I should certainly not spread them in buying champions for my son's cause He has enough of them already I would rather, equip a fleet capable of rescuing him from the island where he is unjustly detained' : E L

## ৭৩

নাপলেয়ঁৰ মাক আৰু মোমায়েক কাৰ্ডিনেল ফ্লেশ্বে চেইণ্ট হেলেনালৈ পঠাবলৈ এজন ডাক্তৰ বিচৰাত লাগিল। ফ্ৰ' দ ব' ৰেগাৰ নামে এজন কৃতী ফৰাচী ডাক্তৰ যাবলৈ ওলাইছিল, কিন্তু কৰ্তৃপক্ষই তেওঁক যাবলৈ নিদিলে। অবশেষত কৰ্চিকাদেশীয় আধাথুন্দা ডাক্তৰ এজনকে পঠোৱা হৈছিল। ডাক্তৰ অ'মিয়াৰাই চেইণ্ট হেলেনা এৰাৰ এবছৰৰ পিছতহে তেওঁ চেইণ্ট হেলেনাত ওলাইছিলগৈ।

নাপলেয়ঁৰ স্বাস্থ্যৰ অবস্থা ইপিনে দিনক দিনে বেয়াৰ ফালে ঢাল ল'লে। ১৮১৯ চনৰ ৬ জানুৱাৰীৰ দিনা হঠাত তেওঁ মূছ-কঁচ গ'ল। দাঙি মেলি তেওঁক বিছনাত নি শুৱাই দিয়া হ'ল। ভালেমান পৰৰ মূৰতহে তেওঁ জ্ঞান পালে। দহ দিনৰ পিছত ১৬ তাৰিখে, মাজনিশা আকৌ সেই অবস্থা হ'ল। তাৰ পিছদিনা ( ১৭ তাৰিখে ) পুনৰ তেনে হ'ব খোজা যেন দেখি মঁথলঁই ভয় খালে। ইংৰাজ ডাক্তৰ এজনকে মাতিবলৈ তেওঁ নাপলেয়ঁৰ অনুমতি বিচাৰিলে। ষ্টক' নামেৰে নৌবাহিনীৰ ডাক্তৰ এজনে অ'মিয়াৰাৰ লগত আগতে এদিন নাপলেয়ঁক দেখা কৰিবলৈ লংউডলৈ আহিছিল। তেওঁৰ লগত কথা-বতৰা পাতি নাপলেয়ঁই ভাল পাইছিল। গভৰ্নৰে অনুমতি দিয়ে যদি তেওঁকে নাপলেয়ঁই মতাবলৈ ক'লে।

সেই সময়ত লংউডত মোতায়েন হৈ থকা ইংৰাজ বিষয়াজনৰ নাম আছিল কেপ্তেইন নিকলচ্‌। তেওঁ আৰু দুজন হিলৈধাৰী আচোৱাৰৰ লগত ঘোঁৰাত উঠি দুছ'ৰীয়া বৰষুণত তিতি বুৰি মাজনিশা মঁথলঁ

গভৰ্নৰৰ বাসভৱন পালেগৈ। নাপলেয়ঁৰ স্বাস্থ্যৰ অৱস্থাৰ কথা কৈ ডাক্তৰ ষ্ট'ক'ক লংউডলৈ পঠাবলৈ গভৰ্নৰক তেওঁ খাটিলে। গভৰ্নৰে ক'লে, ষ্ট'ক' এডমিৰেলৰ তলতীয়া বিষয়া, গতিকে এডমিৰেলৰ লগত পৰামৰ্শ কৰিহে তেওঁ সেই অনুৰোধৰ উত্তৰ দিব পাৰিব।

ইতিমধ্যে নাপলেয়ঁ আকৌ মূৰ্চ্ছা গ'ল, বেঁৰ্ত্ৰাই ভয় খাই চিপাহী এজনৰ হাতত চিঠি এখন দি ডাক্তৰ ষ্ট'ক'ক তুৰন্তে লংউডলৈ আহিবলৈ অনুৰোধ জনালে। নিশা এক বজাত তেওঁ চিঠিখন পঠাইছিল। (মঁথলঁ তেতিয়াও ঘূৰি আহি পোৱাহি নাই) গভৰ্নৰৰপৰা এডমিৰেল্, এডমিৰেলৰ পৰা হাৰ্বাৰ-মাষ্টৰৰ হাত বাগৰি পুৱা সাত বজাতহে চিঠিখন গৈ ষ্ট'ক'ৰ হাতত পৰিল। খৰখেদাকৈ তেওঁ লংউডত উপস্থিত হ'লহি।

নাপলেয়ঁক পৰীক্ষা কৰি, দৰব-জাতি দি ষ্ট'ক'ই গভৰ্নৰলৈ লিখিলে: "ষোল মাহৰ আগৰেপৰা ৰোগীৰ যকৃতৰ বিকাৰ ঘটিছে, ঘাইকৈ সেয়ে তেওঁৰ স্বাস্থ্যৰ এই অৱস্থা ঘটাইছে। সম্প্ৰতি জীৱনৰ আশঙ্কা মই নেদেখোঁ, কিন্তু ইয়াৰ জলবায়ুৰ কাৰণে সেই বিকাৰৰ প্ৰকোপলৈ চাই এই ঠাইত থাকিলে তেওঁৰ আয়ুস টুটিব বুলি ক'ব পাৰি।

"১৬ তাৰিখে ঘটাৰ দৰে অৱস্থা ঘটিলে—বিশেষকৈ ডাক্তৰ এজন কাষত নথকা অৱস্থাত—ৰোগীৰ জীৱন বিপন্ন হোৱাৰ আশঙ্কা আছে। এজন ডাক্তৰ সকলো সময়তে ৰোগীৰ কাষত থকা নিতান্ত আৱশ্যক।"

আগতে ডাক্তৰ অ'মিয়াৰায়ো এই অভিমতকে দিছিল। গভৰ্নৰ অ'মিয়াৰাৰ প্ৰতি বিমুখ হোৱাৰ সিও আছিল এক কাৰণ। চেইণ্ট হেলেনালৈ অহাৰ ভালেদিনৰ আগৰেপৰা নাপলেয়ঁৰ যকৃতৰ দোষ আছিল বুলি অ'মিয়াৰাৰ হতুৱাই লিখাবলৈ চেষ্টা দি গভৰ্নৰে তেওঁক বলে পৰা নাছিল। এতিয়া ষ্ট'ক'য়ো দেখোন অ'মিয়াৰাই কোৱা কথাকে কয়। ই কেনে ধৰণৰ কথা? চেইণ্ট হেলেনাৰ জলবায়ুৰ কাৰণেই নাপলেয়ঁৰ মৃত্যু ঘটা বুলি কথাযাৰ জনাজাত হোৱাটো

ব্রিটিছ চৰ্কাৰে বাঞ্চা নকৰে। গভৰ্নৰৰ ষ্টক'ৰ ওপৰত খং উঠিল, এইবাৰ ষ্টক'ক এশিকা দিবলৈ তেওঁ মনস্থ কৰিলে।[৬১৭]

এড্‌মিৰেল্ মেকমৰ ঠাইত অহা নতুন এড্‌মিৰেল্ পেম্‌প্লিন্ আছিল গভৰ্নৰৰ খয়েৰখাঁ। পিছদিনা তেওঁ ষ্টক'ক আদেশ দিলে যেন আগলৈ তেওঁৰ (এড্‌মিৰেলৰ) অনুমতি নোলোৱাকৈ লংউডলৈ কদাপি তেওঁ নাযায়। সেই দিনাই গধূলি গভৰ্নৰে মঁথলঁক জনালে যে এড্‌মিৰেলে ষ্টক'ক লংউডত মোতায়েন হ'বলৈ এৰি দিব নোৱাৰে, কিন্তু আৱশ্যক হলে মঁথলঁই তেওঁক মতাব পাৰে। তেওঁৰ (গভৰ্নৰৰ) মতে ষ্টক'ৰ লগত ডাক্তৰ ভাৰ্লিংটো যোৱা বাঞ্চনীয়। এড্‌মিৰেলে ষ্টক'ক এৰি দিব নোখোজে বুলি কোৱা কথাষাৰ যে মিছা আছিল নক'লেও চলিব।

১৯ তাৰিখৰ দিনা ভাটী বেলালৈ নাপলেয়ঁৰ নৰিয়া আকৌ টান কৰিলে। চৌবিছ ঘণ্টা তেওঁ পাটীৰপৰা উঠিব পৰা নাই। পেটৰ

৬১৭ Stokoe drew up a report ending with the words "It appears from the symptoms of chronic hepatitis (the first appearance of which occurred sixteen months ago) that this is the principal cause of the present derangement in his health I do not apprehend an immediate danger, although it must be preserved that in a climate where the above disease is so prevalent, it will shorten his life

"The more alarming symptom is that which was experienced on the night of the 16th, a recurrence of which may soon prove fatal, particularly if medical assistance is not at hand"

That Stokoe should have adopted O'Meara's view is not surprising In the course of eighteen months over one hundred of the *Conqueror's* (জাহাজৰ নাম) men had died of hepatitis The Surgeon of the *Conqueror* (ষ্টক') was, therefore, bound to incur the displeasure of the government's representatives on the island

Korngold

বিষত চাটি-ফুটি কৰি আছে। ষ্ট'ক'ক খবৰ দিয়া হ'ল। এড্‌মিৰেলৰ অনুমতি লৈ মেলি সন্ধিয়া ষ্ট'ক' ওলালহি। অস্ত্ৰোপচাৰ কৰি নাপলেয়ঁৰ গাৰ পৰা তেওঁ কিছু তেজ বাহিৰ কৰিলে। ৰোগীৰ অৱস্থালৈ চাই তেওঁৰ কাষত থকা উচিত হ'ব বুলি ভাবি নিশাটো ষ্ট'ক' লংউডতে থাকিল।

পিছদিনা দুপৰীয়া এড্‌মিৰেলৰপৰা তলব আহিল। ষ্ট'ক' গৈ এড্‌মিৰেলৰ সমুখত হাজিৰ হোৱা মাত্ৰকে এড্‌মিৰেলে ধমকিত সুৰাসুৰ কঁপালে, ক'লে, "তুমি তো বৰ সাংঘাতিক মানুহ দেখিছোঁ। তোমাৰ ইতলাত 'জেনেৰেল বনাপাৰ্ত' বুলি নিলিখি "ৰোগী" বুলি কিয় লিখিছিলা ?" ইত্যাদি।

ষ্ট'ক'ই 'কংকাৰাৰ' জাহাজলৈ উলটি গৈ এড্‌মিৰেললৈ লিখিলে : "আজিৰ অভিজ্ঞতাৰ পিছত মই জানিব পাৰিছোঁ যে লংউডলৈ মই আৰু কেতিয়াও যোৱা উচিত ন'হব। এড্‌মিৰেলে অনুগ্ৰহ কৰি জেনেৰেল বেঁত্ৰাঁক যেন সেই কথা জনাই দিয়ে।"[৬১৮]

ষ্ট'ক'ই চিঠিখন লিখি এড্‌মিৰেলক হাতে হাতে দিবলৈ যাবলৈ ওলাইছে এনেতে তুৰন্তে তেওঁক মাতি লংউডৰপৰা জৰুৰী বাতৰি আহিল। ষ্ট'ক'ই অনুমতি ল'বলৈ আৰু নিজৰ চিঠিখনো দিবলৈ এড্‌মিৰেলৰ ওচৰ পালেগৈ। এড্‌মিৰেলে তেওঁৰ চিঠি পঢ়ি নোচোৱাকৈয়ে তেওঁক ওলোটাই দিলে। লংউডলৈ যাবলৈ অনুমতি দি সঁকিযাই দিলে যেন পিছদিনা চাৰে দহ বজাত তেওঁক আহি দেখা কৰে।

সেই নিশাটোও ষ্ট'ক'ই লংউডতে কটালে। নাপলেয়ঁক সকলো কথা জনাই দুখ কৰি তেওঁ ক'লে যে তেওঁৰ পক্ষে লংউডলৈ অহা আৰু সম্ভৱ ন'হব।

---

৬১৮ "The experience of today points to the necessity of my declining all further communication with Longwood" He requested that the admiral notify Bertrand to that effect Korngold

পিছদিনা নাপলেয়ঁক দৰব-জাতি দি, শুশ্রূষা কৰি সময়মতে ষ্ট'ক'ই এড্মিৰেলক দেখা কৰিবগৈ নোৱাৰিলে, বাৰ বজাত হে এড্মিৰেলৰ ওচৰত উপস্থিত হ'ল। সেই বাবে এড্মিৰেলে সেই দিনা আকৌ তেওঁক এজাউৰি দিলে।

ষ্ট'ক'ই বুজিলে যে চেইন্ট হেলেনাত থকা তেওঁৰ পক্ষে নিৰাপদ ন'হব। স্বাস্থ্যৰ অজুহাতত তেওঁ ছুটী লৈ জানুৱাৰী মাহৰ ৩০ তাৰিখে (১৮১৯) ইংলণ্ডলৈ যাত্রা কৰিলে,[৬১৯] কিন্তু ইংলণ্ড গৈ পালত, তৎক্ষণাৎ চেইন্ট হেলেনালৈ উলটি যাবলৈ তেওঁক আদেশ দিয়া হ'ল, কাৰণ একো দৰ্শোৱা ন'হল। উলটি আহি চেইন্ট হেলেনাত ভৰি দিয়া মাত্রকে তেওঁক গ্রেপ্তাৰ কৰি 'কৰ্ট মাৰ্শ্বেল'ৰ (সামৰিক আদালত) সমুখত উপস্থিত কৰা হ'ল। তেওঁৰ বিৰুদ্ধে অভিযোগ আছিল তিনিটা ঃ

১। তেওঁৰ ইতলাত নাপলেয়ঁক 'জেনেৰেল ব'নাপাৰ্ত' নুবুলি 'ৰোগী' বুলিছিল।

২। জানুৱাৰী মাহৰ ২১ তাৰিখে এড্মিৰেলৰ আগত উপস্থিত হওঁতে তেওঁ ডেৰ ঘণ্টা সময় পলম কৰিছিল।

৩। লংউডত জেনেৰেল ব'নাপাৰ্তৰ স্বাস্থ্য-সম্বন্ধীয় কথাৰ বাহিৰেও তেওঁ আন কথা পাতিছিল।[৬২]

---

৬১৯ In the meantime the governor had decided that something must be done about Stokoe Since his report corroborated O Meara's he must be discredited Believing that what Lowe and Pamplin principally desired was to get rid of him, he asked and obtained leave of absence for reasons of health He left St Helena for Portsmouth on January 30, 1819 on the *Trincomalee* Korngold

৬২০ Some of the charges brought against him were so frivolous that Lowe s apologists thought it best not to mention them →

কেউটা অভিযোগতে তেওঁক অপৰাধী সাব্যস্ত কৰা হ'ল, চাকৰিৰ পৰা ষ্ট'ক' বৰ্খাস্ত হ'ল। তেওঁৰ (নাপলেয়ঁৰ) কাৰণেই ষ্ট'ক'ৰ চাকৰি যোৱা বুলি বুজি নাপলেয়ঁই বৰ দুখ পাইছিল। ষ্ট'ক'ক এহেজাৰ পাউণ্ড দিবলৈ কাকুতি কৰি তেওঁ ককায়েক জচেফলৈ চিঠি এখন দিছিল। ইংলণ্ডলৈ ঘূৰি গৈ ষ্ট'ক'ই সেই টকা পাইছিল। তথাপি ভালেদিনলৈ তেওঁ কলৰ-জপৰত পৰিছিল। সেই সময়ছোৱাত নাপলেয়ঁৰ আপোনস্বজনে তেওঁক ধন-বিত দি সহায় কৰিছিল।

ডাক্তৰ ষ্ট'ক'ৰ ঘটনা সম্বন্ধে এবটে কৈছে যে কোনো সভ্য জাতিৰ মানুহে যে এনে বৰ্বৰৰ কাম কৰিব পাৰে সেই কথা বিশ্বাস কৰিবলৈকে টান, কিন্তু চাৰ হাড্চন্ ল'ৰ নিজৰ নথিপত্ৰই সেই কথা সঁচা বুলি প্ৰমাণ কৰে।[৬২১]

---

← To have made a medical officer travel a total of 188 days to be tried on such charges must have been something novel in the annals of the Royal Navy

Korngold

৬২১ The reader who shrinks from the admission that such barbarity could have been practised by a civilized man, will find the above narrative fully corroborated by the testimony of Las Cases, O Meara, Montholon, *and by the journal of Sir Hudson Lowe himself* Abbott.

## ৭৪

নাপলেয়ঁৰ যেতিয়া যোৱাথোৱা অৱস্থা, তেতিয়া তিনি মাহৰো অধিক দিন তেওঁ কোঠাৰ পৰা ওলাব পৰা নাছিল। প্ৰায় ভাগ সময় বিছনাত নাইবা কাষৰ চোফাখনতে দীঘল দি পৰি থাকে। ভালে কেইটামান দিন কেপ্তেইন নিকল্‌চে নাপলেয়ঁক নিজ চকুৰে দেখিবলৈ পোৱা নাছিল। সেই বাতৰি গৈ গভৰ্ণৰৰ কাণত পৰিলত আগষ্ট মাহৰ ২৯ তাৰিখে (১৮১৯) গভৰ্নৰে 'নেপলিয়ন ব'নাপাৰ্ত'লৈ (জেনেৰেল ব'নাপাৰ্ত নহয়) সম্বোধন কৰা চিঠি এখন কেপ্তেইন্ নিকল্‌চলৈ পঠাই দি তেওঁক নিৰ্দেশ দিলে যে লংউডত চিঠিখন কোনেও ল'ব নুখুজিলে, নাপলেয়ঁৰ শোৱা কোঠাৰ দাঁতিৰ কোঠাটোতে টেবুল এখনত চিঠিখন থৈ দিব। চিঠিখনত গভৰ্নৰে আদেশ জাৰি কৰিছিল যে দিনে দুবাৰকৈ 'নেপলিয়ন ব'নাপাৰ্তে' কেপ্তেইন নিকলচক দেখা দিব। পুৱা দহ বজাৰ ভিতৰত নিদিলে অৰ্ডাৰ্লি অফিচাৰজন (কেপ্তেইন নিকল্‌চ্) দুৱাৰ ভাঙি হ'লেও নেপলিয়ন ব'নাপাৰ্তৰ কোঠাত সোমাব। তেওঁৰ লগৰীয়া বা লগুৱা কোনোবাই সেই কামত হুঁকাবধা কৰিলে তৎক্ষণাৎ তেওঁক লংউডৰ পৰা আঁতৰোৱা হ'ব।

নাপলেয়ঁই মঁথলঁৰ হতুৱাই গভৰ্নৰৰ চিঠিৰ লিখিত উত্তৰ দিয়ালে: অপমান আৰু মৰণৰ মাজত দ্বিতীয় পন্থাকে সম্ৰাটে শ্ৰেয়ঃ বুলি গণ্য কৰে। তেখেতৰ দেহ যদিও বৰ্তমান দুৰ্বৃত্তৰ কবলত, তেখেতৰ আত্মা, তিনি লাখ সেনাৰ গুৰীয়াল হৈ থাকোঁতে যি আছিল এতিয়াও সেয়ে আছে।" নাপলেয়ঁৰ উত্তৰৰ অৰ্থ আছিল

যে কোনোবাই বলেৰে তেওঁৰ কোঠাত সোমাবলৈ আহিলে তেওঁ গুলি কৰিব।

নাপলেয়ঁৰ লিখিত উত্তৰ পাই লাট বাহাদুৰৰ অন্তৰাত্মা কঁপিল। ৪ চেপ্টম্বৰ তাৰিখে ২৯ আগষ্টৰ হুকুম উঠাই লৈ কেপ্তেইন নিকলচক নাপলেয়ঁৰ কোঠাৰ দুৱাৰত লাগি থকা সঁচাৰ বিন্ধাইদি দিনে দুবাৰকৈ জুমি চাই গভৰ্নৰক জনাই থাকিবলৈ নিৰ্দেশ দিলে।[৬২২]

একোপধ্যে আদেশ মনাব নোৱাৰি লাট বাহাদুৰে এইবাৰ তেওঁৰ প্ৰভু বেথাৰ্ষ্টৰ চৰণত মূৰ থৈ কান্দোন জুৰিলে। লৰ্ড বেথাৰ্ষ্টে ভাবিলে, হয় গভৰ্নৰক, নাইবা এজন কমিচনাৰক, নাইবা লংউডত মোতাযেন হোৱা বিষযাক নাপলেয়ঁই দিনে দুবাৰকৈ দেখা

৬২২ Later when Napoleon was confined to the house by illness the governor became alarmed ! Was the prisoner in the house at all ? Or was he sliding down some deep ravine to a submarine boat ? He determined on a firm and unmistakable policy He sent ( Aug 29, 1819 ) a letter to 'Nepoleon Bonaparte' giving that personage notice that the orderly officer must see him daily, come what may, and may use any means he may see fit to surmount any opposition, that any of Napoleon's suite who may resist the officer in obtaining this access would be at once removed from Longwood and held responsible for any result that might occur, and if the officer has not seen Napoleon by ten o'clock in the morning he is to enter the hall and force his way into Napoleon's room *Brave words indeed !* Napoleon replies through Montholon that there is no question for him of any choice between death and an ignominious life, implying thereby that he would resist the officer by force

What happens ? On September 4 Lowe comes to withdraw his instructions The officer is recommended to betake to the keyhole Rosebery

কৰিব লাগিব, সেইটো ব্ৰিটিছ চৰ্কাৰৰ সিদ্ধান্ত নহয়, মিত্ৰশক্তিৰ সিদ্ধান্ত। সমগ্ৰ ইউৰোপৰ ৰাজশক্তিক নাপলেয়ঁই বুঢ়া আঙুলি দেখুৱাবনে? ই অসহ্য কথা। আগতে ব্ৰিটিছ চৰ্কাৰে ইউৰোপৰ ৰজাসকলক ভেটী যচা দি লৰ্ড বেথাৰ্ষ্টে এইবাৰ নাপলেয়ঁক ভেটী যাচিলে—তেওঁ যদি দিনে দুবাৰকৈ অৰ্ডাৰ্লি অফিচাৰক দেখা দিয়ে, লগত ইংৰাজ বিষয়া নোলোৱাকৈয়ো গোটেই দ্বীপটোত মুকলিমূৰীয়াকৈ তেওঁ ফুৰিব চাকিব পাৰিব। নিৰাপত্তাৰ চিন্তাই এইবাৰ মন্ত্ৰীৰ মূৰত ঠাই নাপালে। এতিয়াযে নাপলেয়ঁক এই ফেৰা সুবিধা দিব পৰা হ'ল, আগতেনো এই ব্যৱস্থা কিয় কৰিব পৰা ন'হ'ল? নাপলেয়ঁক জলাই খোৱাৰ বাহিৰে আগৰ ব্যৱস্থাৰ যে আন কোনো অৰ্থ নাছিল, বেথাৰ্ষ্টৰ এই নিৰ্দেশে সেই কথা আৰু ডহডহীয়াকৈ প্ৰমাণ কৰে।[৬২৩]

নাপলেয়ঁই দুই কাৰণত বেথাৰ্ষ্টৰ অনুগ্ৰহ গ্ৰহণ নকৰিলে। নাপলেয়ঁলৈহে অকল এই সুবিধা আগ বঢ়োৱা হৈছিল, তেওঁৰ লগৰীয়া কিজনলৈ আগবঢোৱা হোৱা নাছিল। নাপলেয়ঁই ক'লে তেওঁৰ লগৰীয়াই যি সুবিধা নাপায় অকলে তেওঁ সেই সুবিধা ল'বলৈ নাযায়।[৬২৪] তদুপৰি, কিবা চেলু উলিয়াই মন্ত্ৰীৰ আদেশ ওফৰাই নতুন আদেশ বিহিবলৈ গভৰ্নৰৰ কিমান পৰ লাগিছে?[৬২৫]

---

৬২৩ Bathurst's new instructions were equivalent to an admission that those he had previously given were in no way necessary to keep Bonaparte in safe custody Korngold

৬২৪ There was still another reason why Napoleon could not accept Lord Bathurst s proposal While he was to be given the freedom of the island, his followers were not, except when in his company *This was a petty and needless vexation* Korngold

৬২৫ Napoleon was not alone in believing that if Sir Hudson Lowe remained in charge, the only result of the new dispensation would be renewed squabbles and→

অকল গভর্ণৰ নহয়, কমিচনাৰ নহয়, লর্ড বেথার্ষ্ট নহয়—লর্ড ব'জবেৰীয়ে ক'বৰ দৰে, ইউৰোপৰ সকলোবোৰ ৰজামহাৰজাৰ গাজনি চেৰেকনি ভাবুকিয়েও নাপলেয়ঁক এই আদেশ মানিবলৈ বাধ্য কৰাব পৰা নাছিল। ৱটার্লু'ৰ যুদ্ধত তেওঁ পৰাস্ত হৈছিল হয়, কিন্তু অকলশৰীয়া, নিৰস্ত্ৰ অৱস্থাত জীৱনৰ এই শেষ যুদ্ধত সমগ্ৰ ইউৰোপৰ ৰাজশক্তিয়ে মিলিও তেওঁক পৰাস্ত কৰিব নোৱাৰিলে।[৬২৬]

←recriminations, because as Count Balmain remarked, "he has a veritable mania for doing, undoing, and redoing Korngold

৬২৬(ক) But all the thunders and all the menaces of all the powers of Europe failed to exact this simple condition Napoleon never showed himself and remained master of the field Rosebery

৬২৬(খ) Throughout his captivity he continued to defy the governor on this matter but no attempt was ever made to force an entry into his apartment Napoleon kept four loaded pistols in his apartment to defend himself Not until he was at death's door, and could not possibly have carried out his threat, did the governor make serious preparations to force an entry Korngold

## ৭৫

অ'মিয়াৰা গুচি যোৱাৰ ঠিক তেৰ মাহৰ মূৰত, ১৮১৯ চনৰ চেপ্টেম্বৰ মাহৰ ২ তাৰিখে নাপলেয়ঁৰ মাক আৰু মোমায়েকে পঠোৱা ডাক্তৰ আন্তমাৰ্চি চেইণ্ট হেলেনা পালেহি। তেওঁৰ লগতে মোমায়েকে দুজন পুৰোহিত (পাদুৰী চাহাব)—আবে বুৱনাভিতা আৰু আবে ভিনিয়ালি—এটি ভাল ৰান্ধনি আৰু এটি লগুৱাও পঠাইছিল।

আন্তমাৰ্চিক ঠিক ডাক্তৰ বুলিব নোৱাৰি। হওঁতে তেওঁ বলইনা বিশ্ববিদালয়ৰ পৰা ডাক্তৰি উপাধি এটি লৈছিল। কিন্তু সেই দিনৰ স্কটলেণ্ডৰ চেইণ্ট এণ্ড্ৰুজ আৰু ইতালিৰ বলইনা বিশ্ববিদ্যালয়ে বোলে ধনৰ সলনি উপাধি দিছিল, উপাধি পাবলৈ বিদ্যাৰ আৱশ্যক নাছিল। যি কি নহওক অস্ত্ৰোপচাৰত আন্তমাৰ্চিৰ পাকৈত হাত আছিল।

আন্তমাৰ্চিৰ চিকিৎসা বিদ্যাৰ দৌড় যিমানেই নহওক লাগে তেওঁ আহি নাপলেয়ঁৰ এক মহৎ উপকাৰ সাধিছিল—যিটো অ'মিয়াৰাই কৰিব পৰা নাছিল। ঘোঁৰা চেকুৰাবলৈ তেওঁক মান্তি কৰাব নোৱাৰি আন্তমাৰ্চিয়ে প্ৰস্তাৱ দিলে, লংউডৰ হাউলিত এখন বিতোপন ফুলনি পতা যাওক, ফুলনিৰ কামত লাগি থাকিলে নাপলেয়ঁৰ গা-মন ভালে থাকিব, ব্যায়ামো হ'ব। ঘৰৰ ভিতৰত সোমাই থাকি নাপলেয়ঁৰো দিন নাযায়-নুপুৱায় হৈছিল, প্ৰস্তাৱটো তেওঁৰ মনেচিতে খালে। ফুলনি পতা কামত তেওঁ এহাতুৰীয়াকৈ গা-মন ঢালি দিলে। নাপলেয়ঁই জীৱনত সধা নানান অলৌকিক কাৰ্য্যৰ লগতে তেওঁ পতা সেই বাগিচাখনকো জুড়ভিযে তেওঁৰ শেষ

অলৌকিক কাৰ্য্য (miraole) বুলি কৈছে, কিন্তু জীৱন নৈৰ সিপাৰৰ পৰাও নাপলেয়ঁই আৰু এক অলৌকিক কাৰ্য্য কৰি দেখুৱাব।

ফুলনিত নানান তৰহৰ ফুলগছ ৰোৱা হ'ল। কেতবোৰ সৰু সৰু পুখুৰী খনোৱা হ'ল। ৰেজিমেণ্টৰ সৈনিক বিষয়াসকলে কেতবোৰ সোণোৱালী মাছৰ পোনা আৰু সুমথিৰা, দেবদাৰু, নানা বিধ বগৰি আৰু গোলাপৰ পুলি অনাই দিলে। মাছবিলাক পুখুৰীত মেলা হ'ল, শৃংখলা লগাই গছপুলিবোৰ ৰোওৱা হ'ল, সোঁ মাজত পানীৰ এটা ফোৱাৰাও বহুওৱা হ'ল। ৰেজিমেণ্টৰ বিষয়াৰ সহায়ত ভিন ভিন জাতৰ কেতবোৰ চৰাই অনাই চিৰিয়াখানা (aviary) এখনো স্থাপন কৰা হ'ল।

প্ৰত্যুষতে উঠি নাপলেয়ঁই ঘণ্টা বজাই দি সকলোকে জগায়। বেঁত্ৰাঁ, মঁথলঁ, আস্তমাৰ্চি, চাকৰ-নাকৰ সকলো গৈ তেতিয়া ফুলনিৰ কামত লাগি যায়। তেওঁ নিজে অ'ত বোকা দিয়ে, ত'ত পানী দিয়ে, সকলোকে দিহাপোহা দি ফুৰে। মাজে সময়ে ৰেজিমেণ্টৰ চিপাহী-ইঁতেও আহি ফুলনিৰ কামত হাত উজান দিয়েছি।

এইবিলাক দেখি শুনি লাটবাহাদুৰৰ আকৌ বুকু পুৰিবলৈ ধৰিলে। ফুলনিৰ কাম বন্ধ কৰাৰ চেষ্টা এটা তেওঁ দি চাইছিল, কিন্তু পিছলৈ তেওঁৰ কথালৈ কোনেও ভ্ৰুক্ষেপ নকৰা হৈছিল।[৬২৭] ফুলনিৰ কাম পুৰাদমে চলি থাকিল। সাত মাহৰ মূৰত লঙউডৰ হাউলিত এখন নন্দন কাননৰ সৃষ্টি হ'ল।[৬২৮]

---

৬২৭ He (Lowe) gave a solemn warning that the work should not proceed Little or no heed seems to have been taken of this futile fussiness, for Lowe was now practically ignored  Rosebery

৬২৮ The work goes on for seven months, and when it is finished, the garden, so swiftly brought into being on the rock, is regarded as a wonder  The Governor's daughter comes secretly to look at it  This is the last miracle wrought by Napoleon  E L

ফুলনিৰ কামত হাত দিয়াৰপৰা নাপলেয়ঁৰ গাও ভালৰ ফাললৈ আহিল। মাজে সময়ে আকৌ ঘোঁৰা চেকুৰাবলৈকো ললে। আৰ্থাৰক (বেৰ্ট্ৰাঁৰ ল'ৰাটি) লগতলৈ পুৱা গধুলি সোণোৱালী মাছবিলাকক তেওঁ আহাৰ খুৱায়, মাছবোৰে কমাই ফুৰাৰ লাগি চাই থাকে। এদিন সন্ধিয়া ফুৰিচাকি আহি দেখে মাছ কেতবোৰ মৰি ওপঙি আছে। নাপলেয়ঁৰ চকুলৈ পানী আহিল, বৰ দুখেৰে ক'লে, "মই যিহতে হাত দিওঁ, সেয়ে ধ্বংস হয়।" যেই হওক, সেইটো পুখুৰীৰপৰা নি আন এটা পুখুৰীত মেলিলত বাকী মাছবোৰ ৰ'ল।

১৮১৯ চনৰ শেষভাগৰ পৰা ১৮২০ চনৰ মাজভাগলৈ নাপলেয়ঁৰ স্বাস্থ্য ভালেই আছিল বুলিব পাৰি। ফুলনিৰ কামেই তেওঁৰ স্বাস্থ্যৰ উন্নতি সাধিছিল।[৬২৯] কিন্তু জুলাই মাহৰ ১৯ তাৰিখে (১৮২০) হঠাৎ তেওঁৰ কঁপনি জ্বৰ উঠিল। সেই দিনাৰপৰা শৰীৰ লাহে লাহে ভাঙি পৰিবলৈ ধৰিলে। অক্টোবৰ মাহৰ ১০ তাৰিখে গা ধুই থাকোঁতে তেওঁ দাঁত সৰাহি দিলে। স্নান ঘৰাই পালত মঁথলঁই এজন ইংৰাজ ডাক্তৰকে মতোৱাৰ কথা ক'লে। নাপলেয়ঁই উত্তৰ দিলে: "চাকিৰ তেল টুকাই আহিছে, নুমাবলৈ সৰহ পৰ নাই, ডাক্তৰ মাতি আৰু কি হ'ব?"

নাপলেয়ঁৰ অৱস্থা বেয়াৰ পিনে ঢাল ল'লত মঁথলঁই ইংলণ্ডৰ প্ৰধান মন্ত্ৰীলৈ এখন গোহাৰি যুগুত কৰি নাপলেয়ঁক চেইণ্ট হেলেনাৰ পৰা আন ঠাইলৈ নিবলৈ প্ৰাৰ্থনা জনালে। গোহাৰিত নাপলেয়ঁক 'সম্ৰাট' বোলা হৈছিল, সেই কাৰণে গভৰ্নৰে গোহাৰিখন নপঠালে।

দিনে দিনে নাপলেয়ঁৰ অৱস্থা বেয়া হৈ আহিল। ঘনাই বাঁতি আহে, পেটৰ অসহ্য বিষত মাজে মাজে মূছ-কঁছ যায়। ১৭ তাৰিখে মঁথলঁই ঘৈনীয়েকলৈ দিয়া চিঠিত লিখিছিল: "চেইণ্ট হেলেনাৰ দিনৰ

---

৬২৯ He decided to follow the advice (Antommarchi's) and, having reached that decision, experienced a remarkable upsurge of energy Korngold

অন্ত পৰি আহিছে। সৰহ দিন আৰু তেওঁ জীয়াই নাথাকিব। ডাক্তৰৰ মতে ঠাই সলনি হ'লে ভাল হ'ব, মোৰ হ'লে সেই কথা বিশ্বাস নহয়।"

তাৰ পিচদিনা ( ১৮ মার্চ ১৮২১ ) নাপলেয়ঁ শেষ বাৰলৈ বাগীচৈ ফুৰিবলৈ ওলাইছিল। ফুৰিচাকি আহি ঢেৰাই-মেৰাই পাটীত যি পৰিল, সেইদিনাৰ পৰা পাটী এৰিব নোৱৰাৰে নিচিনা হ'ল।

নাপলেয়ঁৰ দেহাৰ এই অৱস্থাৰ বাতৰি পাই গভর্নৰৰ বুকুলৈ সাহ আহিল। ৩০ মার্চৰ দিনা মঁথলঁৰ ওচৰত উপস্থিত হৈ দমদমনি মাৰি লাট বাহাদুৰে ক'লে, "বাৰ দিন কোনো ইংৰাজে ব'নাপার্তক দেখিবলৈ পোৱা নাই। এজন ইংৰাজ ডাক্তৰ বা অর্ডার্লি অফিচাৰক আজি তেওঁ দেখা নিদিলে মই বলপ্রয়োগ কৰিম।"

মঁথলঁই সুধিলে, আপুনি দুৱাৰ ভঙাব নেকি ?

—তাকে কৰিব লাগিব।

—তেনে কাম কৰিলে তৎক্ষণাৎ তেওঁৰ মৃত্যু ঘটিব পাৰে।

—মই মোৰ কর্তব্য কৰিব লাগিব।

মঁথলঁই খাটনি-লোটনি কৰি ২৪ ঘণ্টাৰ সময় ল'লে।

নাপলেয়ঁৰ ঠেক শোৱা কোঠাটোতকৈ বহা কোঠাতো অলপ আহল-বহল আছিল। বহা কোঠাতে খাটীয়া এখন পাতি, পিছদিনা দিনটো জিবাবৰ কাৰণে তেওঁক তালৈ অনাৰ ব্যৱস্থা কৰা হ'ল।

কেপ্তেইন নিকল্‌চৰ ঠাইত কেপ্তেইন লুটিয়েন্স্ নামেৰে এজন ইংৰাজ বিষয়া তেতিয়া লংউডত মোতায়েন হৈছিল। বহা কোঠাৰ খিৰিকীৰ পর্দাৰ সৰঙাইদি নাপলেয়ঁক নিজ চকুৰে দেখি গভর্নৰক তেওঁ জনালতহে গভর্নৰৰ পেটলৈ আহাৰ গ'ল।

ডাক্তৰ আন্তমার্চিৰ বিস্তাৰ কথা বেত্ৰ্ঁা আৰু মঁথলঁই গম পাইছিল। সেইদিনাই পিছবেলা দুয়ো খট-বান্ধ দি ধৰি আর্নট্ বোলা এজন ইংৰাজ ডাক্তৰক মতাবলৈ, নাপলেয়ঁৰপৰা তেওঁলোকে অনুমতি আদায় কৰিলে। তেতিয়াৰপৰা আন্তমার্চিৰ লগতে ডাক্তৰ আর্নটেও

নাপলেয়ঁক চোৱাচিতা কৰিবলৈ ল'লে। দুসপ্তাহ নাপলেয়ঁক চিকিৎসা কৰাৰ পিছত, তেওঁৰ মৃত্যুৰ তিনি সপ্তাহ আগত এইজন বিচক্ষণ চিকিৎসকে গভৰ্নৰলৈ এই বুলি ইতলা পঠাইছিল: "নাপলেঁয়ৰ বেমাৰ দেহৰ নহয়, মনৰ হে। তেওঁক ইয়াৰ পৰা লৈ যাবলৈ জাহাজ এখন অহা বুলি শুনিলে নিমিষতে তেওঁ যোলটকীয়া হ'ব।"[৬৩০]

ফৰাচী ঐতিহাসিক ফ্রেদেৰিক্ মঁাচই লিখেছে: "নাপালয়ঁৰ অন্তিম অৱস্থাত ব্ৰিটিছ চৰ্কাৰে ডাক্তৰৰ চিকিৎসাৰপৰাও তেওঁক বঞ্চিত কৰিছিল।" কথাষাৰ মিছা নহয়, কাৰণ আন্তমাৰ্চিৰ ডাক্তৰি বিত্মাৰ কথা আগত কোৱা হৈছে, আৰু, উপৰোক্ত ইতলাৰপৰা কটকটীয়াকৈ বুজা যায়, ডাক্তৰ আৰ্নট কোন পৰ্য্যায়ৰ ডাক্তৰ আছিল—হয় তেওঁ চিকিৎসাশাস্ত্ৰত ভো-ভো পণ্ডিত আছিল, নাইবা ৰোগীৰ চিকিৎসা কৰাতকৈ গভৰ্নৰৰ পাদুকা লেহন কৰাতহে তেওঁ সৰহ গুৰুত্ব আৰোপ কৰিছিল।[৬৩১]

---

৬৩০ On April 17 (1821), three weeks before Napoleon's death, he (Dr Arnott) wrote that he was becoming "more and more convinced in the opinion that the disease is hypocondriasis If a seventy-four (জাহাজ) was to arrive from England to take him away, I have no doubt he would soon recover This would put him on his feet directly" Korngold

৬৩১ Frederic Masson has written that Napoleon died without any doctor about him The eminent historian obviously had no high opinion of Dr Antommarchi or Dr Arnott The former's scant knowledge and experience have already been noted, as for the latter, his reports to Lowe and to Reade leave no doubt that he was either incompetent or that his main concern was to ingratiate himself with the governor Korngold

## ৭৬

চাৰ হাড্‌চন্‌ ল'ৰ কীৰ্তিকাহিনী বৰ্ণাবলৈ ঘিণ লাগে, পৰাপক্ষত তেওঁৰ নামটো উচ্চাৰণ কৰিব লগা ন'হ'লেই মঙ্গল, তথাপি তেওঁৰ আৰু এক মহৎ কীৰ্তিৰ কথা এইখিনিতে ন'কৈ নোৱাৰি।

অক্টোবৰ মাহত (১৮২০) এজন গণ্যমান্য ইংৰাজ, পাৰ্লামেণ্টৰ সভ্য, মাননীয় ৰবাৰ্ট স্পেন্‌চাৰ, নাপলেয়ঁক দেখা কৰিবলৈ লংউডলৈ আহিছিল। নাপলেয়ঁৰ সেইদিনা গা বৰ বেয়া আছিল, দেখা কৰিব নোৱাৰিলে। স্পেন্‌চাৰে 'ডিউক অভ্‌ মাৰ্লব্ৰ'ৰ দুইখণ্ডীয়া এখন জীৱনী নাপলেয়ঁলৈ উপহাৰ স্বৰূপে বেত্ৰ্ঁাৰ হাতত দি থৈ গৈছিল। মঁৰ্শাই আন কিতাপত মৰাৰ দৰে l' Empereur Napoleon-ৰ চাব মাৰি কিতাপখন লংউডৰ পুথিভঁৰালত নি সজাই থৈছিল।

এপ্ৰিল মাহৰ ১৩ তাৰিখে নাপলেয়ঁই কিতাপ দুখন ডাক্তৰ আৰ্নটৰ হাতত দি ক'লে, "ডাক্তৰ, সকলো জাতিৰে বীৰসকলক যে মই সন্মান কৰোঁ তাৰে নিদৰ্শন স্বৰূপে এই পুথিখন ৰেজিমেণ্টক (২০ নং) উপহাৰ দিলোঁ। ৰেজিমেণ্টৰ লাইব্ৰেৰীত কিতাপখন থ'বলৈ দিব।"

এই কথা গম পাই ১৫ তাৰিখে গভৰ্নৰে ডাক্তৰ আৰ্নটলৈ লিখিলে: "ডাক্তৰৰ কাম চিকিৎসা কৰা। আপোনাৰ হাতত কিতাপখন দিয়াৰ অন্তৰালত নিশ্চয় কিবা কু-অভিসন্ধি আছে।"[৬৩২]

---

৬৩২ "The attempt to make you the channel of communication in such matters, *they well know*, is foreign to→

আদেশ জাৰি হ'ল, পুথিখন ৰেজিমেণ্টৰ লাইব্ৰেৰীত ৰাখিবলৈ হ'লে, 'সম্ৰাট নাপলেয়' ( l' Empereur Napoleon ) বুলি চাব মৰা বেটুপাতটো কাটি পেলাব লাগিব। ৰেজিমেণ্টৰ বিষয়াসকলে তেনে কাম কৰিবলৈ মান্তি ন'হ'লত, মঁথলঁক কিতাপখন ঘূৰাই দিবলৈ কেপ্তেইন লুটিয়েন্‌চক আদেশ দিয়া হ'ল। নাপলেয়ঁক সেইদৰে অপমান কৰাতকৈ 'মোক চাকৰি নালাগে' বুলি লুটিয়েন্‌চে কামকে ইস্তফা দি বহিল। তথাপি কিতাপখন মঁথলঁক ঘূৰাই দিবলৈ তেওঁক বাধ্য কৰা হৈছিল।[৬৩৩] নাপলেয়ঁক অৱশ্যে এই বিষয়ে কোনেও একো জানিবলৈ দিয়া নাছিল।

পিছে কথাৰ সিমানতে অন্ত পৰা নাছিল। গভৰ্নৰৰ এই কাৰ্য্যত ৰেজিমেণ্টৰ বিষয়াসকলৰ উগ্ৰ খং উঠিল। বতৰা গৈ বিলাত পালেগৈ। লৰ্ড হলেণ্ডে পাৰ্লামেণ্টত এই নিকৃষ্ট কাৰ্য্যৰ বাবে গভৰ্নমেণ্ট আৰু গভৰ্নৰক গৰিহনা দিলে।[৬৩৪]

অৱশেষত বৃটিছ সৈন্যবাহিনীৰ সৰ্বোচ্চ বিষয়া হিচাপে, ইংলণ্ডৰ ৰজাৰ সহোদৰ, ডিউক অভ্ চাচেক্সে কিতাপখন ঘূৰাই ল'বলৈ ৰেজিমেণ্টৰ কৰ্নেলক আদেশ দি লিখিলে: "শ্ৰেষ্ঠতম ফৰাচী সেনাপতিৰূপে সম্ৰাটে শ্ৰেষ্ঠতম ইংৰাজ সেনাপতিৰ জীৱনী এখন

---

←your professional duties, and it will probably, therefore, not have been made without some ulterior design in view" Korngold

৬৩৩ Lutyens resigned in protest but was commanded to carry out the order When Montholon asked him for an explanation, he replied that he had been forbidden on pain of court martial for himself and Dr Arnott, to discuss the matter Then, however, unable to restrain himself, he burst out, "What a cowardly business ! The wretch ! To rebuff a dying man in this fashion". Korngold

৬৩৪ "Pitiful, narrow-minded malignity, disgraceful alike to the Government and its agents" quoted by Korngold

আমাৰ ৰেজিমেণ্টক উপহাৰ দিয়াটো বৰ সন্তোষৰ বিষয়।" ডিউকৰ আদেশ দেখি গভৰ্ণৰৰ মনৰ অৱস্থা বা কেনে হৈছিল? স্বয়ং ৰজাৰ সহোদৰে বʼনাপাৰ্টক 'সম্ৰাট' বোলে। লাট বাহাদুৰ যে সেইদিনে মূৰ্চ্ছা নʼগল সি হে আচৰিত কথা।[৬৩৫]

নাপলেয়ঁৰ মৃত্যুৰ পিছতহে ৰেজিমেণ্টে পুথিখন ঘূৰাই পাইছিল।

৬৩৫(ক) What must have Lowe felt in discovering such heresy in high places, and on seeing 'the Emperor' mentioned in the ex-communicated names by a British prince! Rosebery.

৬৩৫(খ) Great men have great faults but are rarely petty or mean Those qualities belong to men inherently shoddy Few incidents that took place at St Helena are as revealing of Sir Hudson Lowe's character as the one that had its beginning on April 13 (1821) Korngold.

৭৭

ইহ্ জগতত তেওঁৰ আৰু সৰহ দিন নাই বুলি বুজিব পাৰি নাপালেয়ঁই এখন 'উইল' কৰিবলৈ ওলাল। ১৩ এপ্ৰিলৰ দিনা (১৮২১) তেওঁ মঁথলঁক উইলৰ শ্ৰুতলিপি দিবলৈ ধৰিলে।

উইলৰ আৰম্ভণি কৰিছিল তেওঁ এই বুলি: **Je desire que mes cendres reposent sur les bords de la Seine, au milieu de ce peuple Francais que j'ai tant aimé**[৬৩৬]

পাৰীৰ বেঙ্কত তেওঁৰ ছয় নিযুত ফ্ৰাঙ্ক সাঁচতীয়া ধন জমা থকাৰ কথা আগতে উল্লেখ কৰা হৈছে। বেঙ্কৰ অধ্যক্ষ লাফিতত বাজে সেই কথা কোনেও গম পোৱা নাছিল। সেই সমুদায় ধন তেওঁ লা-কাচ, বেত্ৰঁা, মঁথলঁ, তেওঁৰ লগত চেইণ্ট হেলেনালৈ অহা লগুৱা কিজন, তেওঁৰ প্ৰতি আনুগত্যৰ বাবে বুঁৰ্ব ৰজাই প্ৰাণদণ্ড দিয়া কেইজনমান সেনাপতিৰ উত্তৰাধীকাৰিসকল, আৰু লিগ্নি আৰু ৱটাৰ্লুৰ যুদ্ধত ঘুনীয়া হোৱা চিপাহীসকলৰ মাজত বিলাই দিলে। মাক, পুতেক, ভাই-ভনীহঁতলৈ টকাশিকা একো থৈ ন'গল, কাৰণ তেওঁলোকৰ ধনবিত্তৰ অভাৱ নাছিল। মাক, মোমায়েক (কাৰ্ডিনেল ফেশ্ব্), ককায়েক, ভায়েক ভনীয়েকহঁতক তেওঁৰ আন আন অস্থাৱৰ যি বস্তু-বাহানি আছিল সেইবিলাক দিলে। লৰাক দি গ'ল,

৬৩৬ "য'ত ফৰাচী জাতিক মই ইমান ভাল পাইছিলোঁ, সেই জাতিৰ মাজত, চেইন নৈৰ পাৰত, মোৰ দেহৰ অৱশিষ্টই যেন জিৰণি পায়—এয়ে মোৰ ইচ্ছা।"

তেওঁৰ সৈনিকৰ সাজপাৰবিলাক, আবুকিৰ আৰু অষ্টাৰলিজৰ যুদ্ধত পিন্ধা তৰোৱাল দুখন, ফ্ৰীড্‌ৰিষ দ গ্ৰেইটৰ প্ৰকাণ্ড ঘড়ীটো ( সেইটো তেওঁ চেইণ্ট হেলেনা লৈ আহিছিল ), লংউডৰ পুথিভঁৰালত থকা তিনি হাজাৰ কিতাপ, আৰু তিনি বাকচ আপুৰুগীয়া সামগ্ৰী। লেডি হলেণ্ডলৈ এটি সোণৰ নস্যিৰ টেমা থৈ গ'ল। নিজ হাতেৰে কাগজ এডোখৰত এই কথাষাৰ লিখি টেমাটোত লগাই দিলে :

Napol eon a` Lady Holland : temoigne d`estime et d´affection ( শ্ৰদ্ধা আৰু মৰমৰ নিদৰ্শন স্বৰূপে—নাপলেয়ঁৰ পৰা লেডি হলেণ্ডলৈ। )

সামৰণিত লিখিলে : ক্ষমতাত অধিষ্ঠিত এমুঠি ইংৰাজ শাসক ( oligarchy ) আৰু তেওঁলোকৰ বেচোৱাই ঘাতকৰ হাতত মোৰ মৃত্যু ঘটিছে। মোৰ মৃত্যুৰ কলঙ্ক ইংলণ্ডৰ ৰাজবংশক মই দান দি থৈ গলোঁ।[৬৩৭]

উইলত আৰু ভালেমান সৰুসুৰা কথা আছিল, শ্ৰুতলিপি দিওঁতে দুদিন লাগিছিল। শ্ৰুতলিপি লৈ শেষ হ'লত মঁথলঁই উইলখন এবাৰ তেওঁক পঢ়ি শুনালে। তাৰ পিছত নাপলেয়ঁই নিজ হাতেৰে গোটেইখন উইলনামা নকল কৰিলে।

উইলৰ কাম শেষ কৰি তেওঁ ল'ৰালৈ এখন ৰাৰপতীয়া (ছাপাত) চিঠি লিখিলে। তাৰে দুই চাৰি ছত্ৰ তুলি দিয়া যুগুত হ'ব :

"মোৰ ল'ৰাই মোৰ মৃত্যুৰ বাবে কাৰো ওপৰত প্ৰতিশোধ লোৱাৰ চেষ্টা যেন নকৰে,

"তৰোৱালৰ বলেৰে মই যি কাম সাধিবলৈ ওলাইছিলোঁ, মোৰ ল'ৰাই তৰোৱাল নধৰাকৈ সৰ্বসম্মতিক্ৰমে সেই কাম সমাধা কৰি ইউৰোপ মহাদেশক এখন যুক্তৰাষ্ট্ৰৰূপে গঢ়ি তুলিব লাগিব,

---

৬৩৭ "I die prematurely murdered by the English oligarchy and its hired assassin I bequeath the shame of my death to the royal family of England" Korngold

"বিদেশীৰ সহায় লৈ সিংহাসন অধিকাৰ কৰাৰ চেষ্টা যেন মোৰ ল'ৰাই নকৰে,

"কোনো দলৰ দলপতি হবলৈ যেন মোৰ ল'ৰা নাযায়।"

চিঠিখনৰ সকলোখিনি কথা তুলি দিবলৈ এই পুথিত ঠায়ে নুজুৰিব। মুঠতে ল'ৰালৈ লিখা এই চিঠিখন নাপলেয়ঁৰ ৰাজনৈতিক পৰিজ্ঞানৰ ( political philosophy ) এখনি চুম্বক ঘোষণাপত্র ( manifesto )। লুডভিগৰ মতে আজিৰ ইউৰোপৰ মহা মহা ৰাজনীতিজ্ঞ পুৰুষসকলে এই চিঠিখন সিসকলৰ 'বাইবল্' ৰূপে গ্রহণ কৰিব পাৰে। যিবিলাক জটিল সমস্যাৰ সমাধান বিচাৰি সিসকলে আজি মূৰ ঘমাইছে, প্রতিভাৰ বলেৰে নাপলেয়ঁই ভেৰশ বছৰৰ আগতে সেই সকলোবোৰ সমস্যাৰ সমাধানৰ বাট দেখুৱাই দি থৈ গৈছে।[৬৩৮]

নাপলেয়ঁই লগৰীয়া দুজনৰ আগত আৰু এক অন্তিম ইচ্ছা প্রকাশ কৰিছিল। ফ্রান্স এৰাৰ আগত ইউৰোপৰ ৰজাসকলে আৰু মাদাম দ স্তায়েলে তেওঁলৈ দিয়া কেতবোৰ চিঠি তেওঁ ককায়েকৰ হাতত দি থৈ আহিছিল। লগৰীয়া দুজনক তেওঁ ডঢাই ডঢাই কৈছিল যেন সেই চিঠিবিলাক তেওঁলোকে প্রকাশ কৰোৱাৰ ব্যৱস্থা কৰে—যাতে, এদিন সকলো সঁচা কথা ওলাই পৰে। পিছে, চিঠিবোৰ কেনেবাকৈ জচেফৰপৰা কোনোবাই চুৰ কৰি, লণ্ডনৰ মাৰে ( Murray ) বোলা এক প্রকাশকৰ হাতত নি দিছিলগৈ। ৰুছ সম্রাটে তেওঁ দিয়া চিঠিবোৰ অজস্র ধন দি মাৰেৰপৰা কিনি ল'লে, বাকীবিলাক চিঠি ক'লৈ গ'ল, কি হ'ল কোনেও ক'ব নোৱাৰে।

---

৬৩৮ But what this man on his death-bed designed for the instruction of his poor little son can serve to instruct Europe, a century after it was written The political problems of our day, however we may attempt to solve them, are in truth solved here by the sovereignty of genius E L

লিখামেজা কামৰ অন্ত পৰিলত নাপলেয়ঁই মঁথলঁক ক'লে, "মঁ ফিচ্ (my son), সকলো কথাৰ এনে সুন্দৰৰূপে বেহা লগোৱাৰ পিছত মৰিবলৈ আপত্তি কি?"

৬ এপ্ৰিলৰ দিনা তেওঁৰ বিছনা শোৱা কোঠাৰপৰা বৈঠকখানালৈ নিবলৈ তেওঁ আদেশ দিলে। বেত্ৰ্ঁা আৰু মঁথলঁই তেওঁক ধৰাধৰি কৰি তালৈ নিবলৈ আহোঁতে ক'লে, "মই মৰাৰ পিছত তেনে কাম কৰিবাঁ, এতিয়াও নিজেই খোজ কাটি যাব পৰা অৱস্থাত আছোঁ।"

তাৰ পিছৰপৰা তেওঁৰ দেহ অৱশ হৈ আহিবলৈ ধৰিলে, উঠি ল'ৰি ফুৰিব নোৱৰা হ'ল। বৈঠকখানাত বিছনাতে পৰি থাকে। পঢ়িবলৈকো চকুৱে নমনা হ'ল, মঁথলঁই কিতাপ পঢ়ি শুনায়।

২৭ তাৰিখে (এপ্ৰিল, ১৮২১) মঁথলঁক আৰু এখন চিঠিৰ তেওঁ শ্ৰুতলিপি দিলে: Monsieur le Governeur (গভৰ্নৰ ডাঙৰীয়া), এই পত্ৰেৰে আপোনাক জনাওঁ যে তাৰিখে, বহুদিন বেমাৰত কষ্ট খাই সম্ৰাট নাপলেয়ঁ ঢুকাল। আপোনাৰ চৰ্কাৰে তেওঁৰ মৃতদেহ আৰু তেওঁৰ পৰিজনসকলক ইউৰোপলৈ পঠোৱাৰ কি ব্যৱস্থা কৰিছে, অনুগ্ৰহকৈ জানিবলৈ দিব।"

২৮ তাৰিখৰ দিনা গভৰ্নৰৰ পত্নীয়ে বেঁত্ৰ্াৰ ঘৰলৈ আহি মাদাম বেত্ৰ্ঁাক কৈছিল, "গভৰ্নৰে যিবিলাক বিধান হাতত লৈছিল, সেই বিলাকৰ লগত মোৰ সম্পৰ্ক আছিল বুলি আপোনালোকে যেন নাভাবে। কৰ্নেল ৰীডৰ লগত চাৰ হাড্চনে কথা হোৱাৰ সময়ত মোক কাষত থাকিবলৈ নিদিয়ে। তেওঁলোক দুজনৰ মাজত হোৱা কথাবতৰা সম্বন্ধে ঘুণাক্ষৰেও মই গম নাপাওঁ। তাৰ পিছত চকুলো টুকি তেখেতে ক'লে, "ইমান মহান এজন পুৰুষৰ এনে অৱস্থাত মৃত্যু ঘটাটো সঁচাকৈয়ে কেনে দুখ লগা কথা।"[৬৩৯]

---

৬৩৯ Then with tears in her eyes she said, "It is painful to see such a great man die under such circumstances" - Korngold

মে মাহৰ ২ তাৰিখলৈকে নাপলেয়ঁই জডবে চৈতন্যবে মাজত কটালে। ২ তাৰিখে থপ্‌ কৰে বিছনাৰপৰা উঠি ফুৰিবলৈ যাবলৈ ওলাল, কিন্তু শক্তিয়ে নুকুলালে, আকৌ শুই পৰিল। তাৰ পিছ দিনাৰপৰা ভ্ৰম বকিবলৈ ধৰিলে।

৪ তাৰিখৰ দিনা নিশা হঠাৎ দুৰ্জয় ধুমুহা, বতাহ, বিজুলী ঢেৰিকনিয়ে চৌদিশ কঁপাই তুলিলে। গোটেই নিশা প্ৰকৃতিৰ সেই তাণ্ডৱলীলা চলিল। জুলিউচ্‌ চিজাৰক হত্যা কৰাৰ দিনাও বোলে প্ৰকৃতিযে তেনেৰূপ দেখুৱাইছিল। ক্ষণজন্মা পুৰুষৰ জন্মমৃত্যুৰ লগত প্ৰকৃতিৰ কিবা সম্বন্ধ আছেই কিজানি, কোনে ক'ব পাৰে?

৫ তাৰিখে পুৱা অলপ জ্ঞান পোৱা যেন হৈ তেওঁ চকু মেলিলে, মুখেদি তিনটা শব্দ ওলাল: La France, l' Armée, Josephine সেয়ে আছিল নাপলেয়ঁৰ মুখৰ শেষ কথা। পিছ মুহূৰ্ততে চকু মুদ খাই আকৌ তেওঁ অজ্ঞান হ'ল।

১৮২১ চনৰ মে মাহৰ ৫ তাৰিখে ৫ বাজি ৪৫ মিনিট যোৱাত, পশ্চিমে সাগৰৰ বুকুত বেলি মাৰ যোৱাৰ লগে লগে, সকলো গ্লানি, অপমান, অত্যাচাৰ, ব্যভিচাৰৰ পৰা মুক্ত হৈ, বুৰঞ্জীৰ সবাতোকৈ অসামান্য পুৰুষ, মহামতি সম্ৰাট নাপলেয়ঁ ব'নাপাৰ্তে চিৰ নিদ্ৰাত চকু মুদিলে। ছবছৰৰ যম-যাতনাৰ মূৰত তেওঁৰ আত্মাই চিৰশান্তি লাভ কৰিলে।

ডাক্তৰ আৰ্নটৰ পৰা নাপলেয়ঁৰ মৃত্যুৰ বাতৰি পাই, দুজন ডাক্তৰক লগত লৈ—চেইণ্ট হেলেনাৰ চিকিৎসা বিভাগৰ বৰমূৰীয়া (Principal Medical Officer) ডাক্তৰ শৰ্ট্‌ আৰু ডাক্তৰ মিচেল—গভৰ্নৰে লংউডত উপস্থিত হৈ মঁথলঁক জনালে যে তেওঁ নাপলেয়ঁৰ মৃতদেহ চাব খোজে। মঁথলঁই ক'লে, "গা-পা ধুৱাই, নতুন সাজপাৰ পিন্ধোৱাৰ পিছত, কাইলৈ পুৱা চাব পাৰিব।" কিন্তু গভৰ্নৰ নাছোৰবান্দা, নাপলেয়ঁ যে সঁচাকৈয়ে মৰিল, সেই সম্বন্ধে তেওঁ সন্তুষ্ট হ'ব লাগিব, গতিকে তেওঁক চাবলৈ নিদিলেও, লগত

আনা ডাক্তৰ দুজনক চাবলৈ দিব লাগিব। তেওঁলোক দুজনক মৃতদেহ চাবলৈ দিয়া হ'ল।

ছ ঘণ্টা মানৰ পিছত দাড়ি-গোঁফ খুৰাই, অ'-দ-কলইনত গা ধুৱাই, নতুন সাজপাৰ পিন্ধাই, মৃতদেহ সৰু খাটীয়া এখনত (Camp-bed) শুৱাই দিয়া হ'ল। তাৰ পিছত এক অলৌকিক ঘটনা ঘটিল।

ঢুকাবৰ সময়ত নাপলেয়ঁৰ বয়স আছিল ৫২। নৰিয়াই খুলি অকালতে তেওঁক বুঢ়া কৰিছিল। দাড়ি চুলি পকিছিল। মুখখন শেঁতা, শোৱা-সেৰেলা, সোটোৰা-সোটোৰ হৈছিল। এতিয়া সকলোৰে চকু পৰিল তেওঁৰ আকৃতিৰ আমূল পৰিবৰ্তনত। হঠাৎ তেওঁৰ বয়স যেন কুৰি বছৰ কমি গ'ল। প্ৰথম কন্‌চাল্ হৈ থকা দিনত তেওঁৰ যি প্ৰিয়দৰ্শন মূৰ্তি আছিল আকৌ এতিয়া সেই মূৰ্তি। এডালিও পকা চুলি নাই, ডেকা বয়সৰ সোণোৱালী চুলি, মুখমণ্ডলত বয়সৰ সেৰা এটিও নাই, দেহ নিপোটল, মুখত মিচিকিয়া হাঁহি। সি এক অপৰূপ সুন্দৰ মূৰ্তি। তেওঁৰ সেই মূৰ্তি সম্বন্ধে ডাক্তৰ শৰ্টে তেওঁৰ এক বন্ধুলৈ পিছত লিখিছিল: "মৃত্যুৰ পিছত তেওঁৰ মুখৰ আকৃতিত যি সৌন্দৰ্য্য দেখিবলৈ পাইছিলোঁ, তেনে সৌন্দৰ্য্য কাৰো আকৃতিত কেতিয়াও দেখা নাছিলোঁ। মুখ মণ্ডলত ফুটি উঠিছিল এক অপূৰ্ব কমনীয়তা আৰু মাধুৰ্য্যৰ আভা। তেওঁৰ আকৃতি দেখি মোৰ মনলৈ এনে ভাব আহিছিল যেন সঁচাকৈ পৃথিৱী জয় কৰিবলৈকেহে তেওঁ জন্ম হৈছিল।"[৬৪]

---

৬৪০ On the bed lay not the ageing emperor of fifty two but a young man of thirty—the Napoleon of the Consulate days—hondsomer in death than he had ever been in life Not a touch of grey in the silken brown hair, not a suggestion of a wrinkle in the classical features! The lips slightly contracted, seemed to smile, as if the dead man were amused at the joke he was playing on his captors by his metamorphosis Dr Shortt was to write to a friend "His face was in death the most beautiful I→

পিছদিনা পুৱা সাত বজাত গভৰ্ণৰ, কমিচনাৰ মঁ'ৰেছুকে আদি কৰি চেইণ্ট হেলেনাৰ সমস্ত বাসিন্দা—বুঢ়া-ঠেৰা, মুনিহ-তিৰোতা—নৌবাহিনীৰ আৰু সৈন্য বাহিনীৰ বিষয়া, সেনা লংউডত উবুৰি খাই পৰিলহি। এটি এটিকৈ প্ৰত্যেকে মৃতকৰ শয্যা প্ৰদক্ষিণ কৰি বাজলৈ ওলাই গ'ল। প্ৰায় সকলোৰে চকুত পানী, সকলোৰে মুখত মাথোন একেষাৰ কথা, "কি সুন্দৰ। কি সুন্দৰ!" সকলোৱে শয্যাত শুই থকা দেখিবলৈ পাইছিল এটি শুৱনি, সাঁচত কটা, যৌৱন আৰু মানসিক শান্তিৰ জীৱন্ত প্ৰতিমূৰ্তি।[৬৪১]

ৰেজিমেণ্টৰ কেউহাজাৰ সেনা আৰু বিষয়া ছুপৰীয়া আকৌ এবাৰ মৃতকৰ আত্মাৰ প্ৰতি শ্ৰদ্ধাঞ্জলি আগবঢ়াবলৈ আহিছিল। ৰেজিমেণ্টৰ এজন বিষয়া, জৰ্জ হৰ্চলে উডে, নাপলেয়ঁৰ মৃত্যু উপলক্ষে সেইদিনা এটি কবিতা ৰচনা কৰিছিল। তাৰ প্ৰথম দুই চৰণ তলত তুলি দিয়া হ'ল :

Sorrow and pity marked the mournful day,
Sad sighs were heard and heartfelt tears were shed,

---

←ever beheld, exhibiting softness and every good expression in the highest degree, and really seemed formed to conquer" Korngold

৬৪১ All were struck by the beauty and youthfulness of the face Dr Henry wrote "How beautiful ! All present acknowledged they had never seen a finer or more regular and placid countenance"

Major Gorrequer (গভৰ্ণৰৰ এ ডি কং আৰু মিলিটেৰি চেক্ৰেটেৰি) has written "All the superfluous flesh and the sallowness had disappeared and left a well-proportioned countenance, such as he might have had some twelve or fourteen years ago His hair had regained its natural brown, and not a wrinkle or the slightest contortion was to be seen on the face"

Korngold

When pale in death upon his lowly bed,
As in deep sleep, the mighty chieftain lay

Long, long I gazed and bent me over the dead,
For ne'er before did I in rapture trace
Such purity and loveliness and peace
As o'er the features of that face were spread

দুই বজাত (৬ মে) আন্তমার্চিযে নাপলেয়ঁৰ অন্তিম ইচ্ছা অনুযায়ী মৃত দেহত অস্ত্রোপচাৰ (post-mortem) কৰিলে। সাতজন ইংৰাজ ডাক্তৰ অস্ত্রোপচাৰৰ সময়ত উপস্থিত আছিল। পেট ফালি যকৃত বাহিৰ কৰি পৰীক্ষা কৰা হ'ল। ঘাইমূৰীয়া ডাক্তৰ শ্বৰ্টে অভিমত দিলে যে যকৃত আকাৰত অস্বাভাৱিকৰূপে ডাঙৰ। ডাক্তৰ আৰ্নট্‌ আৰু ডাক্তৰ বাৰ্টনে সেই মতৰ বিৰোধিতা কৰি ক'লে যে যকৃতৰ আকাৰ সম্পূৰ্ণ স্বাভাৱিক। এই দুজন ডাক্তৰৰ দুই সহকাৰী ডাক্তৰ, ৰাউট্‌লেজ্‌ আৰু ডাক্তৰ হেন্‌ৰিয়ে, আৰ্নট্‌ আৰু বাৰ্টনৰ পক্ষ ল'লে। ডাক্তৰ মিচেলে কিছু সময় এটকেন মেটকেন কৰি এই চাৰিজনৰ লগতে উজালে। গভৰ্নৰৰ অপ্ৰিয় মত প্ৰকাশ কৰি কেনেবাকৈ বিপদত পৰে বুলি ডাক্তৰ লিভিংষ্টনে লাহেকৈ ফালৰি কাটি প্ৰস্থান কৰিলে। ডাক্তৰ শ্বৰ্টে তাৰ পিছত তেওঁৰ মত অলপ সলাই, "যকৃতৰ আকাৰ সম্ভৱতঃ স্বাভাৱিকতকৈ অলপ ডাঙৰ" বুলি সংশোধিত মত প্ৰকাশ কৰিলে। বাকীকিজনে সেই মতে যুটীয়া ইতলাত (মেডিকেল ৰিপৰ্ট) চহী দিবলৈ মান্তি হ'ল। নাভীত ঘা লাগি ফুটা হৈছিল—সেয়ে মৃত্যুৰ কাৰণ আছিল বুলি কেউজন ডাক্তৰ একমত হোৱাত অসুবিধা হোৱা নাছিল। তাৰ উপৰিও ইংৰাজ ডাক্তৰকিজনে মত দিলে যে পেটত এন্দুৰীয়া (কেন্‌চাৰ) ৰোগে ধৰিছিল। ডাক্তৰ আন্তমাৰ্চিয়ে মেডিকেল কলেজৰ ছাত্ৰ এদলৰ আগত লেক্‌চাৰ দিয়া দি যকৃতটো হাতত লৈ, মৃতকৰ পেটত হোৱা ফুটাত আঙুলি এটা সুমুৱাই দি বাকী কেউজনক দেখুৱাই ক'লে,

"ইয়াৰ পৰা কি বুজিব পাৰি? বুজিব পাৰি যে চেইণ্ট হেলেনাৰ জলবায়ুৱে পেটৰ বিকাৰ টান কৰি অকাল মৃত্যু ঘটাইছে।[৬৪২] আন্তমার্চিৰ মতলৈ অৱশ্যে বাকীকিজন ডাক্তৰে কাণ দিয়াৰ কথা নহয়। তেওঁলোক কেউজন একমত হৈ মেডিকেল ৰিপৰ্টত চহী দিলে, আন্তমার্চিয়ে নিদিলে।

মেডিকেল ৰিপৰ্ট পাই গভৰ্নৰ সন্তুষ্ট ন'হ'ল। "যকৃতৰ আকাৰ সম্ভৱতঃ স্বাভাৱিকতকৈ ডাঙৰ" কথাষাৰ কাটি নতুনকৈ ৰিপৰ্ট লিখিবলৈ ডাক্তৰ শ্বৰ্টক তেওঁ বাধ্য কৰিলে। গভৰ্নৰৰ আজ্ঞা অমান্য কৰাৰ সাহ শ্বৰ্টৰ ন'হ'ল। গভৰ্নৰৰ লগত এই বিষয় লৈ মতান্তৰ ঘটাৰ ফলতে অ'মিয়াৰা আৰু ষ্টক'ৰ চাকৰি গৈছিল, সেই কথা তেওঁৰ মনত আছিল। যি কি নহওক, আগতে চহী দিয়া ৰিপৰ্টখন তেওঁ মনে মনে লুকুৱাই থৈ পিছত নি ইংলণ্ডত প্ৰকাশ কৰিছিল। ৰিপৰ্টখনৰ তলতে এটি টোকাত "তলত আঁচ মৰা কথাষাৰ গভৰ্নৰৰ আদেশ মতে কৰ্তন কৰা হৈছিল" বুলি লিখি তেওঁ তাত চহী কৰি থৈছিল।[৬৪৩] ডাক্তৰ লিভিংষ্টন ৰিপৰ্ট তৈয়াৰ

---

৬৪২ The Corsican doctor has removed the liver and incised it He holds up the organ for the other's inspection, and demonstrates, as if to a class of students "You see, gentlemen What are we to infer? That the climate of St Helena intensified the gastric disorder, and has thus brought about premature death" E L

৬৪৩ Dr Shortt, however, kept the original version It is still in existence, with a line drawn through the offending statement and a foot-note reading "The words obliterated were suppressed by the orders of Sir Hudson Lowe Thomas Shortt, P M O (Principal Medical Officer)"

Shortt never forgave Lowe for having put pressure upon him to be unfaithful to the ethics of his profession
Korngold

[illegible]

কৰাৰ সময়ত উপস্থিত নথকা সত্বেও সংশোধিত ৰিপৰ্টত তেওঁকো চহী দিবলৈ বাধ্য কৰা হৈছিল।

কৰ্ণ্‌গ'ল্ডে কৈছে যে ডাক্তৰসকলৰ অভিমতৰ মূল্য কিমান আছিল সেই কথাৰ বিচাৰ কৰোঁতে এই কথা মনত ৰখা উচিত হ'ব যে চেইণ্ট্‌ হেলেনাৰ ডাক্তৰসকলে চাৰ হাড্‌চন্‌ ল'ক যমদূত দেখা দি দেখিছিল। উপৰোক্ত ঘটনাৱলীৰ পৰা বুজিবলৈ সৰহ পৰ নালাগিব যে মেডিকেল ৰিপৰ্টখন ডাক্তৰৰ ৰিপৰ্ট নাছিল, আছিল গভৰ্নৰৰ ৰিপৰ্ট।[৬৪৪] সেইখন ৰিপৰ্টকে বেদবাক্য বুলি ঘোষণা কৰি ইংৰাজ ঐতিহাসিকসকলে এই কথা প্ৰমাণ কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছে যে চেইণ্ট হেলেনাৰ বিশুদ্ধ জলবায়ুৱে নাপলেয়ঁৰ স্বাস্থ্য হানি কৰা নাছিল, চেইণ্ট হেলেনালৈ যোৱাৰ আগৰেপৰা তেওঁ কেন্‌চাৰ ৰোগত ভুগিছিল। সেই ৰোগতহে তেওঁৰ মৃত্যু ঘটিছিল। তাৰ প্ৰমাণ (১) তেওঁৰ দেউতাকো সেই ৰোগত ঢুকাইছিল, (২) চেইণ্ট হেলেনালৈ যোৱাৰ ছবছৰমান আগৰেপৰা তেওঁক মাজে সময়ে আলষনীয়ে ধৰাৰ প্ৰমাণ পোৱা যায়।

জাতীয় দুষ্কৃতি আৰু কলঙ্ক মোচন কৰাৰ প্ৰয়াসত লৰ্ড ৰ'জবেৰীয়েও পৰমজ্ঞানী চিকিৎসাবিদ, ভেষজশাস্ত্ৰীৰ সুৰত, যুক্তি তৰ্কৰ

---

৬৪৪ In evaluating the opinion of those who took issue with Dr Shortt it is well to keep in mind that the doctors at St Helena stood in terror of the governor We have seen that Dr Verling and Dr Livingstone who for several months had treated Madame Montholon for a liver complaint were unwilling to make a signed statement to that effect for fear of Sir Hudson Lowe

Korngold

[ মাদাম মঁথলঁ সংক্ৰান্ত উপৰোক্ত ঘটনাৰ কথা আমাৰ এই পুথিত উল্লেখ কৰা নাই। পুথিৰ আকাৰ জোখত ৰখাৰ চেষ্টাত বহু ঘটনা বাদ দি যাব লগা হৈছে ঃ লিখক। ]

থাবেদি নগৈ, এন্কে আষাৰে চিদ্দাৰ্কৈ কৈ দিছে যে নাপলেয়ঁ কেন্চাৰ ৰোগত ভুগি ঢুকাইছিল।[৬৪৫]

নাপলেয়ঁৰ দেউতাকেও মাজে সময়ে পেটৰ বিষত ভুগিছিল, কিন্তু তেওঁৰ কেন্চাৰ হোৱাৰ কোনো প্ৰমাণ নাই। সেই সিদ্ধান্ত আনুমানিক। তদুপৰি বাপেকৰ কেন্চাৰ হ'লে পুতেকৰো হ'ব—এনে কোনো কথা নাই, কেন্চাৰ পুৰুষানুক্ৰমে সোঁচৰা ব্যাধি নহয়। কেৱল কেন্চাৰ ৰোগে ধৰিলেহে পেটৰ বিষ হয় এনে কথাও নাই, নানান কাৰণত পেটৰ বিষ হ'ব পাৰে।

নাপলেয়ঁই যে কেন্চাৰ ৰোগত ভোগা নাছিল, সেই সম্বন্ধে বিশেষজ্ঞসকল প্ৰায় একমত। চেইণ্ট হেলেনালৈ যোৱাৰ ছুবছৰমানৰ আগতে তেওঁক সেই ৰোগে ধৰা হ'লে তেওঁ তাৰ পিছত আৰু আঠ বছৰ জীয়াই থকা অসম্ভৱ কথা, বিশেষকৈ যি স্থলত সেই দিনত সেই ৰোগৰ কোনো চিকিৎসা নাছিল। তদুপৰি সেই ৰোগে পোৱা হ'লে, ৰোগে অকল যকৃৎ আৰু নাড়ীতে থামোচ মাৰি ধৰি বহি নাথাকিলহেঁতেন, শৰীৰৰ আন আন অঙ্গলৈ বিয়পি পৰিলেহেঁতেন। ৰোগে তেনেকৈ বিয়পাৰ কোনো প্ৰমাণ ডাক্তৰসকলে পোৱা নাছিল।[৬৪৬]

---

৬৪৫ "But Napoleon's liver was quite sound, he died of cancer"

[ডাক্তৰ শৰ্টে চহী কৰা মূল মেডিকেল বিপৰ্টখন দেখাৰ পিছতো লৰ্ড ৰ'জবেৰীয়ে নাপলেয়ঁৰ যকৃত একেবাৰে সুস্থ আছিল বুলি কেনেকৈ ক'ব পাৰিছে বুজিবলৈ টান। এই স্থলত জানি শুনি সঁচা কথা ঢাকিবলৈ তেখেতে চেষ্টা দিয়া বুলি ন'কৈ নোৱাৰি : লিখক।]

৬৪৬ There is no certainty that Napoleon's father Carlos Bonaparte died of cancer, and *modern pathologists consider it practically certain that Napoleon did not* The fact that none of the doctors present at the autopsy noticed any evidence of metastasis—the spreading of the disease to any other bodily organ—*virtually rules out the possibility that the peptic ulcer that perforated the pylorus was cancerous* →

গতিকে নাপলেয়ঁক ভালেদিন চিকিৎসা কৰা ডাক্তৰ অ'মিয়াৰাৰ অভিমত—ডাক্তৰ স্ট'কয়ো সেইঅভিমত সমৰ্থন কৰিছিল—দলিয়াই পেলোৱাৰ কোনো কাৰণ বিচাৰি পোৱা নাযায়। চেইণ্ট হেলেনাৰ জলবায়ুৱে, তাৰ শ শ বাসিন্দাৰ যকৃতৰ বিকাৰ ঘটোৱাদি, নাপলেয়ঁৰ যকৃতৰো বিকাৰ ঘটাইছিল। সেই বিকাৰৰেপৰা নাভীত ঘা লাগি ফুটা হবলৈ লেচু পাইছিল। তাৰ উপৰি চাৰ হাড্‌চন্ ল'ৱে তেওঁক যি বিহ সেৱন কৰাই আছিল সেই বিহেও গুণ নিদিয়াকৈ থকা নাছিল। গতিকে, চেইণ্ট হেলেনাৰ জলবায়ু আৰু গভৰ্নৰৰ ব্যৱহাৰ—এই দুই উপচক্ৰ মিলি নাপলেয়ঁৰ অকাল মৃত্যু ঘটাইছিল বুলি নিঃসঙ্কোচে ক'ব পাৰি। বধ কৰাৰ উদ্দেশ্যেৰেই তেওঁক চেইণ্ট হেলেনালৈ পঠোৱা হৈছিল, আৰু চাৰ হাড্‌চন ল'ৰ দক্ষতাৰ ফলত দ্ৰুত গতিত সেই উদ্দেশ্য সিদ্ধি হৈছিল (৮১৫ পৃষ্ঠাত ৬১৫ নং টোকাত লুড্‌ভিষৰ অভিমত চাওক)।

নাপলেয়ঁৰ মৃতদেহ ফ্ৰান্সলৈ নিবলৈ অনুমতি নিদিবলৈ ব্ৰিটিছ চৰ্কাৰে এড্‌মিৰেল্ ককবাৰ্ণক নিৰ্দেশ দিছিল—সম্ভৱতঃ চাৰ হাড্‌চন্ ল' গৈ চেইণ্ট্ হেলেনা পোৱাৰ আগতে নাপলেয়ঁ সিফলীয়া হ'ব বুলি ব্ৰিটিছ চৰ্কাৰে আশা কৰিছিল। সেই নিৰ্দেশৰ ফলত নাপলেয়ঁৰ লগৰীয়াকিজনে তেওঁৰ অন্তিম ইচ্ছাও পূৰণ কৰিব নোৱাৰিলে। গছ-গছনিয়ে ছাঁ দি থকা চেইণ্ট্ হেলেনাৰে এটি আওহতীয়া চুকত, এথনি

---

← Professor Keith, Conservator of the Royal College of Surgeons (England) said in his Huntarian lecture delivered in 1913 "No one who has tabulated, from the records left by O' Meara, Stokoe and Antommarchi, the symptoms manifested month after month by Napoleon during the first three years of his illness, can doubt the recurrent febrile nature of his original disease *It is plain then, that Napoleon suffered originally from an endemic fever in which the liver was severly affected*" Korngold

পৰ্বতীয়া জুৰিৰ দাঁতিত সম্রাটক কবৰ দিয়া হ'ল। চেইণ্ট হেলেনাৰ প্ৰায় প্ৰত্যেক বাসিন্দা—ইংৰাজ, নিগ্ৰ', চীনা—কবৰস্থানত গোট খাইছিল। মৃতদেহ মাটিৰ তললৈ নমোৱাৰ আগত গভৰ্নৰে বেত্ৰ্ট্ৰাঁ আৰু মঁথলঁক সুধিলে, তেওঁলোকে দুআষাৰ ক'বনেকি? নকয় বুলি ক'লত গভৰ্নৰে বক্তৃতা আৰম্ভ কৰি সামৰণিত ঘোষণা কৰিলে, "মোৰ জাতিৰ আৰু মোৰো সকলোতকৈ ডাঙৰ এই শত্ৰুক মই আজি ক্ষমা কৰিলোঁ।[৬৪৭] লাট বাহাদুৰৰ কি অতুলনীয় মহানুভৱতা!

'সম্রাট' শব্দ ব্যৱহাৰ কৰিলে গভৰ্নৰে আপত্তি কৰিব বুলি জানি, লগৰীয়াকিজনে তলত দিয়া কথা কিআষাৰহে মাথোন নাপলেয়ঁৰ কবৰত খোদাই কৰোৱাবলৈ বিচাৰিছিল ঃ

| |
|---|
| **NAPOLEON** |
| **NÉ À AJACCIO LE 15 AOUT, 1769** |
| **MORT À STE-HELÈNE LE 5 MAI, 1821** |
| **নাপলেয়ঁ** |
| [ ১৭৬৯ চনৰ ১৫ আগষ্টত আজকৃচিয়ত জন্ম। |
| ১৮২১ চনৰ ৫ মেইত চেইণ্ট হেলেনাত মৃত্যু। ] |

এই ব্যৱস্থা গভৰ্নৰৰ মনঃপূত ন'হল। তেওঁ ক'লে অকল "নাপলেয়ঁ" বুলি লিখিলে ন'চলিব, "নাপলেয় ব'নাপাৰ্ত" বুলি লিখিব লাগিব। লাট বাহাদুৰৰ এই সমিধান পাই লগৰীয়াকিজনে কবৰৰ গাত এক বৰ্ণ আখৰো নিলিখোৱাকে স্থিৰ কৰিলে।

চাৰ হাড্‌চন্ ল'ৰ এই কাৰ্য্য সম্বন্ধে ৰ'জবেৰীয়ে কৈছে, "( ইংৰাজ হিচাপে মই ) এই কথা লিখিবলৈ লাজ পাওঁ যে নাপলেয়ঁৰ মৃত্যুৰ পিছতো এই নিকৃষ্ট মনোবৃত্তিৰ অন্ত পৰা নাছিল। সম্রাটৰ কবৰৰ

৬৪৭ The Governor was present and declared that he had forgiven the emperor ! E L

গাত তেওঁৰ সগৰীয়াসকলে মাথোন জন্ম আৰু মৃত্যুৰ তাৰিখ উল্লেখ কৰি "নাপলেয়ঁ" শব্দটো লিখোৱাবলৈ বিচাৰিছিল। 'নাপলেয়ঁ'ৰ পিছত 'বনাপাৰ্ত' শব্দ জোৰা নিদিলে অকল 'নাপলেয়ঁ' বুলি লিখোৱাবলৈ চাৰ হাড্‌চন্‌ ল'ই অনুমতি নিদিলে। কথাষাৰ অবিশ্বাস্য, কিন্তু সঁচা।"[৬৪৮]

নাপলেয়ঁৰ কবৰৰ দাঁতিত উনৈছ্‌ বছৰলৈ দিনে নিশাই এটি হিলৈধাৰী চিপাহী মোতায়েন কৰা হৈছিল। তেওঁৰ স্মৃতিৰ প্ৰতি শ্ৰদ্ধা দেখুৱাবলৈকে এই ব্যৱস্থা হাতত লোৱা হৈছিল নে কেনেবাকৈ নিশা কবৰৰ তলৰ পৰা ওলাই নাপলেয়ঁই গভৰ্নৰৰ টেঁটুত চেপা মাৰি ধৰাৰ ভয়ত লোৱা হৈছিল ক'ব পৰা ন'গ'ল।

ষ্টুউবোপলৈ উলটি গৈ আন্তমাৰ্চিয়ে ৰ'মত নাপলেয়ঁৰ মাকক দেখা কৰিছিল। তিন দিন ধৰি মাকে খুটিয়াই খুটিয়াই পুতেকৰ কথা সুধিছিল। তিন দিনৰ পিছত আন্তমাৰ্চি কৰ্চিকালৈ গ'লগৈ। তাৰ পিছৰ তিন দিন তিনি নিশা জুহালৰ কাষত বহি, তেওঁৰ দুৰ্ভগীয়া দ্বিতীয় সন্তান নেবুলিয়নেৰ কথা ভাবি ভাবি মাকে চকুলো টুকিছিল।

৬৪৮ "It is humiliating to be obliged to add that this pettiness survived even Napoleon himself On the Emperor's coffin-plate his followers desired to place the simple inscription 'NAPOLEON' with the date and place of birth and death Sir Hudson refused to sanction this, unless 'Bonaparte' were added So there was no name on the coffin *It seems incredible but it is true*"

৭৮

নাপলেয়ঁৰ মৃত্যুৰ এবছৰৰ মূৰত, ১৮২২ চনত অ'মিয়াৰাৰ কিতাপ প্ৰকাশিত হ'লত সমগ্ৰ ইউৰোপৰ বাতৰি কাকতত নাপলেয়ঁৰ প্ৰতি ইংৰাজৰ ব্যৱহাৰৰ কথা লৈ নিন্দা, গৰিহনা, ককৰ্থনাৰ এক প্ৰচণ্ড ধুমুহা বৰলৈ ধৰিলে।[৬৪৯] বাক্যবাণৰ বিন্ধনত জৰ্জৰিত হৈ ইংলণ্ডৰ পৰৰাষ্ট্ৰ মন্ত্ৰী লৰ্ড কাচ্‌ল্‌ৰেয়াই ঘৰৰ ওপৰ মহলৰপৰা তললৈ জঁপিয়াই আপোনঘাতী হ'ল। লৰ্ড লিভাৰপুল আৰু লৰ্ড বেথাষ্টেও সেই পথকে অনুকৰণ কৰা হ'লে শুৱালেহেঁতেন, কিন্তু দেখা যায় তেওঁলোক দুজনৰ গণ্ডাৰ-চৰ্মক ককৰ্থনাৰ খোঁচে ভেদিব নোৱাৰিলে। লা-কাচৰ ল'ৰা এমানুৱেলে, লণ্ডন মহানগৰীৰ ৰাজআলিত হাটকৰা-বাটকৰাৰ চকুৰ আগত ঘোঁৰা চাবুকেৰে চাৰ হাড্‌চন্‌ ল'ৰ মুখে পিঠিয়ে বাবৰি ফুল বাছি, তৰোৱাল বা পিস্তলৰ যুদ্ধলৈ (duel) লাট বাহাদুৰক আহ্বান জনাইছিল। আহ্বান গ্ৰহণ কৰাৰ সাহ লাট বাহাদুৰৰ ন'হ'ল। কৰ্তৃপক্ষৰ ওচৰত এই অপমানৰ প্ৰতিকাৰ বিচাৰি প্ৰতিকাৰো তেওঁ নাপালে। জীৱনৰ শেহছোৱাত লাট বাহাদুৰৰ অৱস্থা অতি শোচনীয় হৈছিল। যেই হওক, তেওঁৰ জীৱন কাহিনী বিবৰি সময় হানি কৰাৰ সকাম নাই।

নাপলেয়ঁৰ মৃত্যুৰ ন বছৰৰ পিছত ১৮৩০ চনত ফ্ৰান্সত পুনৰ বিপ্লৱ ঘটিল। বুঁৰ্ব ৰাজকৈদে এইবাৰ চিৰকাললৈ ফ্ৰান্সৰপৰা বিদায়

৬৪৯ All England (Europe ?) was writing and talking about the barbarous treatment of the great exile E. L

ল'বলগীয়াত পৰিল। বুঁৰ্ব ৰজাৰ পতনৰ পিছত নাপলেয়ঁৰ মাক লেতিৎচিয়াই ৰ'মৰ পৰা পাৰীলৈ উলটি আহি তাত বসতি কৰিবলৈ লৈছিল। তেওঁৰ বয়স তেতিয়া নব্বৈ বছৰ, চকুৰে নেদেখে, পাটীৰপৰা উঠিব নোৱৰাৰে নিচিনা অৱস্থা।

নাপলেয়ঁৰ পতনৰ পাছত বুৰ্ব ৰজাৰ আদেশ মতে প্লাচ ভাঁদমৰ স্তম্ভৰ মূৰত অধিষ্ঠিত নাপলেয়ঁৰ মূৰ্তি থহাই পেলোৱা হৈছিল। সেই মূৰ্তি পুনৰ এতিয়া স্তম্ভৰ শিৰত থাপনা কৰা হ'ল। লেতিৎচিয়াই সেই বাতৰি পাই, চুচৰি-বাগৰি বাজলৈ আহি অন্ধ চকুৰে প্লাচ ভাঁদমৰ পিনলৈ চাই মুমলীযা পুতেক জেকমক কৈছিল, "সম্রাট ৰাজধানীলৈ উলটি আহিল।"

১৮৪০ চনত ফৰাচী চৰ্কাৰে ব্ৰিটিছ চৰ্কাৰৰ ওচৰত নাপলেয়ঁৰ মৃতদেহ দাবী কৰিলে। পৰিস্থিতিৰ ইতিমধ্যে আমূল পৰিবৰ্ত্তন ঘটিছিল। বিনাবাক্যে ব্ৰিটিছ চৰ্কাৰে দাবী মানি ল'লে, তুৰন্তে ব্ৰিটিছ মন্ত্ৰী লৰ্ড পামাৰ্চটনে ফৰাচী চৰ্কাৰলৈ লিখিলে সম্রাট নেপলিয়নৰ জীৱনকালত যি জাতীয় শক্ৰতাই ইংলণ্ড আৰু ফ্ৰান্সৰ মাজত যুদ্ধ লগাইছিল, সেই শক্ৰতাৰ চিনচাব নোহোৱা কৰাই যে ব্ৰিটিছ চৰ্কাৰৰ ইচ্ছা—আপোনাৰ চৰ্কাৰৰ প্ৰস্তাৱৰ এই উত্তৰ যি তৎপৰতাৰে দিয়া হৈছে, সেয়ে তাৰ নিদৰ্শন বুলি ফ্ৰান্সত লোকে বিশ্বাস কৰিব বুলি ব্ৰিটিছ চৰ্কাৰে আশা কৰে। যি কবৰত নেপলিয়নৰ দেহৰ অৱশেষ থাপনা কৰাৰ আয়োজন কৰা হৈছে সেই কবৰতে যেন সেই শক্ৰতাৰো অন্ত পৰে, এয়ে ব্ৰিটিছ চৰ্কাৰৰ কামনা।"[৬৫]

৬৫ "The Government of Her Brittanic Majesty hopes that the promptness of its answer may be considered in France as a proof of its desire to blot out the last trace of those national animosities, which during the life of the Emperor, armed England and France against each other Her Majesty's Government hopes that if such sentiments survive anywhere, they may be buried in the tomb about to receive the remains of Nápoleon"

নাপলেয়ঁক সম্রাট বুলিবলৈ ব্ৰিটিছ চৰ্কাৰে এতিয়া আৰু লাজ নাপালে। চল্লিছ বছৰ আগতে সেই লাজ কেৰা কাতি কৰি থ'ব পৰা হ'লে ছয় নিযুত সৈনিকে অকালত প্ৰাণ হেৰুৱাব লগা ন'হলহেঁতেন, কুৰি বছৰে ইউৰোপ মহাদেশত তেজৰ নৈ ব'বলৈকো নাপালেহেঁতেন।

১৮৪০ চনৰ অক্টোবৰ মাহত বেৰ্ত্ৰাঁ, গুৰ্গ আৰু লা-কাচে সৈন্য সামন্তৰে সৈতে তুখন যুদ্ধৰ জাহাজত চেইণ্ট হেলেনাত পুনৰ উপস্থিত হৈ নাপলেয়ঁৰ মৃতদেহ উদ্ধাৰ কৰিলে। লংউড তেতিয়া আকৌ গৰু গোহালীত পৰিণত হৈছে, নাপলেয়ঁৰ ফুলনিৰ চিনচাব নাই। ফৰাচী চৰ্কাৰে লংউডৰ হাউলি ব্ৰিটিছ চৰ্কাৰৰ পৰা কিনি লৈ, নাপালেয়ঁ বাস কৰোঁতে ঘৰটো যেনে আছিল হুবহু সেই চানেকীত নতুনকৈ এটা ঘৰ সজোৱালে। নাপলেয়ঁৰ আহিতে পুনৰ এখন ফুলনিও পতা হ'ল। লংউড আজি বহুতৰ মানত এখনি তীৰ্থস্থান।

নাপলেয়ঁৰ ৰাজত্বকালত ঘুনীয়া আৰু বুঢ়া, নিঠকৰা চিপাহীৰ বাবে 'লেজেঁভালিদ' নাম দি এটি প্ৰকাণ্ড জিৰণিঘৰ সজোৱা হৈছিল। সেই জিৰণিঘৰৰ হাউলিতে, ১৮৪০ চনৰ ডিচেম্বৰ মাহত মহাসমাৰোহেৰে নাপলেয়ঁক পুনৰ কবৰ দিয়া হ'ল। সেই অনুষ্ঠানত ডেৰ লাখ সৈনিক আৰু এক নিযুতৰো অধিক নাগৰিক উপস্থিত আছিল। পৃথিৱীৰ চাৰিউ চুকৰপৰা হাজাৰ বিজাৰ যাত্ৰীয়ে আজিও তাত গৈ নাপলেয়ঁৰ স্মৃতিৰ প্ৰতি শ্ৰদ্ধাঞ্জলিৰ তৰ্পণ আগবঢ়ায়।

১৮৫৫ চনত সম্ৰাট সপ্তম এডোৱাৰ্ড যেতিয়া অকণমানি ল'ৰা, মহাৰাণী ভিক্টোৰিয়াই তেওঁক লগত লৈ ফৰাচী ৰাজধানীলৈ যাওঁতে নাপলেয়ঁৰ স্মৃতিৰ প্ৰতি শ্ৰদ্ধা দেখুৱাই তেওঁৰ কবৰলৈ গৈছিল। কবৰৰ কাষত থিয় দি মহাৰাণীয়ে পুতেকক কৈছিল, "এয়া মহামতি নেপলিয়নৰ কবৰ, আঁঠু লৈ সেৱা জনোৱাঁ।"[৮৫১]

---

৮৫১ The queen putting her hand on the shoulder of the small boy, who was to be Edward VII, said, " Kneel down before the tomb of the great Napoleon"
J M Thompson

# সমাহাৰ

## ১

"La Corse est une petite île qui rendait la France grande:" Victor Hugo (কর্চিকা এটি ক্ষুদ্র দ্বীপ, কিন্তু সেয়ে ফ্ৰান্সক গৰীয়ান কৰিছিল।)

* * *

কোনো কোনো সুশিক্ষিত লোকৰ মুখতো এই প্ৰশ্ন শুনিবলৈ পোৱা যায়—নাপলেয়ঁ সম্বন্ধে ছুটা 'ভার্চন' আছে, নহয়নে? দৰাচলতে নাপলেয়ঁ সম্বন্ধে ছুটা 'ভার্চন' নাই, ভার্চন একেটাইহে। কিন্তু ছুটা 'ভার্চন' আছে বুলি যি ধাৰণা বহুতৰ মনত আজিও বিদ্যমান, তাৰ উৎপত্তি কিহৰপৰা হৈছে, পোনতে সেই কথা ক'ব লাগিব।

আগতো কোৱা হৈছে যে দোষে গুণেইহে মানুহ। নাপলেয়ঁ সকলো বিষয়তে সম্পূর্ণ নির্দোষী আছিল বুলি প্ৰমাণ কৰিবলৈ এই পুথিত আমি চেষ্টা দিয়া নাই। কিন্তু নাপলেয়ঁৰ দোষ-গুণৰ বিচাৰ কৰিবলৈ যোৱাৰ আগত ছুটিমান কথা মনত ৰাখিহে সেই কামত আগবঢ়া যুগুত হ'ব।

এই কথা পাহৰিব নালাগে যে নাপলেয়ঁৰ পতনৰ আগৰ তেইছ বছৰ কাল ফৰাচী জাতিয়ে সমগ্ৰ ইউৰোপৰ বিৰুদ্ধে অকলে লানী নিছিগাকৈ যুঁজিবলগীয়াত পৰিছিল। নাপলেয়ঁৰ দৰে এজন অসামান্য নেতাৰ নেতৃত্ব বিনে এই অসাধ্যসাধন ফৰাচী জাতিৰ পক্ষে সম্ভৱপৰ ন'হ'লহেঁতেন। সেই দেখি সমগ্ৰ ইউৰোপৰ আক্ৰোছ গৈ পৰিছিল নাপলেয়ঁৰ ওপৰত। তাৰ ফলত, ইউৰোপ আৰু

ফ্ৰান্সৰ মাজত লগা যুদ্ধ গুচি, এই যুদ্ধবাশিয়ে ইউৰোপ আৰু নাপলেয়ঁৰ মাজত হোৱা যুদ্ধৰ ৰূপ লৈছিল।

ফৰাচী বিপ্লৱৰ উপজি পুৱাৰেপৰা, বিপ্লৱৰ মূলমন্ত্ৰ—সাম্যবাদ আৰু গণতন্ত্ৰই গঁজালি মেলি আহিবলৈ ধৰোঁতেই তাক পুলিয়েপোশাই উভালিবলৈ ইউৰোপৰ নৃপতিবৃন্দই যি দৰে মৰ-কামোৰ দি ধৰিছিল, তাৰ গুৰিত কি মনোবৃত্তি আছিল, বৰ্তমান যুগৰ ভিয়েতনামলৈ চকু দিলে সেই কথা সহজে বুজিব পৰা যায়। মানৱজাতিৰ ভাবধাৰাৰ সোঁতক যে অস্ত্ৰ-শস্ত্ৰৰ বলেৰে ভেঁটা দি ৰাখিব নোৱাৰি সি এক অখণ্ডনীয় ঐতিহাসিক সত্য। সেই সত্যক অস্বীকাৰ কৰি, মাৰ্কিনীহঁত আহিছিল অস্ত্ৰ-শস্ত্ৰ লৈ ভিয়েতনামলৈ, দক্ষিণ-পূব এচিয়াত কমিউনিজ্‌মৰ প্ৰসাৰ ৰোধ কৰিবলৈ। ফৰাচী বিপ্লৱৰ যুগত ইউৰোপৰ ৰজাসকলৰ কাৰ্য্যকলাপো আছিল অনুৰূপ।

বিপ্লৱৰ দিনলৈকে ইউৰোপৰ শাসননীতিৰ ভেটি আছিল Divine Right of Kings—ঈশ্বৰপ্ৰদত্ত ৰাজ ক্ষমতা, অৰ্থাৎ ৰজাৰ ইচ্ছানুযায়ী শাসন। বিপ্লৱৰ আগৰ যুগৰ অখণ্ড-প্ৰতাপী ফৰাচী ৰজা চতুৰ্দশ লুইয়ে (১৬৪৩-১৭১৫) কৈছিল, L'etat c'est moi (লেতা চে মোৱা)—"ৰাষ্ট্ৰ ? মযে ৰাষ্ট্ৰ।" ফৰাচী বিপ্লৱৰ মূলনীতি আছিল তাৰ বিপৰীত—প্ৰজাৰ ইচ্ছানুযায়ী শাসন। এই নীতিকে নিৰ্মূল কৰিবলৈ ওলাইছিল ইউৰোপৰ মহীপালসকল।[৬৫২]

তেইছ বছৰ কাল এপিনে ফ্ৰান্স আৰু আনপিনে ইউৰোপৰ

---

৬৫২ In the case before us, not only are we constrained by the evidence of facts to confess that we were engaged in an aggressive war, but the multiplied avowals and confessions of its authors and participants themselves leave no room for doubt that they entered upon it *to put down opinions by physical force—one of the most, if not the very worst of motives, with which a people can embark in war* Richard Cobden, Quoted by Abbott

মাজত যি যুদ্ধ চলিছিল, সি প্ৰকৃততে আছিল এই দুই বিৰোধী নীতিৰ মাজত হোৱা তুমুল যুদ্ধ, যাৰ ফলত লাখ লাখ প্ৰাণীয়ে শোণিতৰ নৈৰ বুকুত প্ৰাণ হেৰুৱাইছিল, দুৰ্ভিক্ষ মহামাৰীয়ে দেশ উজাৰ কৰিছিল, ঘৰে ঘৰে শোকৰ অগনি জ্বলাই, কান্দোনৰ ৰোল তুলি ইউৰোপ মহাদেশক এখনি মৰিশালীলৈ ৰূপান্তৰিত কৰিছিল। এই পাশৱিক তাণ্ডৱলীলাৰ বাবে যি সকল দায়ী আছিল তাৰ মাজত ইংৰাজ জাতিযেই যে প্ৰধান সেই কথা আগতে ফঁহিয়াই দেখুওৱা হৈছে ( প্ৰথম খণ্ড ২৩৮-২৪০ পৃঃ )। তেইছ বছৰ কাল আহৱৰ অগণিত ইন্ধন যোগাইছিল ইংৰাজে। ইউৰোপৰ আন আন জাতিৰ দৰে অকল উগ্ৰপন্থী গণতন্ত্ৰ ( Jacobinism )-ৰ বিৰুদ্ধেই ইংৰাজে যুঁজা নাছিল, যুঁজিছিল তেওঁলোকৰ ঔপনিবেশিক আৰু বাণিজ্য সম্পৰ্কীয় স্বাৰ্থৰক্ষাৰ অৰ্থে।

ইংৰাজে সেই সময়ত ভাৰতত আৰু পৃথিবীৰ আন আন অঞ্চলত উপনিবেশ বিস্তাৰ কৰা কামত হাত দিছে। পৃথিৱীৰ সৰহভাগ বেহা বেপাৰ তেতিয়া ইংৰাজৰ হাতত। নাপলেয়ঁৰ নিচিনা এজন অসামান্য শাসক পালে ফৰাচী জাতি উন্নতিৰ জখলাত ক্ৰমে ওপৰলৈ উঠি যাব, ইংৰাজ পিছ পৰিব, এয়ে আছিল ইংৰাজৰ ঘাই চিন্তা। জানোচা এণ্টোৱাৰ্প বন্দৰ লণ্ডনতকৈয়ো সমৃদ্ধিশালী হৈ উঠি লণ্ডনৰ বণিজ সোপাকে তালৈ টানি নিয়ে। ফিশ্বাৰে তেওঁৰ 'নেপলিয়ন' বোলা পুথিত সগৰ্বে ঘোষণা কৰিছে, "এণ্টোৱাৰ্পত যাতে তিনি বৰণীয়া নিচান ( ফৰাচী জাতীয় নিচান ) উৰিবলৈ নাপায় তাৰ বাবে কুৰি বছৰলৈকে যুঁজিবলৈ ইংলণ্ড সাজু হৈছিল।"[৬৫৩] পিছে ইংৰাজে পাৰিতপক্ষে নিজে মুখুঁজি আনক মৰিবলৈ আগবঢ়াই দি হে ৰং চাইছিল। ইংৰাজৰ উচটনি আৰু ভেটী বিনে ১৮০১ চনতে, আমিয়ঁৰ

৬৫৩ "England was prepared to fight for twenty years rather than see the tricolour wave over Antwerp"
H A L Fisher *NAPOLEON*

সন্ধিৰ পিছত ইউৰোপত যুদ্ধৰ অৱসান ঘটিলহেঁতেন। প্ৰথম মহাসমৰৰ সময়ত (১৯১৪-১৮) এবাৰ হাঁহি উঠা কথাৰ প্ৰচলন হৈছিল, বোলে The English are a determined people, they will fight to the last drop of French blood নাপলেয়ঁৰ যুগৰ যুদ্ধ-বিগ্ৰহতো ইংৰাজে যথাসম্ভৱ সেই কৌশলকে অৱলম্বন কৰিছিল। অৱশ্যে এনে কৌশলৰ বাবে আমি ইংৰাজক দুষিব খোজা নাই। Everything is fair in love and war: ইয়াকেহে মাথোন ক'ব খুজিছোঁ যে ইংৰাজ আৰু ইউৰোপৰ অন্যান্য জাতিসমূহে ফ্ৰান্সৰ বিৰুদ্ধে যি যুদ্ধ চলাইছিল, মাৰ্কিনহঁতে ভিয়েতনামত চলোৱা যুদ্ধৰ দৰে, সিও আছিল দোৰ্ঘোৰ অন্যায়-যুদ্ধ। সেই যুগৰ পিছত ইউৰোপ মহাদেশত ঘটা ঘটনাৱলীয়েই তাৰ কট্-কটীয়া প্ৰমাণ দিয়ে। ঈশ্বৰপ্ৰদত্ত ৰাজক্ষমতাৰ সপক্ষে আজিৰ দিনত কোনোবাই ওকালতি কৰিবলৈ আহিলে তেওঁ হাঁহিয়াতৰ পাত্ৰহে হ'ব। তথাপি, সেই যুদ্ধকে ন্যায়-যুদ্ধ বুলি প্ৰমাণ কৰাৰ প্ৰয়াসত সেই জাতিসমূহৰ, বিশেষকৈ ইংৰাজ জাতিৰ, মুখপাত্ৰসকলে নাপলেয়ঁৰ যিবিলাক অপযশ ৰটিছিল তাৰ সৰহ ভাগেই আছিল সিসকলৰ নিজৰ আবিষ্কৃত কল্পনাপ্ৰসূত তথ্য। গতিকে সিসকলৰ মুখত নাপলেয়ঁৰ গুণ-গান শুনিবলৈ আশা কৰিলে স্বাভাৱিকতে নিৰাশ হ'ব লাগিব। আজিৰ দিনত পাকিস্তানত কোনোবাই মহাত্মা গান্ধী বা পণ্ডিত নেহৰুৰ গুণ গাবনে? সেই সময়ছোৱাত নাপলেয়ঁৰ বিৰুদ্ধে গোটেই ইউৰোপত, বিশেষকৈ ইংলণ্ডত, নীচ অপ-প্ৰচাৰৰ এক দুৰন্ত অভিযান চলাৰ কথা আগত কোৱা হৈছে। নাপলেয়ঁৰ পতনৰ পিছত ইউৰোপ মহাদেশত এই অভিযানৰ লাহে লাহে অৱসান ঘটিছিল যদিও, ইংলণ্ডত তাৰ পিছতো সেই অভিযান চলিয়েই আছিল, আজি পৰিমিত চলি আছে। তাৰ কাৰণ হ'ল, যুদ্ধৰ অগনিত ইন্ধন যোগোৱাৰ উপৰিও, নাপলেয়ঁৰ তুল্য এজন অসামান্য পুৰুষৰ প্ৰতি, তেওঁৰ জীৱনৰ অন্তিম অৱস্থাত, ইংৰাজে কৰা

বৰ্ব্বৰোচিত ব্যৱহাৰে, ইংলণ্ডৰ বুৰঞ্জীত চিৰকাললৈ যি কলঙ্ক সানিলে, তাক গুচোৱাৰ একমাত্র উপায় নাপলেয়ঁৰ দুৰ্নাম ৰটা। সেই অপ-প্রচাৰৰ প্ৰভাৱতে আজিও মাজে মাজে এই প্ৰশ্ন উঠে: নাপলেয়ঁ সম্বন্ধে দুটা ভাৰ্চন আছে, নহয়নে ?[৬৫৪]

গতিকে ইংৰাজ ঐতিহাসিকসকলৰ লেখনীৰপৰা ওলোৱা নাপলেয়ঁৰ জীৱন-চৰিতৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰ কৰি নাপলেয়ঁ সম্বন্ধে ধাৰণা কৰিবলৈ গ'লে, ভুল ধাৰণা হোৱা স্বাভাৱিক। ইংৰাজী ভাষাত নাপলেয়ঁৰ কিমান জীৱনী ওলাইছে তাৰ লেখ নাই, কিন্তু উপৰোক্ত বুৰঞ্জীমূলক কাৰণত কোনো ইংৰাজ ঐতিহাসিকৰ পক্ষে নাপলেয়ঁৰ প্ৰতি সুবিচাৰ কৰা সম্ভৱ নহয়। লৰ্ড ৰ'জবেৰীৰ দৰে দুই একে সেই চেষ্টা দিছে যদিও ঠায়ে ঠায়ে জাতীয় পক্ষপাতিত্ব লুকাই ৰাখিব পৰা নাই।

নাপলেয়ঁৰ ইংৰাজ সমালোচকসকলৰ লেখনীত দুটা মনোভাবৰ এটা নহয় এটা চকুত পৰে। খেনোৱে বুকু ফিন্দাই ক'ব খোজে যে

---

৬৫৪ "The reason is obvious why the character of Napoleon should have been maligned He was regarded justly as the foe of aristocratic privilege The English oligarchy was determined to crush him After deluging Europe in blood and woe, during nearly a quarter of a century, for the accomplishment of this end, it became necessary to prove to the world, and especially to the British people, that Napoleon was a tyrant threatening the liberties of the world, and that he deserved to be crushed

This atrocious falsehood was believed in England, on the continent and in America It's influence still poisons thousands of minds To defame the character of that man who nobly roused the country to self-defense, she (England) filled the world with the cry that through an insatiable ambition and a bloodthirsty spirit, he had provoked the war This deed of infamy cannot be painted in colours too black Abbott

পৃথিবীৰ অকল শ্ৰেষ্ঠতম যোদ্ধাই নহয়, সেই যুগৰ শ্ৰেষ্ঠতম মনীষীজনক তেওঁলোকেইহে ( ইংৰাজে ) মাত্ৰ পৰাভূত কৰিব পাৰিছিল, আৰু অকল পৰাভূতকে কৰা নহয়, পৰাভূত কৰাৰ পিছত, তেওঁ যেতিয়া ইংলণ্ডলৈ আশ্ৰয় বিচাৰি গৈছিল, তেওঁৰ প্ৰতি তেতিয়া ভদ্ৰ ব্যৱহাৰ কৰিছিল।[৬৫৫]

সেই ভদ্ৰ ব্যৱহাৰৰ চানেকী আগত আমি দেখিবলৈ পাইছোঁ। এই জাত ইংৰাজ ঐতিহাসিকে ঠায়ে ঠায়ে নাপলেয়ঁৰ গুণগান কৰিলেও, তেওঁৰ সকলো কাৰ্য্যৰে অন্তৰালত—মহৎ কাৰ্য্যসমূহৰো—একোটা কু-অভিসন্ধি দেখিবলৈ পায়। জে এম টম্‌চনৰ *Napoleon Bonaparte, His Rise and Fall* বোলা পুথিৰ পাতনিত দিয়া এটা উদ্ধৃতি উদাহৰণ স্বৰূপে আগ বঢ়াওঁ: "Bonaparte's own letters" wrote Mrs Arbuthnot, ( and her opinion was probably that of Wellington ), "are most interesting and have every mark of being the production of a most superior mind It is sad that a mind thus highly gifted should invariably have bent its energies to all the destruction of the human race"

কছ অভিযানত প্ৰবৃত্ত হোৱাৰ দিনলৈকে নাপলেয়ঁই যে আত্মৰক্ষাৰ বাবেহে যুঁজিছিল, শান্তিৰ অৰ্থে বহু জাতীয় স্বাৰ্থ বিসৰ্জন দিছিল, সেই কথাৰ ডহডহীয়া প্ৰমাণ কোনেও দলিয়াই পেলাব নোৱাৰে। তথাপি নাপলেয়ঁই মানবজাতিক নিৰ্মূল কৰিবলৈ

---

৬৫৫ Indeed, some of the English seemed disposed to maintain not noly that they got better of the greatest man of his day, but that, having done so, when (like Themistocles) he had sought refuge among them, they treated him as a gentlemen"—Emil Ludwig's *Preface to Napoleon* [ Paperback সংস্কৰণত পাতনিখন নাই। ]

অহোপুৰুষাৰ্থ কৰাৰ বাহিৰে এই বিদুষী মহিলাগৰাকীয়ে ক'ত পালে ক'ব নোৱাৰি।[৬৫৬]

প্ৰায় ভাগ ইংৰাজ লিখকৰ লেখনীতে মিচেচ্ আবুৰ্থনাটৰ আহি দেখিবলৈ পোৱা যায়। নাপলেয়ঁক একোখন চাৰ্টিফিকট দি সামৰণিত এনে একোটি খোঁচ মাৰি দিয়ে যে প্ৰশংসাপত্ৰৰ কোনো মূল্যই নোহোৱা হয়। মিচেচ্ আবুৰ্থনাটৰ শ্ৰেণীৰ সকলুৰা লিখক-লিখিকাৰ কথা বিবৰি সময় হানি কৰাৰ অৰ্থ নাই, কিন্তু একোজন লব্ধপ্ৰতিষ্ঠ ইংৰাজ ঐতিহাসিকেও একোবাৰ প্ৰশংসাৰে নাপলেয়ঁক স্বৰ্গত তুলি দি পিছ মুহূৰ্ত্তত তেওঁৰ সম্বন্ধে যিবিলাক মত প্ৰকাশ কৰিবলৈ ধৰে, পঢ়ি ভাবিবলগীয়াত পৰে, একেজন লিখকেই দুয়োভাগ কথা লিখিছেনে? উদাহৰণ স্বৰূপে চাৰ

৬৫৬ এই উক্তিটি দিয়াৰ পিছত টমচন চাহাবে এই আৰাৰ কথাও জানিবা কৈছে : But this last sentiment, natural enough in 1820, has been given too much importance by historians and artists who prefer to picture Napoleon on the battlefield His most lasting monument is not the Arc the Triomphe or the flags at the Invalides, but the laws and institutions in which he adapted the ideas of 1789 to the tradition of the monarchy, and enabled France to survive three invasions and a century and a half of political unrest

পাণ্ডিত্যপূৰ্ণ এই প্ৰকাণ্ড পুথিখনত নাপলেয়ঁৰ সপক্ষে মতা পোনপতীয়া মাত এই একেষাৰকেহে মাথোন বিচাৰি পোৱা যায়।

খ্যাতনামা ফৰাচী ঐতিহাসিক আৰু সাহিত্যিক হিপলিত্ তেইনেও তেওঁৰ সুপ্ৰসিদ্ধ গ্ৰন্থ 'অৰ্বাচীন ফৰাচী জাতিৰ উৎপত্তি'ত ( Les Origines de la France Contemporaine ) নাপলেয়ঁৰ বিৰুদ্ধে অফুৰন্ত বিষোদ্গীৰণ কৰিছে। কিন্তু নাপলেয়ঁই যে অৰ্বাচীন ফ্ৰান্সৰ স্থপতি, সেই কথা অন্ততঃ তেওঁ স্বীকাৰ কৰিছে ( Il a fait la France moderne Vol I Book I )।

নাপলেয়ঁই একো মহৎ কাৰ্য্য সাধি নোযোৱা হলেও উপৰোক্ত কাৰণতে ফৰাচী জাতি তেওঁৰ ওচৰত ধৰুৱা।

আৰ্চিবল্ড এলিচনৰ ইউৰোপৰ বুৰঞ্জীৰপৰা কেইআষাৰমান কথা তলত তুলি দিয়া হ'ল :

"Never were talents of the' highest, genius of the most exalted kind, more profusely bestowed upon a human being He was not merely illustrious on account of his vast military achievements, but from his varied civil efforts *He was a great general because he was a great man* It would require the observation of a Thucydides directing the pencil of a Tacitus to portray .such a character and modern idiom even in their hands would probably have proved inadequate to the task Equal to Alexander in military achievements, superior to Justinian in legal information, .. he possessed at the same time the inexhaustible resources of Hannibal and the administrative powers of Caesar and if the use of proper words in proper places be the soul of eloquence, never did human being possess the art in higher perfection than Napoleon "

এই সুৰত তিনিপতীয়া বৰ্ণনা ! এলিচনৰ এই বৰ্ণনাই সুমহান কবাচী মনীষী ভিক্তৰ য়ুগৰ বৰ্ণনাকো চেৰ পেলোৱা যেন হে লাগে।[৬৫৭] তাৰ পিছত ছাঁৎ কৰে আমি আকাশৰ পৰা যেন

---

৬৫৭ If you will not have that great man, what great man would you have ? He had everything , he was complete and in his brain was the cube of all human faculties He made codes like Justinian and dictated like Caesar , his conversation blended the lightening of Pascal with the thunder of Tacitus , he made history and wrote it,→

পাতালত হে ধপ্‌ কৰে পৰিলোঁহি। অমৃতত যেন কোনোবাই বিহ হে ঢালি দিলে। এতিয়া এলিচন্‌ চাহাবে কোৱা পিছৰ কেই-আষাৰমান কথা শুনক:

"If we contemplate him in one view, never was any character recorded in history more worthy of universal detestation We behold a single individual, for the purpose of his own ambition, consigning whole generations of men to an untimely grave, desolating every country of Europe by the whirlwind of conquest In the prosecution of these objects we see him deterred by no difficulties, daunted by no dangers, bound by no treaties."

এই দুভাগ পৰস্পৰবিৰোধী, সামঞ্জস্যৰহিত কথা পঢ়িলে সহজে বুজিব পাৰি যে আগৰ ভাগ মনৰ আবেগত লিখা সঁচা কথা আৰু পিছৰ ভাগ জানিশুনি সজাইপৰাই লিখা মিছা কথা। তেইছ বছৰ কাল জুৰি ইউৰোপক বিধ্বস্ত কৰিছিল কোনে? নাপলেয়ঁই, নে এলিচন চাহাবৰ মিতিৰ কুটুমসকলে? বাৰে বাৰে শান্তিভঙ্গ কৰিছিল কোনে? নাপলেয়ঁই, নে ইংলণ্ড, অষ্ট্ৰিয়া আৰু প্ৰুছিয়াই?

---

←and his bulletins are Iliads , he combined the figures of Newton with the metaphor of Mahomet He left behind him in the East words as great as the Pyramids , at Tilsit, he taught majesty to the Emperors , at the Academy of Sciences he answered Laplace , at the Council of State he held his own against Merlin , he gave a soul to the geometry of one and to the sophistry of others for he was a legist with the lawyers, a sidereal with the astronomers , he saw everything, he knew everything, but that did not prevent him from laughing heartily by the cradle of his new-born son Translated from the French

এই প্ৰশ্ন ছুটিয়ে এলিচন চাহাবৰ হিয়াত এবাৰো খুখুন্দিয়ালে নে? আগৰ ভাগ কথা লিখি অঁটোৱাৰ পিছত সম্ভৱতঃ তেখেতৰ মনত খেলালে যে এজন ইংৰাজে নাপলেয়ঁক এনেদৰে প্ৰশংসা কৰা যুগুত হোৱা নাই, গতিকে সেই দোষ খণ্ডাবৰ কাৰণে বিপৰীত সুৰত অলপ লিখা যাওক।

এই গ ল এজাত ইংৰাজ ঐতিহাসিকৰ কথা। আন এজাতৰ লিখাৰ কৌশল আন ধৰণৰ। তেওঁলোকৰ মতে নাপলেয়ঁ কোনো সদগুণৰে অধিকাৰী নাছিল, মনুষ্যৰ আকৃতিত তেওঁ আছিল এজন ৰক্তপিপাসু দানৱ। যিহেতু এজন প্ৰথিতযশা লিখক এমিল লুডভিষে নিৰপেক্ষ বিচাৰক হিচাপে নাপলেয়ঁৰ বিচাৰ কৰিবলৈ চেষ্টা কৰিছে, উপৰোক্ত মনোবৃত্তিৰ ইংৰাজসকলৰ চকুত তেওঁ ঘোৰ অঁপৰাধত অপৰাধী। এজন বিশিষ্ট ইংৰাজ, চাৰ ফ্ৰেড্‌ৰিক মমে লুডভিষৰ পুথিক আখ্যা দিছে 'জাৰ্মান কুৎসা', অৰ্থাৎ ইংৰাজৰ বিৰুদ্ধে জাৰ্মানে ৰটা কুৎসা। তেখেতে লুডভিষক আক্ৰমণ কৰি ইমানখিনি পৰ্য্যন্ত ক'বলৈ কুণ্ঠা বোধ কৰা নাই ° "জাৰ্মানহঁতে যুদ্ধত বিষাক্ত বাষ্প প্ৰয়োগ কৰাৰ খ্যাতি আৰ্জিছিল, শান্তিৰ সময়তো সিহঁতে সেই অভ্যাস এৰিব পৰা নাই।"[৬৫৮]

এইবিধ বিদগ্ধ ইংৰাজৰ মতে টমচন চাহাবে লিখাদি লুডভিষেও লিখা উচিত আছিল যে নাপলেয়ঁই ইংলণ্ডত আশ্ৰয় বিচাৰি যাওঁতে, ইংৰাজে তেওঁক চেইণ্ট হেলেনা বোলা মৰ্ত্যৰ অমৰাৱতী, সুৰম্য, স্বাস্থ্যকৰ এক ভূখণ্ডলৈ সসম্ভ্ৰমে লৈ গৈ, তাত ৰাজসুখত ৰাখিছিল,

---

৬৫৮ Sir Frederick Maugham has thought fit to stigmatise a book written by an European lover of peace as "hostile German history", to head his article with the words, "German Calumny" and to wind up by saying, "The Germans, who have the credit of introduction of poison gas for use in war, have not wholly abandoned the practice in times of peace" Emil Ludwig Preface to *Napoleon*

চাৰ হাডচন্ ল' এজন সদাশয়, দয়ালু প্ৰকৃতিৰ ভদ্ৰলোক আছিল ("meticulous but not ungenerous" J M Thompson)

তাকে নকৰাটোৱেই হ'ল লুডভিষৰ জগৰ। ইংৰাজ ঐতিহাসিক-সকলে কোৱা মতে এডোখৰ স্বাস্থ্যকৰ ঠাইত নাপলেয়ঁক বন্দী কৰি থোৱাই যদি ব্ৰিটিছ চৰ্কাৰৰ মনোবাঞ্ছা আছিল, তেন্তে নাপলেয়ঁৰ মাকে চেইণ্ট হেলেনাৰপৰা নাপলেয়ঁক আঁতৰাই আজৰ্চ্ দ্বীপলৈ নিবলৈ যেতিয়া ইউৰোপৰ ৰাজন্যবৰ্গক কাকূতি কৰি আবেদন জনাইছিল, কছ সম্ৰাটে সেই আবেদন সমৰ্থন কৰিছিল আৰু ইংৰাজৰে ডাক্তৰ অ'মিয়াৰায়ো ব্ৰিটিছ চৰ্কাৰলৈ লিখিছিল যে চেইণ্ট হেলেনাৰপৰা সোনকালে নাপলেয়ঁক নাতৰালে তেওঁৰ জীৱন ৰক্ষা কৰা টান হ'ব, তেতিয়া তেওঁক তাৰপৰা স্থানান্তৰিত কৰা নহ'ল কিয়? গতিকে, "Hapsburg and England are determined that Napoleon shall die" বুলি কথাষাৰ কৈ নো লুডভিষে ক'ত ভুল কৰিলে বুজিবলৈ টান।

নাপলেয়ঁৰ বিৰুদ্ধে ইংলণ্ডত অপপ্ৰচাৰৰ দুৰন্ত অভিযান চলাৰ দৰে এসময়ত কবি লৰ্ড বাইৰণৰ বিৰুদ্ধেও তেওঁৰ নিজৰ দেশতে এক অভিযান চলোঁতে, তেওঁ তাৰ উত্তৰত কোৱা কথাষাৰ সাহিত্য জগতৰ এধাৰ বহুমূলীয়া অলঙ্কাৰ। তেওঁ কৈছিল: "মোৰ সম্বন্ধে যিবোৰ কথা ৰটা হৈছে, সেইবোৰ যদি সঁচা হয়, ইংলণ্ডৰ মই অযোগ্য সন্তান, আৰু যদি মিছা হয়, ইংলণ্ড মোৰ দেশ হ'বৰ যোগ্য নহয়।" নাপলেয়ঁৰ বিৰুদ্ধে চলোৱা অপ-প্ৰচাৰৰ নিৰঙ্কুশ আক্ৰমণৰ উত্তৰো নাপালেয়ঁই সেই সুৰতে দিছিল, কৈছিল: "এই বিলাক কথালৈ কাণ দিলে নিজক তললৈ নমোৱাহে হয়। সঁচা অপবাদেহে প্ৰাণত আঘাত দিয়ে। ৰছিয়াত মই কৃতকাৰ্য্য হোৱা হ'লে, যিসকলে আজি মোৰ বিৰুদ্ধে এই বিলাক অপবাদ ৰটিছে, সেই সকলেই ক'লে-হেঁতেন, 'নাপলেয়ঁতকৈ মহীয়ান মহীপালৰ ভূ-ভাৰস্তত আজিলৈকে আবিৰ্ভাব হোৱা নাই।' জৰ্জ ৰম্বিংটনকো ইংৰাজে ডকাইত

বুলিছিল, এতিয়া বুলিবনে? সকলো নির্ভৰ কৰে সফলতাৰ ওপৰত। যি কি নহওক, ভৱিষ্যতত এদিন মোৰ দোষ-গুণ সকলো তুলাচালনিত জোখ কৰা হ'ব। মোৰ অকণো সন্দেহ নাই যে সেইদিনা মই সুবিচাৰ আৰু মোৰ প্ৰাপ্য পাম। বাৰে-ভচহু কথাই মোৰ খ্যাতি টুটাব নোৱাৰে। সেই সম্বন্ধে মই নিশ্চিন্ত।"

চেইণ্ট হেলেনাত নাপলেয়ঁক লগ পোৱাৰ পিছত এডমিৰেল পাল্টনি মেকমে, তেওঁ যে একালত নাপলেয়ঁৰ বিৰুদ্ধে প্ৰকাশিত সকলো অপবাদ সঁচা বুলি ভাবিছিল, তাৰ বাবে অনুতাপ প্ৰকাশ কৰোঁতে নাপলেয়ঁই হাঁহি এটি মাৰি কৈছিল, "মোৰ কথা ভাবি ভাবি আপোনাৰ দেশৰ মন্ত্ৰীসকলে ইমান সময় আৰু ধন খৰচ কৰি যিবোৰ তথ্য আৱিষ্কাৰ কৰিছে, তাৰ বাবে মই সিসকলৰ শলাগ লোৱা উচিত। কিন্তু মিছা কথা সৰহ দিন নিতিষ্ঠে, সত্যহে চিৰস্থায়ী। ভৱিষ্যত যুগে মোৰ বিচাৰ কৰিব, মোৰ কৰ্মৰ দ্বাৰা। কোটি কোটি টকা খৰচ কৰি মোৰ বিৰুদ্ধে লিখোৱা এক বৰ্ণ কথাৰো তেতিয়া অস্তিত্ব নাথাকিব, কিন্তু মই থৈ যোৱা অনুষ্ঠানসমূহে সুদূৰ ভৱিষ্যততো মোৰ গুণ গাব। মোৰ মূৰৰ ওপৰত অপবাদৰ বোজা জপাৰ দিন উকলি গ'ল, সেই বিহৰ অন্ত পৰি আহিছে।"[৬৫৯(ক)]

নাপলেয়ঁৰ বিৰুদ্ধে ইংলণ্ডত দুৰন্ত অভিযান চলি থকাৰ মাজতো লৰ্ড বাইৰণৰ লেখিয়া দুই চাৰি নিৰ্ভীক, উচ্চমনা ইংৰাজৰ বজ্ৰহুঙ্কাৰে যে ইংৰাজ জাতিৰ সন্মান কিছুদূৰ ৰক্ষা কৰিব পাৰিছিল, বুৰঞ্জীৰ সেই ক'লা পাতত ৰূপালী ৰেখাৰ একণি পৰশ বুলাব পাৰিছিল, সেয়েহে একমাত্ৰ সন্তোষৰ বিষয়।

নাপলেয়ঁ সম্পৰ্কে প্ৰকৃত তথ্য জনাৰ পক্ষে ইংৰাজ ঐতিহাসিক-সকল নিৰ্ভৰযোগ্য নহয় বুলি কোৱা কথাৰ প্ৰত্যুত্তৰত প্ৰশ্ন উঠিব পাৰে যে ইংৰাজ ঐতিহাসিকসকল নিৰ্ভৰযোগ্য নহয় যদি, ফৰাচী

---

৬৫৯(ক) *Diary of St Helena* Montholon quoted by Abbott

ঐতিহাসিকসকল তাতোকৈ নির্ভৰৰ অযোগ্য ন'হবনে ? ফৰাচীয়েতো নাপলেয়ঁৰ গুণ গাবই। কিন্তু এই যুক্তি অমূলক। নাপলেয়ঁ ফৰাচী নাছিল, আছিল এজন ঔপনিবেশিক (Colonial)। নাপলেয়ঁৰ পতনৰ পিছতো বুৰ্বঁ ৰজাই অপাৰ ধন ভাঙি ফৰাচী লিখকৰ হতুৱাই নাপলেয়ঁৰ বিৰুদ্ধে নানা মিছা কথা লিখোৱাইছিল। ইংলণ্ডৰ দৰে ফ্ৰান্সতো নাপলেয়ঁৰ অপৰ্য্যাপ্ত শত্ৰু আছিল। আগতে কোৱা হৈছে যে নাপলেয়ঁ ক্ষমতালৈ অহাৰ সময়ত ফ্ৰান্সত দুটা ৰাজনৈতিক দল আছিল—ৰোয়ালিস্ত্ আৰু জাকৰেঁ। অভিজাত সম্প্ৰদায়ৰ ৰোয়ালিস্ত্ দলে আজীৱন নাপলেয়ঁৰ শত্ৰুতা কৰিছিল, বিদেশীৰ লগত যোগ দি দেশবাসীৰ বিপক্ষে অস্ত্ৰ ধৰিছিল। সেই সম্প্ৰদায়ৰ লোকে যিমান পাৰে সিমান নাপলেয়ঁৰ অপযশ ৰটিছিল।

গণৰাষ্ট্ৰ উচ্ছেদ কৰি সাম্ৰাজ্য থাপনা কৰাৰ ফলত জাকৰেঁ দলৰ নেতাসকলো নাপলেয়ঁৰ ঘোৰ শত্ৰু হৈ উঠিছিল। নাপলেয়ঁক হত্যা কৰিবলৈ সিসকলে নানান ষড়যন্ত্ৰ চলাইছিল। নাপলেয়ঁৰ উদ্দেশ্য আৰু অক্লান্ত চেষ্টা আছিল, পুৰণিবো সকলো দলিয়াই নেপেলাই, নতুনৰো কিছু পৰিহাৰ কৰি, দুই নীতি আৰু দুয়োটা দলৰ মাজত সমন্বয় ঘটাই, ফ্ৰান্সলৈ শান্তি ঘূৰাই অনাৰ। তাৰ বাবেই তেওঁ দুয়ো দলৰে বিৰাগভাজন হ'বলগীয়াত পৰিছিল।[৬৫৯ খ] গতিকে ভালেকেইজন যশস্বী ফৰাচী মনীষীয়ে নাপলেয়ঁৰ বিৰুদ্ধে বিষোদ্গীৰণ কৰি থৈ যোৱাটো আচৰিত কথা নহয়।

সেইসকলৰ মাজত শ্যাতব্ৰিয়ঁা, মাদাম দ স্তাবেল, লামাৰ্তিন, তেইন আৰু মাদাম দ ৰেমুচাৰ নাম উল্লেখযোগ্য। নাপলেয়ঁৰ পতন যেতিয়া আগন্তুক যেন দেখা গৈছিল, তেতিয়া শ্যাতব্ৰিয়ঁাই

---

৬৫৯(খ) ৰাজনৈতিক দলৰ নেতাসকলৰ বিৰাগভাজন হ'লেও সেই কাৰণতে আকৌ ফৰাচী প্ৰজাই তেওঁক দেৱতা দেখাদি দেখিছিল, ফৰাচী মাকহঁতে বুকু উদঙাই হাজাৰে হাজাৰে ল'ৰা আগবঢ়াই দিছিল তেওঁৰ বাবে প্ৰাণ বিসৰ্জন দিবলৈ।

তেওঁক আক্ৰমণ কৰিছিল পৰৱৰ্ত্তী ৰজাৰ অনুগ্ৰহৰ আশাত।" মাদাম দ ষ্টায়েল নাপলেয়ঁৰ প্ৰণয়প্ৰাৰ্থী হৈ উপেক্ষিতা হৈছিল।

> **Heaven has no rage like love to**
> **hatred turned,**
> **Nor hell a fury like a woman scorned.**

তাৰ পিছৰপৰা মাদামে নাপলেয়ঁৰ বিৰুদ্ধ সমালোচনা কৰাকে জীৱনৰ ব্ৰত কৰি লৈছিল। মেধাশক্তিৰ পিনৰপৰা চালে, অকল ফ্ৰান্সতে নহয়, সেই যুগৰ ইউৰোপত, মাদাম দ ষ্টায়েল অদ্বিতীয়া মহিলা আছিল, কিন্তু সেই শক্তিৰ সৰহভাগ তেখেতে খটুৱাইছিল নাপলেয়ঁৰ নিন্দাত। অৱশেষত তেওঁৰ সমালোচনাই যেতিয়া শালীনতাৰ সীমা পাৰ হৈ যাবলৈ ধৰিলে আৰু তেওঁৰ পাৰীৰ চালঁ (বৈঠকখানা) ষড়যন্ত্ৰৰ বাঁহ হৈ উঠিল, নাপলেয়ঁই তেতিয়া তেওঁক ৰাজধানীৰ বাহিৰে থাকিবলৈ, আৰু বিনা অনুমতিৰে ৰাজধানীত নোসোমাবলৈ আদেশ দিছিল। নাপলেয়ঁ এল্বাৰপৰা ঘূৰি অহাৰ পিছত এই গৰাকী মহিলাযে নাপলেয়ঁলৈ লিখিছিল যে তেখেতৰ দেউতাকে আগৰ ফৰাচী চৰ্কাৰৰপৰা পাবলগীয়া দুই নিযুত ফ্ৰাঙ্ক ৰূপ তেখেতক (মাদামক) যদি দিয়া হয়, তেখেতে নাপলেয়ঁৰ সপক্ষে তেখেতৰ সাহিত্যিক প্ৰতিভা প্ৰয়োগ কৰিব। এই চিঠিৰপৰাই বুজিব পাৰি মাদাম দ ষ্টায়েলৰ সমালোচনাৰ মূল্য কিমান।৬৬

---

৬৬০ This old opponent writes to him, admires his conduct, and promises that if he will restore the two million francs which France still owes her father, she will in future devote her literary gifts to the cause of France The pity of it! Through making this stipulation so splendid a woman must come down to history as beaten in the game! E L

মাদাম দ বেমুচা আছিল তালেৰাঁৰ অন্তৰঙ্গ বান্ধৱী। তেখেতৰ জীৱন-সোঁৱৰণীখন ১৮১৫ চনত তেখেতে পুৰি পেলাই, তিনি বছৰৰ পিছত নকৈ এখন জীৱন-সোঁৱৰণী লিখিছিল, কাৰণ ১৮১৮ চনত ফ্ৰান্সত নাপলেয়ঁৰ সপক্ষে এষাৰ মাত মতাটোও ৰাজদ্ৰোহ।[৬৬১]

লামাৰ্তিন, তেইন আদিৰ কথা অৱশ্যে সুকীয়া। তেওঁলোক আছিল আদৰ্শবাদী, আদৰ্শৰ দিশৰপৰা তেওঁলোকে নাপলেয়ঁক গৰিহনা দিছে। নাপলেয়ঁ আছিল কাৰ্য্যোদ্ধাৰক ৰাজনীতিজ্ঞ পুৰুষ (practical statesman), ৰাজনীতিৰ দলাদলিৰ বাস্তৱতাৰ মাজত আদৰ্শ সদায় নিতিষ্ঠে। এই কথাও উল্লেখ কৰা যুগুত হ'ব যে লামাৰ্তিনে ঠাযে ঠাযে নাপলেয়ঁৰ উচ্চ প্ৰশংসাও কৰি থৈ গৈছে।

লোকৰ মুখে শুনা কথা আৰু কাগজপত্ৰ পঢ়ি জনা কথাতকৈ চকুৰে দেখা কাণেৰে শুনা কথাৰ মূল্য সৰহ। নাপলেয়ঁৰ ঘনিষ্ঠ সম্পৰ্কত আহিবলৈ যিসকলে সুযোগ পাইছিল, সিসকলৰ কথাৰপৰা ক্ষমতাচ্যুত হোৱাৰ পিছত চেইণ্ট হেলেনাত নাপলেয়ঁই হিয়া উবুৰিয়াই অন্তৰঙ্গসকলক কোৱা কথাবোৰৰপৰা আৰু তেওঁ লিখা চিঠিপত্ৰ, তেওঁ দিয়া আদেশ নিৰ্দেশৰপৰা নাপলেয়ঁৰ প্ৰকৃত ৰূপ যিদৰে দেখিবলৈ পোৱা যায়, পণ্ডিত ঐতিহাসিকসকলৰ লেখনীৰপৰা ওলোৱা বিবৰণ পঢ়ি সেইদৰে দেখিবলৈ পোৱা নাযায়। লা-কাচ, বেত্ৰ্ঁা, মঁথলঁ, গুৰ্গ আদিৰ জীৱন-সোঁৱৰণী পঢ়ি চালেহে বুজিব পাৰি কিয় নাপলেয়ঁক মানৱশ্ৰেষ্ঠ বোলা হয়।

যি কোনো মহাপুৰুষৰ জীৱনী মেলি চালে দেখিবলৈ পোৱা যায়

---

৬৬১ But we can never forget that she burnt her real, contemporary memoirs in 1815, and that she those now published were composed three years afterwards, during the bitterest reaction of the Restoration, when it was considered indecent to allude to the Emperor

Moreover, she was the close friend of Talleyrand
Rosebery

যে তেনে পুৰুষসকলৰ জীৱন কালত সাধাৰণতে তেওঁলোকৰ প্ৰতি সুবিচাৰ কৰা নহয়। চক্ৰাতেচক বিহ খুৱাই আৰু খ্ৰীষ্টক পিণ্ডত দি বধ কৰা হৈছিল। সিমান দূৰলৈ যাবই নালাগে, সৌ সিদিনা এটা আততায়ীয়ে মহাত্মা গান্ধীৰ বহুমূলীয়া জীৱনৰ সামৰণি মাৰিছিল। সময়ৰ ব্যৱধানেহে তেনে পুৰুষসকলৰ প্ৰকৃত ৰূপ পৰৱৰ্তী যুগৰ চকুত পৰিষ্কাৰকৈ ফুটাই তোলে। এই সম্বন্ধে কৰ্লেকুৰে কোৱা দুআষাৰমান কথা দোহঁৰাৰ লোভ সামৰিব নোৱাৰিলো: "যিজনেই মানৱজাতিৰ ওপৰত, তেনেজনৰ প্ৰতি সততে লোকে অবিচাৰ কৰা দেখিবলৈ পোৱা যায়। সময়ে সকলো কথাৰে সূক্ষ্ম বিশ্লেষণ কৰে। সকলো বিদ্বেষৰ যেতিয়া ওৰ পৰিব, তেতিয়া মানবজাতিয়ে নাপলেয়ঁক জনগণৰ কাণ্ডাৰী আৰু উদাৰনীতিমূলক অনুষ্ঠানসমূহৰ স্থপতি বীৰৰ ৰূপত বুৰঞ্জীৰ সমুখত দাঙি ধৰিব। কাৰ্যক্ষেত্ৰত কেনে অন্তৰায়ৰ তেওঁ সমুখীন হ'বলগীয়া হৈছিল, তেতিয়াহে লোকে বুজিব।"

কৰ্লেকুৰৰ এই ভৱিষ্যৎবাণী অথলে যোৱা নাই। তথাপি একো একোজন ইংৰাজ লিখকে আজিৰ দিনতো নাপলেয়ঁৰ দোষ খুচৰি উলিওৱাৰ চেষ্টা দিয়া দেখা যায়।[৬৬২(ক)] কিন্তু কেঁচু খনাৰ এনে অপচেষ্টাত সাপ হে ওলায়। পুৰাকালৰ গ্ৰীক উপকথাবীৰ ইচপৰ শাৰীৰে ফৰাচী উপকথা ৰচোঁতা লা ফঁতেনে কৈছে, "সমালোচনা সুকৰ, শিল্পীৰ সাধনা দুষ্কৰ।"[৬৬২(খ)]

নাপলেয়ঁৰ বিৰুদ্ধে অপপ্ৰচাৰৰ যুগ উকলি গ'ল। তেওঁৰ সম্বন্ধে প্ৰকৃত তথ্য সকলোবোৰ লাহে লাহে প্ৰকাশিত হোৱাৰ লগে লগে তেওঁ যে অকল অৰ্বাচীন যুগৰ শ্ৰেষ্ঠতম দিগ্বিজয়ী বীৰেই নাছিল, মহান চৰিত্ৰৰ, মহান আদৰ্শেৰে অনুপ্ৰাণিত এজন অতি দূৰদৰ্শী

---

৬৬২(ক) জে এম টমচনে লিখা নাপলেয়ঁৰ জীৱন চৰিত ১৯৫২ চনত প্ৰকাশিত হয়।

৬৬২(খ) La critique est facile, l'art difficile Criticism is easy, art difficult

ৰাজপুৰুষো আছিল, সেই কথা সকলো দেশৰ পণ্ডিতমণ্ডলীয়ে আজি স্বীকাৰ কৰিছে। তথাপি এসময়ত তেওঁৰ বিৰুদ্ধে যি অপপ্ৰচাৰ চলিছিল তাৰ জেৰ এতিয়াও সম্পূৰ্ণৰূপে মাৰ যোৱা নাই। সেই কাৰণেই আজিৰ দিনতো কেতিয়াবা কেতিয়াবা সেই প্ৰশ্ন শুনিবলৈ পোৱা যায়—নাপলেয়ঁ সম্বন্ধে দুটা 'ভাৰ্চন' আছে, নহয়নে ?

[ টোকা . কিৰ্‌খেইচেন বোলা এজন জাৰ্মান (?) ঐতিহাসিকে তেওঁ লিখা ন-খণ্ডীয়া নাপলেয়ঁৰ জীৱনচৰিতৰ অন্তত, নাপলেয়ঁ সম্বন্ধে অকল ইউৰোপৰ প্ৰধান প্ৰধান ভাষাত প্ৰকাশিত লেখত ল'বলগীয়া পুথিৰ যিখন তালিকা ( bibliography ) দিছে, তাত এক লাখ পুথিৰ বিবৰণ আছে। সেই তালিকা যুগুত কৰোঁতে বোলে দহ বছৰ লাগিছিল।[৬৬৩] গতিকে নাপলেয়ঁ সম্বন্ধে জানিবৰ বাবে কিতাপৰ নাটনি নাই, কিতাপ বাছি লোৱা হে সমস্যা। নাপলেয়ঁৰ ৰাজত্বকালৰ সকলোতকৈ বিস্তৃত আৰু শ্ৰেষ্ঠ বুৰঞ্জীখন হ'ল টিয়েৰৰ Le Consulat et l'Lempire ( ল কঁচুলা এ লঁপিৰ্ )। বিশ্বৰ কোনো ভাষাত কোনো যুগৰ এইখনতকৈ হৃদয়গ্ৰাহী বুৰঞ্জী আজিলৈকে ওলোৱা নাই। এইখন পুথিক গিবনৰ The Decline and Fall of the Roman Empire অতকৈয়ো উচ্চ পৰ্য্যায়ৰ বুৰঞ্জী বুলি ক'লে সম্ভৱত ভুল কৰা ন'হ'ব। নাপলেয়ঁৰ সূক্ষ্ম সমালোচকসকলে অৱশ্যে পুথিখনক পক্ষপাতী বুলি ক'ব খোজে।[৬৬৪] যি কি নহওক, টিয়েৰৰ পুথিখনি হ'ল ফৰাচী জাতিৰ বুৰঞ্জীৰ এটি যুগৰ কাহিনী। নাপলেয়ঁৰ জীৱনী গ্ৰন্থ হিচাপে ফ্ৰেদেৰিক মাঁচৰ তেৰখণ্ডীয়া জীৱনীখনেই সৰ্বোৎকৃষ্ট আৰু বিশ্বস্ত বুলি পৰিগণিত হয়। নাপলেয়ঁৰ দোষগুণ, তেওঁৰ চৰিত্ৰৰ সকলোবোৰ দিশৰে সূক্ষ্ম বিশ্লেষণ সেই পুথিত পোৱা যায়। প্ৰায় সকলোবোৰ য়ুৰোপীয় ভাষালৈ পুথিখনি অনূদিত হৈছে। কিন্তু সৰ্বসাধাৰণ পাঠকৰ পক্ষে

৬৬৩ J M Thompson

৬৬৪ Several editions of the English translation are available Thiers shows an unmistakable tendency, especially in the earlier half of his work, unduly to glorify the Napoleonic regime The work is nevertheless important and is probably the most interesting history in twenty volumes ever written James Harvey Robinson

*Readings in European History.*

এই বিছথণ্ডীয়া প্ৰকাণ্ড বুৰঞ্জী আৰু তেৰখণ্ডীয়া জীৱনচৰিত্ৰখন পঢ়া সম্ভৱপৰ নহয়। নাপলেয়ঁৰ চমু জীৱনীৰ মাজত লুডভিযে লিখা জীৱনীখন বাছকবনিয়া। কিন্তু এইখন পুথি এক দিশৰপৰা অসম্পূৰ্ণ। লুড্‌ভিযে, নাপলেয়ঁ মানুহজনকহে বিশ্লেষণ কৰিছে,[৬৬৫] যুদ্ধবিগ্ৰহাদি, তেওঁৰ জীৱনত ঘটা নানান ৰহস্যময় ঘটনাৱলীৰ বিশদ বৰ্ণনা এই পুথিত নাই। সেইবিলাক কথা জানিবলৈ হ'লে আন পুথিৰ সহায় ল'বলগীয়া হয়।

নাপলেয়ঁৰ গুণমুগ্ধ উপাসক মাৰ্কিন লিখাক জোচেফ্‌ এবটে লিখা নাপলেয়ঁৰ জীৱন-চৰিতখন জনপ্ৰিয় পুথি, কিন্তু পুথিখন অলপ পক্ষপাতী। তথাপি, পুথিখনৰ ভাষা আবেগপূৰ্ণ, ওজস্বিনী, হৃদয়গ্ৰাহী। পুথিখনৰ প্ৰথম প্ৰকাশন হৈছিল উনৈশ শতিকাৰ পঞ্চম দশকৰ পিছত—তৃতীয় নাপলেয়ঁৰ ৰাজত্ব কালত। অলপতে পুনৰমুদ্ৰণ হোৱালৈ চাই বুজিব লাগিব যে এক শতিকাৰ পিছতো পুথিখনৰ জনপ্ৰিয়তা অটুট আছে। নাপলেয়ঁ সম্বন্ধে জানিবলগীয়া প্ৰায় সকলো কথা চমুকৈ জনাৰ পক্ষে এই দুখন পুথিয়েই যথেষ্ট।

চেইণ্ট হেলেনাৰ কাহিনী জানিব খুজিলে লৰ্ড ৰ'জবেৰীৰ পুথিখনেই প্ৰশস্ত, কিন্তু আজিকালি দুষ্প্ৰাপ্য।]

৬৬৫ "In this book I have tried to write the inner history of Napoleon" E L

## ২

The story of Napoleon produces on me an impression like that produced by the Revelation of Saint John the Divine We all feel there must be something more in it, but we do not know what
Goethe (As translated by E L)

যিসকল কৰ্মীপুৰুষ সঁচাকৈয়ে মহান, সিসকলক এভাগ লোকে পূজা কৰে, আৰু এভাগে বধিবলৈ বিচাৰে, সিসকলৰ সম্বন্ধে মজামজি মনোভাব কোনেও পোষণ নকৰে। প্ৰকৃত মাহাত্ম্যৰ ই এক নিৰ্ভুল চিন। নাপলেযঁৰ ক্ষেত্ৰতো সেয়ে ঘটিছিল।৬৬৬

নাপলেযঁ সঁচাকৈয়ে মহান আছিল নে নাই, সেই প্ৰশ্নৰ উত্তৰত লৰ্ড ৰ'জবেৰীয়ে কৈছে, শক্তি, প্ৰাধান্য, মানুহ হৈ জন্ম লৈ অতিমানবীয কাৰ্য্য সম্পাদন কৰিব পৰা ক্ষমতাক যদি মাহাত্ম্য বোলা হয়, তেতিয়াহলে নাপলৈয়ঁ নিঃসন্দেহে মহান। গ্যেটেও একেষাৰ কথাকে কৈছে ( ১ম খণ্ড ১৬ পৃঃ )। প্ৰতিভা এটি অবৰ্ণনীয় জ্যোতি। প্ৰতিভাৰ উপৰিও একোজন মানুহৰ মাজত অসামান্য দৈহিক আৰু মানসিক শক্তিৰ এনে অলৌকিক সমাবেশ কেতিয়াও ঘটা নাছিল।

৬৬৬ A sure test of greatness in men of action is the absence of lukewarmness with regard to them The idolatry and hatred which Napoleon inspired survived him too long to allow of the play of reason Rosebery

ঈশ্বৰপ্ৰদত্ত মানৱিক শক্তিৰ সম্ভাব্য পৰিসীমা নাপলেয়ঁই যিমান দূৰলৈ বঢ়াইছিল, সিমানলৈ আন কোনেও কেতিয়াও বঢ়াব পৰা নাই। একেজনৰ মাজতে অসামান্য সামৰিক আৰু অসামৰিক প্ৰতিভাৰ এনে সমন্বয়, নাপলেয়ঁৰ আবিৰ্ভাৱলৈকে কোনেও কল্পনাকে কৰিব পৰা নাছিল। লৰ্ড ডাড্‌লেই ক'বৰ দৰে, "অতীতৰ সকলো কীৰ্তিৰ তেওঁ মূল্য হ্ৰাস কৰিলে, আৰু ভৱিষ্যতলৈকো কীৰ্তি আৰ্জনৰ বাট মাৰি থৈ গ'ল," অৰ্থাৎ এনে কীৰ্তি আৰু গৰিমা অতীততো কোনেও আৰ্জিব পৰা নাই, ভৱিষ্যততো অৰ্জা অসম্ভৱ। আধিপত্য, দীপ্তি আৰু তাৰ পিছত পতনৰ আন এটি এনে উদাহৰণ বুৰঞ্জীত পাবলৈ নাই।[৬৬৭]

সেই কাৰণেই মানৱ জাতিৰ চকুত নাপলেয়ঁ এটি ৰহস্য। অক্লান্ত গৱেষণাযো সেই ৰহস্য ভেদ কৰিব পৰা নাই। এজাত সমালোচকৰ মতে তেওঁৰ চৰিত্ৰ এনে জটিল, তেওঁৰ প্ৰতিভা এনে বহুমুখী যে তাৰ বিশ্লেষণ কৰি অন্ত কৰিব নোৱাৰি। আন এজাতৰ মতে তেওঁৰ চৰিত্ৰত জটিলতা অকণো নাই, তেওঁ আছিল নিয়তিৰ

---

৬৬৭ Was he a great man ? If greatness stands for natural power, for predominance, for something human beyond humanity, then Napon was assuredly great Besides that indefinable shark we call genius he represents a combination of intellect and energy which has never perhaps been equalled, never, certainly surpassed He carried human faculty to the farthest point of which we have accurate knowledge Till he lived no one could realize that there could be so stupendous a combination of military and civil genius, such comprehension of view united to such grasp of detail, such prodigious vitality of body and mind "He has thrown a doubt", says Lord Dudley, "on all past glory, he has made all future renown impossible "

No name represents so completely and conspicuously dominion, splendour and catastrophe Rosebery

হাতৰ এটি পুতলা। ভাগ্যই তেওঁক যেনি টানি নিছিল, সেই পিনেদিয়েই তেওঁ গৈ আছিল। নাপলেয়ঁই নিজেও কৈছিল, "পৰিস্থিতিৰ দুৰ্বাৰ সোঁতত মই নিজক উটুৱাই দিছিলোঁ, লেগাম টানি ধৰিছিলো যদিও, নিজৰ ওপৰত মোৰ প্ৰভুত্ব নাছিল।"

এই কথাকে সঁচা বুলি মানি ল'লে তেওঁৰ কৰ্মাৱলীৰ কাৰণ অনুসন্ধান নিৰৰ্থক।[৬৬৮]

লৰ্ড ৰ'জবেৰীৰ মতে সংসাৰৰ গতিবিধি নিৰূপণত ঐশিক শক্তিৰ হাত আছে বুলি যিসকল দাৰ্শনিকে বিশ্বাস কৰে, সিসকলৰ মানত নাপলেয়ঁ ৰহস্য নহয়। ৰজা আৰু অভিজাতৰ অত্যাচাৰত, দুৰ্নীতিৰ হেঁচাত, সেই যুগৰ গেলি পচি উৰলি যোৱা ইউৰোপীয় সমাজত অস্ত্ৰোপচাৰৰ আৱশ্যক হৈছিল, সেই অস্ত্ৰোপচাৰ কৰিবলৈকে অলৌকিক শক্তি লৈ নাপলেয়ঁ আবিৰ্ভাৱ হৈছিল, কাম সমাধা হোৱাৰ পিছত তেওঁ আঁতৰি গ'ল।

ফ্ৰান্সৰ ৰাজমুকুত সম্বন্ধে নাপলেয়ঁই যিষাৰ কথা কৈছিল—"ফ্ৰান্সৰ ৰাজমুকুট আলিৰ দাঁতিৰ নৰ্দমাত পৰি আছিল, তৰোৱালৰ আগেৰে তাকে মই বুটলি লৈছিলোঁ"—সেইষাৰ কথা সেই সময়ৰ ফ্ৰান্সৰ শাসনযন্ত্ৰৰ ক্ষেত্ৰতো খাটে। নৰ্দমাত পৰি থকা গেলি পচি যোৱা শাসনযন্ত্ৰকো বুটলি লৈ ধুই পখালি তেওঁ নিকা কৰিছিল, আৰু তাৰ পিছত তৰোৱালৰ বলেৰে বিপ্লৱৰ নীতি প্ৰচাৰ কৰি, ইউৰোপ

---

৬৬৮ A problem he is and must ever remain Mankind will always delight to scrutinize something that indefinitely raises its conception of its own powers and possibilities For this reason alone it seeks, but eternally in vain, to penetrate the secret of this prodigious human being In spite of all the delving, mining and analysis what secret there is will probably evade discovery Partly it may be argued, it is so complex Partly, it may be contended, because there are none,—there are only the play and procession of destiny Rosebery

মহাদেশৰ ৰজা-মহাৰজাসকলকো নিজৰ নিজৰ শাসনযন্ত্ৰ ধুই-পখালি নিকা কৰিবলৈ বাধ্য কৰিছিল। তেওঁৰ পতনৰ পিছত ইউৰোপীয় ৰাজ্যসমূহৰ শাসনযন্ত্ৰত পুনৰ কেৰোণে ধৰিছিল হয়, কিন্তু সেই কেৰোণ সৰহদিন ন'ৰ'ল। লাহে লাহে ফৰাচী বিপ্লৱৰ নীতিকে মানি লবলৈ সমগ্ৰ ইউৰোপ বাধ্য হৈছিল।[৬৬৯]

* * *

নাপলেয়ঁৰ প্ৰতিভা সঁচাকৈয়ে আছিল অলৌকিকৰূপে বহুমুখী। টিম্বেৰে কোৱা কথা এষাৰ আগত উল্লেখ কৰা হৈছে (পৃঃ ৯): "বিধিৰ কি অদ্ভুত বিধান মতে একেজন মানুহেই সেই যুগৰ শ্ৰেষ্ঠতম যোদ্ধা, শ্ৰেষ্ঠতম আইনকৰ্তা, শ্ৰেষ্ঠতম শাসক আৰু শ্ৰেষ্ঠতম লিখক হ'ব পাৰিছিল, ক'ব নোৱাৰি।" সেই কাৰণে নাপলেয়ঁৰ শত্ৰু লামাৰ্তিনেও ক'বলগীয়াত পৰিছিল ০ "ঈশ্বৰে যিমান বস্তু সৃজিলে তাৰ মাজত নাপলেয়ঁই সকলোতকৈ মহান, আশ্চৰ্য্য বস্তু।" সেই দেখি সৃষ্টিৰ

---

৬৬৯ By the philosopher, and still more, by the philosopher who believes in divine guidance of humain affairs, the true relation of Napoleon to the world's history will be reduced to a very simple conception , that he was launched into the world as a great natural or super-natural force to effect a vast operation, and that when he had accomplished it he was removed

What he said of the crown of France is absolutely true of its government ' I found it in the gutter and picked it up on my sword s point " The gutter government he replaced by a new administrative machine, trim, pervading and efficient

As the sword and spirit of the Revolution he descends upon the monarchies, and compels them to set their houses in order True, after his fall they relapse But it is only for a space, and reform and not revolt is soon busy among them Rosebery

এক অলৌকিক বিকাশৰূপে নাপলেয়ঁ আৰু তেওঁৰ জীৱন-কাহিনীয়ে চিৰকাললৈ মানুহৰ মন আকৰ্ষণ কৰিব ঃ

সৈনিক, নেতা আৰু বীৰ হিচাপে বুধজনে নাপলেয়ঁক আলেকজাণ্ডাৰ আৰু জুলিয়াচ চিজাৰৰো ওপৰত স্থান দিছে। এই সম্বন্ধে বহলাই কোৱাৰ সকাম নাই।

সামৰিক নেতাৰ উপৰিও তেওঁ আছিল এজন অসামান্য শাসক। শাসনযন্ত্ৰৰ অকণমানি ত্ৰুটি গাঁথিলে এটিয়েও তেওঁৰ দৃষ্টি এৰাই যাব নোৱাৰিছিল। তেওঁ নিজেই আছিল তেওঁৰ সামৰিক দপ্তৰ, পৰৰাষ্ট্ৰ দপ্তৰ, গৃহ, বিত্ত সকলো দপ্তৰ। নেতাবিলাকৰ যুদ্ধৰ মাজতো প্ৰজাহিতকৰ অগণন গঠনমূলক কামৰ বাবে, প্ৰজাই কৰৰ ভাৰ গম নোপোৱাকৈ, কি উপায়েৰে তেওঁ ধন যোগাৰ কৰিছিল সিও এক ৰহস্য। এই বিষয়ত তেওঁৰ লগত তুলনা কৰিব পাৰি মাথোন এজনক—কুৰি শতিকাৰ আগভাগৰ জামান বিত্তমন্ত্ৰী Financial wizard ডক্টৰ শাখ্‌তক।

যুদ্ধ চলি থকা সময়তো নানা বিধৰ, নানা বিভাগৰ খুটি-নাটি সকলো কথালৈ তেওঁ মন দিব পাৰিছিল কেনেকৈ? সেই প্ৰশ্নৰ উত্তৰত তেওঁ নিজে কোৱা কথা এষাৰকে ক'ব লাগিব ঃ "মোৰ মূৰটোৰ ভিতৰত কেতবোৰ থাকচ আছে ; যেতিয়া কি কামৰ বাবে

৬৭০ As to the complexity of the problem, as to the variety of the man, there can be no doubt He is so multifarious, luminous and brilliant that he gives light from a thousand facets His methods and morals are profoundly interesting for mankind We study them as we would the least facts concerning a supernatural visitant, yet linked to ourselves by the bond of humanity

Rosebery

৬৭১ We do not discuss his military greatness; that is universally acknowledged The military genius of Napoleon is unsurpassed, but that does not represent his whole career Rosebery

খিনিটো বাকচৰ প্ৰয়োজন হয়, তাক খোলোঁ, কামটো হৈ গ'লেই জপাই থওঁ, আন এটা বাকচ খুলি আনি কামত হাত দিওঁ, তেনেকৈ বাউতে গোটেইবোৰ বাকচ জপাই দিওঁ।" এই অদ্ভুত কৰ্মশক্তিৰ উপৰিও আছিল তেওঁৰ অলৌকিক স্মৃতিশক্তি।[৬৭২]

তাৰ উপৰিও তেওঁ আছিল জগতৰ শ্ৰেষ্ঠ সমাজ-সংস্কাৰক ( ১১০ পৃষ্ঠা চাওক )।

আইনকৰ্তা হিচাপে বুৰঞ্জীত তেওঁ যি স্থান পাইছে, সেই সম্বন্ধে আগতে বহলাই কোৱা হৈছে। তেওঁৰ সামৰিক কীৰ্তি লুপ্ত হ'লেও, 'ক'দ নাপলেয়ঁ' লুপ্ত নহয়।[৬৭৩]

এই বিলাকৰ উপৰিও ফ্ৰান্সলৈ নাপলেয়ঁৰ এটি বহুমূলীয়া অৱদান সম্বন্ধে মাৰ্কিণ পণ্ডিত ডাব্লিউ বি মানৰ'ই কোৱা কেইআষাৰ-

---

৬৭২ He was a great administrator He controlled every wheel and spring, large or small, of his vast machinery of government He was his own War Office, his own Foreign office, his own Admiralty, his own Ministry of every kind

His financial management, by which he sustained a vast empire with power and splendour, but with rigid economy and without a debt, was a marvel and a mystery In all the offices of state he knew everything He himself aptly enough compared his mind to a cupboard of pigeon-holes Moreover, his inexhaustible memory made him familiar with all the men and all the details as well as with all the machinery of the government Rosebery

৬৭৩ Then he was a great legislator The positive and permanent part of his work is, of course, the code Wars end, conquests shrink all that passed away with him, but the code remains and profoundly affects the character of the nation as well as of the other races to which it has been extended Rosebery

মান কথাৰ উদ্ধৃতি আগত দিয়া হৈছে (পৃষ্ঠা ২৮২-২৮৩)। নাপলেয়ঁৰ যুগত ঐশ্বৰ্য্য আৰু আধিপত্যৰ যি স্তৰলৈ ফৰাচী জাতি উঠাইছিল, তাৰ জলমলীয়া স্মৃতিয়ে সেই জাতিৰ হিয়াত আজিও পুলকৰ শিহৰণ জগায়। বিপদগ্ৰস্ত হৈ ম্ৰিয়মান হ'লেও সেই যুগৰ স্মৃতিয়ে ফৰাচীৰ প্ৰাণলৈ উৎসাহ, উত্তম, গৰ্ব ঘূৰাই আনে। তাৰ বলতে তিনিখনকৈ মহামাৰী যুদ্ধৰ ফলত মৃতপ্ৰায় অৱস্থাত পৰিও পুনৰ ফৰাচী জাতিয়ে মূৰ দাঙি উঠিব পাৰিছে।[৬৭৪]

এতিয়া প্ৰশ্ন হ'ল এনে এজন আসৰিশ পুৰুষৰ পতন আৰু অবৰ্ণনীয় দুৰ্দশা হ'বলৈ পালে কেনেকৈ ?

সেই প্ৰশ্নৰ উত্তৰত লৰ্ড ৰ'জবেৰীয়ে কৈছে, "অসীমিত ক্ষমতাৰ ভৰ মানৱ দেহে সৰহ দিন সহ্য কৰিব নোৱাৰে। প্ৰতিখন যুদ্ধত জিকি, প্ৰত্যেক কামত কৃতকাৰ্য্য হৈ, পিছলৈ নাপলেয়ঁৰ মনত বিশ্বাস জন্মিছিল যে তেওঁ কৰিব নোৱৰা কাম পৃথিবীত নাই, গতিকে উনৈছ শতিকাতো আলেকজাণ্ডাৰক তেওঁ অনুকৰণ কৰিব পাৰিব। দ্বিতীয় আলেকজাণ্ডাৰ হোৱাটো আছিল তেওঁৰ ল'ৰালিৰ সপোন, মাজ বয়সত সেই সপোন মাৰ যোৱা উচিত আছিল।

"ইটো স্তৰৰ ওপৰত সিটো স্তৰকৈ তেওঁৰ বিশাল প্ৰাসাদ তেওঁ

---

৬৭৪ One other positive result, which is in truth scarcely less substantial than the code, may be laid to his account He has left behind the memory of a period of splendour and domination, which, even if it did not keep the imagination of the people in perpetual glow, remains a symbol as monumental and visible as the tomb in the Invalides, to stimulate the national ambition France, in chill moments of disaster, will turn and warm herself at the glories of Napoleon The atmosphere is still imbued with the light and heat of the imperial era, with the blaze of victories, and with the lustre of those years when Europe was the anvil for the hammer of France
Rosebery

গাঁথি থৈ আছিল, কিন্তু তলত তেটিয়া কি অৱস্থা ঘটিছিল, সেই পিনে চকু দিবলৈ তেওঁ আজৰি পোৱা নাছিল। তেওঁৰ প্ৰাসাদৰ তেটি আছিল কৰাচী জাতি। কিন্তু সেই জাতিৰ শক্তিৰো এক সীমা আছিল। সেই সীমা অতিক্ৰম কৰিবলৈ যাওঁতে নাপলেয়ঁৰ প্ৰাসাদ ভাঙি পৰিল।

"গতিকে, আমাৰ বোধেৰে শেহলৈ মস্তিষ্কৰ বিকৃতি নঘটিলেও নাপলেয়ঁই বিচাৰ-বুদ্ধি হেৰুৱাইছিল।

"তেওঁ যদি অলপ লাহে লাহে আগুৱালেহেঁতেন, অলপ থমকি প্ৰাসাদ যিমানলৈকে গঢ়িছিল, সিমানতে বৈ, তাকে অলপ কটকটীয়া কৰিবলৈ চেষ্টা কৰিলেহেঁতেন, তেতিয়াহ'লে আৰু কত কি অসাধ্য যে তেওঁ সাধন কৰিব পাৰিলেহেঁতেন, কল্পনা কৰিও অন্ত কৰিব নোৱাৰি।[৬৭৫]

---

৬৭৫ In a career of a score of years he crowded his own dazzling career, his conquests, his triumphal assault on the old world In a brief space we see the lean and hungry looking conqueror swell into the sovereign and then into the sovereign of sovereigns Then comes the catastrophe

The truth we take to be is this The mind of man has not in it sufficient ballast to enable it to exercise, or endure for long supreme, uncontrolled power Or to put it in other words, the human frame is unequal to anything approaching omnipotence

He arrived at the conclusion, *and probably a just one,* that his genius was as unfailing and supreme in the art of statesmanship as in the art of war, and that he was as much the first ruler as the first captain of the world Nothing seemed (to him) impracticable, nothing illusory Why should it? He had never failed, except perhaps at Acre. There seemed to be nothing to check a second Alexander, he whose career had inspired his boyish dreams. Had he proceeded more slowly, had he taken time to realize and consolidate his acquisitions, it is→

এইখিনি কথাৰ ভাবাৰ্থ হ'ল, নাপলেয়ঁ যেতিয়া ক্ষমতাৰ উচ্চ শিখৰত, তেতিয়া স্পেইন আৰু ৰুছিয়া আক্ৰমণ কৰিবলৈ ন'গৈ, গঠনমূলক কামত তেওঁ হাত দিব লাগিছিল।

লৰ্ড ৰ'জবেৰীৰ এই উক্তি দলিয়াই পেলাব নোৱাৰি, কিন্তু সম্পূৰ্ণৰূপে মানি ল'বও নোৱাৰি। ইংৰাজৰ নৌ-বাহিনীৰ উৎপাতত কৰাচীৰ বেহা-বেপাৰ ৰসাতলে গৈছিল। তেনেস্থলত সেই কথালৈ আওকাণ কৰি তেওঁ আন কামত মন পুতিব লাগিছিল নে? সাগৰত ইংৰাজক বলে নোৱাৰি তেওঁ 'কন্টিনেণ্টেল ব্লকেড'ৰ কৌশল উলিয়াইছিল। সেই কৌশল কাৰ্য্যকৰী কৰিবলৈকে তেওঁ স্পেইন আৰু ৰুছিয়াক আক্ৰমণ কৰিবলগীয়াত পৰিছিল। ৰুছিয়া আক্ৰমণৰ আন এক উদ্দেশ্যও অৱশ্যে আছিল। ৰুছিয়াক বশ কৰি থলেদি আহি ভাৰতত ইংৰাজৰ ভেটি উচন কৰাৰ তেওঁ আঁচনি পাতিছিল। গতিকে এই কথা খাটাং যে ৰুছ অভিযান ব্যৰ্থ নোহোৱাহ'লে পৃথিবীৰ বুৰঞ্জীয়ে আন ৰূপ ল'লেহেঁতেন, নাপলেয়ঁ সম্বন্ধে অভবোৰ জল্পনা-কল্পনাও হ'বলৈ নাপালেহেঁতেন।

তথাপি ওপৰত তুলি দিয়া ৰ'জবেৰীৰ কথা কিআযাৰতো গুৰুত্ব

←difficult to limit the extent to which his views might not have been realized But the edifice of his empire was so prodigiously successful that he would not pause, even a moment, to allow the cement to harden And as he piled structure on structure, it became evident that he had ceased to consider the base That base was France, capable of heroic effort and endurance, of all, indeed but the impossible

We hold that the Emperor had lost the balance of his faculties long before he fell But this is not to say that he was mad .*He raised himself by the use, and ruined himself by the abuse of superhuman faculties No less powers than those which had effected his rise could have achieved his fall* (Italics mine)

আছে। ১৮১২' চনত 'কন্টিনেন্টেল ব্লকেড'ৰ হেঁচাত ইংলণ্ডৰ দেৱলীয়া হওঁ হওঁ অৱস্থা হৈছিল। সেই সময়ত নাপলেয়ঁই ৰুছিয়া আক্ৰমণ কৰিবলৈ ন'গৈ, স্পেইনৰপৰা ইংৰাজক খেদি বাহিৰ কৰা হ'লেই, ইংলণ্ড যে সন্ধি বিচাৰিবলৈ বাধ্য হ'লহেঁতেন, সেই কথা ইংৰাজ ঐতিহাসিকসকলেও স্বীকাৰ কৰে।[৬৭৬]

তাকে নকৰি তেওঁ ৰুছিয়া আক্ৰমণ কৰিবলৈ গৈ ৱেলিংটনক স্পেইনত খোপনি পুতিবলৈ চল দিছিল। ইংৰাজৰ লগত সন্ধি স্থাপন হোৱা হ'লে, ৰুছিয়াৰ লগতো বুজাবুজিলৈ আহিবলৈ সৰহ পৰ নালাগিলহেঁতেন। এনে হেন এক সোণালী সুযোগ দলিয়াই পেলাই, পিছফালে এক প্ৰবল প্ৰতাপী শত্ৰু ( ইংলণ্ড, স্পেইন আৰু পৰ্তুগালৰ সন্মিলিত শক্তি ) এৰি থৈ, ৰুছিয়াৰ দৰে, এখন পৰাক্ৰমী ৰাষ্ট্ৰক তেওঁ আক্ৰমণ কৰিবলৈ যোৱাটো চাই, তেওঁ যি কামতে হাত দিব তাতে কৃতকাৰ্য্য ন'হৈ নোৱাৰে, তেওঁৰ অসাধ্য জগতত একো নাই—এনে এক ভাবে তেওঁৰ মনত ঠাই লৈছিল বুলি কোৱাৰ থল আছে। গতিকে সেই সময়ছোৱাত নাপলেয়ঁৰ মতিভ্ৰম হোৱা বুলি ব'জবেৰীয়ে কোৱা কথাষাৰত গধুৰ যুক্তি আছে। শিৰকুটা ফৰাচী সেনাপতি মাৰ্শ্বেল ফশ্বেও[৬৭৭] কৈছে, "নাপলেয়ঁই পাহৰি গৈছিল যে মানুহ ঈশ্বৰ হ'ব নোৱাৰে।"[৬৭৮]

নাপলেয়ঁৰ মতিভ্ৰম কেনেকৈ হ'বলৈ পাইছিল, তাৰ কেইটিমান

---

৬৭৬ Had Wellington been driven out (of Spain) possibly peace would have been made and Napoleon would have been left in his possessions The pre-occupation of the French with Russia gave Wellington his opportunity While Napoleon was marching into Russia, Wellington was marching into Spain Warner & Marten

৬৭৭ প্ৰথম মহাসমৰত মিত্ৰশক্তিৰ সৰ্ব্বোচ্চ সেনাপতি (Supreme Commander)।

৬৭৮ He forgot that man cannot be God

J M Thompson (P 404)

আনুষঙ্গিক কাৰণো লৰ্ড ৰ'জবেৰীয়ে উল্লেখ কৰিছে, তেখেতে কৈছে :—

(১) সৌভাগ্যবশতঃ সেনাপতিসকল অসামৰিক চৰ্কাৰৰ আজ্ঞাধীন। সেনাপতিয়ে সীমা অতিক্ৰম কৰিব খুজিলে, ৰাজনীতিজ্ঞই লেগাম টানি ধৰে। নাপলেয়ঁ নিজেই আছিল সম্ৰাট, আৰু নিজেই সেনাপতি। গতিকে তেওঁৰ ক্ষেত্ৰত লেগাম টানিবলৈ কোনো নাছিল।[৬৭৯] কথাষাৰ মিছা নহয়। এই ব্যৱস্থাৰপৰা যে ক্ষতি হৈছিল তাৰ উদাহৰণো আগত দিয়া হৈছে। বিশ্ববিখ্যাত প্ৰতিভাবান ফৰাচী মনীষী স্তেণ্ডালেও কৈছে, নাপলেয়ঁৰ পতনৰ দুই কাৰণৰ এয়ে আছিল এক কাৰণ (২৮৯ পৃষ্ঠা চাওক)। কিন্তু সমগ্ৰ ইউৰোপৰ বিৰুদ্ধে অকলে তেওঁৰ বাহিৰে আন সেনাপতিয়ে যুঁজিব পাৰিলে-হেঁতেন জানো? তেওঁ নো তেন্তে কি কৰিব লাগিছিল?

(২) তেওঁক সজ বুধি দিওঁতা কোনো নাছিল। তেওঁৰ মন্ত্ৰী যিসকল আছিল, সিসকল তেওঁৰ তুলনাত আছিল একোটি শূন্য। যিজনৰ তেওঁক সজ পৰামৰ্শ দিয়াৰ অৰ্হতা আছিল (তালেৰাঁ), তেওঁ আছিল নাপলেয়ঁৰ কালশত্ৰু।[৬৮০]

(৩) সমগ্ৰ বিশ্বৰ বিৰুদ্ধে তেওঁ অকলে যুঁজিবলগীয়াত পৰিছিল। সেই কাৰ্য্যই তেওঁক ইমান ব্যস্ত ৰাখিছিল যে দকৈ সকলো কথা গমি চাবলৈ তেওঁ আজৰিকে নাপাইছিল।[৬৮১]

---

৬৭৯ Generals, as a rule, are fortunately controlled by governments in matters of policy But when the supreme captain is also the supreme ruler, there is nothing to restrain him from the awful hazards he takes

৬৮০ And in another way this overbalanced, overweening individuality contributed to his fall He had no check or assistance from advice, for his ministers were cyphers

৬৮১ He had to fight single handed against the whole world It was breathless work which gave him little time for reflection →

←(১) মনৰ আকাশত তেওঁ যিখন আঁচনি পাতিছিল, সেই আঁচনি একেটা জীৱনত কাৰ্য্যকৰী কৰা কোনো মানৱৰ পক্ষে সম্ভৱপৰ নহয়। অসম্ভৱক সম্ভৱ কৰিবলৈ গৈয়েই নাপলেয়ঁ ধ্বংস হৈছিল।

চেইণ্ট হেলেনাত এদিন নাপলেয়ঁই নিজেও কৈছিল, "মোৰ পতনৰ বাবে একমাত্ৰ ময়ে দায়ী।" কিন্তু আন এদিন এই কথাও কৈছিল (৬৩১ পৃষ্ঠা চাওক): "মোৰ সকলো কাৰ্য্যৰ ওপৰত কিবা এক অতিদৈৱিক শক্তিৰ হাত আছিল। দক্ষিণে সাগৰে, আৰু উত্তৰে প্ৰকৃতিয়ে মোক বাধা দিলে।"

আমাৰ বোধেৰে এয়ে আছিল তেওঁৰ পতনৰ প্ৰকৃত কাৰণ। যি অদৃশ্য শক্তিয়ে ক্ষুদ্ৰ কৰ্চিকা দ্বীপৰপৰা তেওঁক আনি ইউৰোপ মহাদেশৰ হৰ্তাকৰ্তাবিধতা পাতিছিল, সেই শক্তিয়েই তেওঁক চেইণ্ট হেলেনালৈকে পঠাইছিল। মানুহ যিমানেই প্ৰতিভাশালী, অলৌকিক শক্তিসম্পন্ন নহওক লাগে, মানুহৰ ওপৰত, মানুহৰ জীৱনৰ গতিবিধি নিয়ন্ত্ৰণ কৰোঁতা কিবা এক শক্তি যে আছে—নাপলেয়ঁৰ জীৱন-কাহিনী পঢ়িলে এই ভাব মনলৈ নাহি নোৱাৰে বুলি ক'লে সম্ভৱতঃ ভুল কৰা ন'হ'ব।

---

← Life was too short for his plans The sense of this made him impatient and violent in his proceedings

## ৩

নাপলেয়ঁৰ বিৰুদ্ধে অভিযোগ কি কি ?

চাৰিটা অভিযোগৰ বিষয়ে আগতে বিশদভাবে আলোচনা কৰা হৈছে। সেই কেইটা হৈছে ঃ

(১) মিচৰত বাৰ শ বন্দীক গুলিয়াই বধ কৰা,

(২) জীৱনই উজান-ভাটী দি থকা অৱস্থাত প্লেগ ৰোগীক কণিবিহ দি চিৰনিদ্ৰাত শুৱাই, যন্ত্ৰণাৰ ওৰ পেলোৱা নৈতিক দিশৰপৰা ন্যায়সঙ্গত হ'ব নে নহ'ব বুলি ডাক্তৰক প্ৰশ্ন কৰা,

সেই প্ৰশ্নৰ ৰো টোৱেই গৈ ঢৌটো হৈছিল। সেই কথাষাৰকে গপাই গজহস্তী কৰি ৰোজাল বৌজালকৈ ৰাষ্ট্ৰ কৰা হৈছিল যে পাঁচ শ আশীজন ৰোগীক ( পাঁচ শও নহয়, ছ শও নহয়, লেখি লেখি পাঁচ শ আশীজন ) নাপলেয়ঁৰ আদেশমতে বিহ দি মৰা হৈছিল।

এনে ধৰণৰ অভিযোগক অভিযোগ বুলিব নোৱাৰি, এইবিলাক হ'ল কুৎসা। এই কুৎসা সম্বন্ধে নাপলেয়ঁই অন্তিম অৱস্থাত চেইন্ট হেলেনাত কৈছিল ঃ

"মই জেনে এটা কাম কৰিবলৈ যোৱা হ'লে, মোৰ নিজৰ চিপাহীয়েই মোক বধ নকৰিলেহেঁতেন নে ? মোৰ এই অন্তিম কালত নিঃসঙ্কোচে মই ক'ব পাৰোঁ যে জীৱনত কেতিয়াও কেনো পাপ কাম ( crime ) মই কৰা নাই। মোৰ দৃঢ়বিশ্বাস আছে যে এদিন নহয় এদিন মোৰ কথা সকলোৱে স্বীকাৰ কৰিব। সেয়ে মোৰ জীৱনৰ সকলোতকৈ গভীৰ সান্ত্বনা। ·মোৰ ৰাজত্ব-কালৰ সকলো

গুপ্ত চৰ্কাৰী নথিপত্ৰ এতিয়া মোৰ শত্ৰুৰ হাতত। কত কোটি টকা ভাঙি মোৰ বিৰুদ্ধে কত মিছা কথা লিখোৱা হৈছে, কিন্তু সেই নথিপত্ৰৰপৰা মই কিবা অন্যায় কাম কৰাৰ এটি প্ৰমাণো খুচৰি উলিয়াব পাৰিছেনে? মোৰ তেনে প্ৰবৃত্তি থকা হ'লে আজি ইয়াত মই আহি এইদৰে মৰিবলগীয়া ন'হলহেঁতেন। মোৰ অকণমান ইঙ্গিততে বুৰ্বঁ ৰাজবংশৰ কাহানিবাই সমাপ্তি ঘটিলহেঁতেন।"

বিজনে এই গুজবটো উলিয়াইছিল (চাৰ ৰবাৰ্ট উইলচন্) তেওঁ জানিবা পিছত নিজৰ ভুল স্বীকাৰ কৰি অনুতাপ প্ৰকাশ কৰিছিল।

নাপলেয়ঁৰ বিৰুদ্ধে এনে ধৰণৰ জঘন্য, গোকাট মিছা কথা কিমান যে ৰটা হৈছিল তাৰ সীমাসংখ্যা নাই। দুটা মাথোন উদাহৰণ দিওঁ: নাপলেয়ঁৰ বোলে প্ৰাচ্যৰ নবাব-বাদশ্বাহসকলৰ দৰে, কাঁচনমতী ৰূপহী গাভৰুৰ বিৰাট এটা 'হাৰেম' আছিল, কেথলিকসকলৰ ধৰ্মগুৰু প'পক হেনো তেওঁ চুলিত ধৰি টানি তেওঁৰ ৰাজপ্ৰাসাদৰ মজিয়াত চোচোৰাই লৈ ফুৰিছিল।

এনেবিলাক কথাৰ প্ৰতিবাদ কৰিবলৈ যোৱা কামে নাপলেয়ঁক গুৰালেহেঁতেন নে?

(৩) আমিয়ঁৰ যুৱৰাজৰ ওপৰত বিহা প্ৰাণদণ্ডৰ আদেশ।

(৪) জোচেফিনক ত্যাগ।

এই কেইটাই নাপলেয়ঁৰ বিৰুদ্ধে ঘাই অভিযোগ নহয়, ঘাই অভিযোগকিটা তাতোকৈ বহুগুণে গুৰুতৰ। সেই কেইটা হৈছে:

[ক] তেওঁ বলেৰে অন্যায়ৰূপে বেআইনীকৈ ফ্ৰান্সৰ সিংহাসন অধিকাৰ কৰিছিল, অৰ্থাৎ তেওঁ আছিল এজন 'ইউজাৰপাৰ'। গতিকে তেওঁক সিংহাসনৰ পৰা আঁতৰাবলৈ দিয়া যুদ্ধ আছিল ন্যায়যুদ্ধ।

[খ] ক্ষমতাত অধিষ্ঠিত হৈ, নিজৰ অপৰিসীম অভিলাস আৰু ব্যক্তিগত স্বাৰ্থসিদ্ধিৰ উদ্দেশে তেওঁ ক্ষমতাৰ অপব্যৱহাৰ কৰাৰ ফলতে ইউৰোপ মহাদেশ তেজেৰে প্লাৱিত হৈছিল। ক্ষমতাৰ

আক্ৰোহ, যুদ্ধলিপ্সা আৰু তেজপিয়াহ—তেওঁৰ এই তিনটি গুণেই আছিল যুদ্ধৰ মূল কাৰণ।

[গ] বিপ্লৱৰ নীতি—সাম্য-মৈত্ৰী-স্বাধীনতা—বলবৎ কৰাৰ প্ৰতিশ্ৰুতি দি, সেই অঙ্গীকাৰ ভঙ্গ কৰি, সকলো ক্ষমতা নিজৰ হাতলৈ নি, একাধিপতিত্বৰ প্ৰবৰ্ত্তন কৰি, প্ৰজাৰ ওপৰত তেওঁ উৎপীড়ন চলাইছিল।

[ ক ]

নাপলেয়ঁই যে আইনসঙ্গতভাৱেহে ফ্ৰান্সৰ সিংহাসন অধিকাৰ কৰিছিল, সেই কথা ইংলণ্ডৰ বাহিৰে ইউৰোপৰ সকলো দেশৰে ৰজাসকলে মানি লৈ ফৰাচী চৰ্কাৰক স্বীকৃতি জনাইছিল। অকল ইংলণ্ডইহে নাপলেয়ঁৰ মৃত্যুৰ উনৈছ বছৰ পিছলৈকে এই অমূলক অভিযোগত খামোচ মাৰি ধৰি আছিল।

এই অভিযোগ অন্ততঃ ইংৰাজৰ মুখত সমূলি নশুৱায়। ১৬৪৯ চনৰ ৩০ জানুৱাৰীৰ দিনা ইংৰাজে নিজৰ ৰজা প্ৰথম চাৰ্লচৰ মুণ্ডচ্ছেদ কৰি, কেইবছৰমানৰ পিছত বিদেশৰপৰা ৰজা-ৰাণী ( উইলিয়াম অভ্ অৰেঞ্জ আৰু মেৰী ) আমদানি কৰি ইংলণ্ডৰ সিংহাসনত বহুৱাইছিল। তথাপি ইংৰাজৰ মুখপাত্ৰ সাহিত্যৰথী চাৰ ৱল্টাৰ স্কটে কোন মুখেৰে কয় বুজিব নোৱাৰি যে নাপলেয়ঁক মুকুট পিন্ধোৱাৰ অধিকাৰ ফৰাচী জাতিৰ নাছিল, গতিকে নাপলেয়ঁই প্ৰজাৰপৰা সেই অধিকাৰ গ্ৰহণ কৰাটো আইন অনুসৰি নিষিদ্ধ কাম হৈছিল। তেখেতৰ মতে সেই সময়ত গোটেই ফৰাচী জাতিটোৱেই এটা বিদ্ৰোহী ডকাইতৰ দল ( rebels )-ত পৰিণত হৈছিল আৰু নাপলেয়ঁ আছিল সেই ডকাইতৰ দলৰ চৰ্দাৰ।[৬৮২]

৬৮২ It was from the commencement what jurists call a *pactum in illicito*, the people gave that which they had no right to surrender, and Bonaparte accepted that which he had no title to take at their hands

নিজৰ শাসক বা ৰজা বাছি লোৱাৰ ক্ষমতা যে প্ৰজাৰ হাতত সেই সম্বন্ধে আজিৰ যুগত তৰ্কৰ প্ৰশ্নই নুঠে। ঈশ্বৰপ্ৰদত্ত ৰাজশক্তিৰ কোনোবা কাহানিয়েই ৰজাসকলে পুৰি খাবলগীয়া হ'ল। তেনে এক নীতিকো যে জগতে এদিন মানি লৈছিল সেই কথা ভাবিবলৈকো আজিৰ যুগে টান পায়। চাৰ ৰণ্টাৰ স্কটৰ দৰে এজন খ্যাতনামা, বিদগ্ধ মনীষীয়ে কেনেকৈ শুকগম্ভীৰ সুৰত এনে বাং বিং যুক্তি আগবঢাব পাৰিছিল ভাবি তবধ মানিবলগীয়া হয়। গতিকে নাপলেয়ঁৰ বিৰুদ্ধে অনা এই অভিযোগ যে কিমান অমূলক সেই বিষয়ে বহলাই বিবৰাৰ সকাম নাই। এলিচন চাহাবেও মুক্তকণ্ঠে স্বীকাৰ কৰি কৈছে যে নতুন এক ৰাজবংশ থাপনা কৰাৰ সপক্ষে ইয়াতকৈ সৰ্বসম্মতিক্ৰমে দিয়া অনুমোদনৰ উদাহৰণ বুৰঞ্জীত পোৱা নাযায়।[৬৮৩]

নাপলেয়ঁ ক্ষমতাত অধিষ্ঠিত হোৱাৰ সময়ত ফ্ৰান্সত না-আছিল ৰাজতন্ত্ৰ, না-আছিল গণতন্ত্ৰ, আছিল মাথোন অনাচাৰ, অত্যাচাৰ, দুৰ্নীতি, অৰাজকতা—প্ৰজাৰ বিকল অৱস্থা। তেনেহ'লে নাপলেয়ঁই 'ইউজাৰ্প' কৰিলে কি? ফৰাচী সংসদৰ সদস্য ফঁতানে ক'বৰ দৰে:

Napoleon ne détrônait rien ci ce n'est pas l'anarchie : ( Napoleon dethroned nothing but anarchy )

[ খ ]

এতিয়া দ্বিতীয়টো ঘাই অভিযোগলৈ অহা যাওক। নাপলেয়ঁ উচ্চাভিলাসী আছিল সেই সম্বন্ধে দুই মত নাই, তেওঁৰ অভিলাস

৬৮৩ (ক) History has recorded no example of so unanimous an approbation of the foundation of a dynasty

৬৮৩ (খ) Upto the time when Napoleon took the reins of Government, no Republic can be said to have existed in France *Encyclopoedia Americana.*

সকসুৰা ধৰণৰ উচ্চ নাছিল, আছিল হিমালয়সদৃশসম, গগনস্পৰ্শী, অভ্ৰভেদী উচ্চ। কোনোবা এজনে কোৱা মতে মানুহৰ বিচাৰ কৰিব লাগে not by his achievement but by what he longs to achieve কথাষাৰ যদি সঁচা হয় তেন্তে নাপলেয়ঁৰ উচ্চাশা আছিল তেওঁৰ কীৰ্তিতকৈয়ো মহৎ। কিন্তু সেই উচ্চাশাৰ লগত ব্যক্তিগত স্বাৰ্থ জড়িত আছিল বুলি ক'বৰ থল বিচাৰি পোৱা নাযায়, আৰু তেওঁৰ উচ্চাভিলাসৰ ফলতহে ইউৰোপ বিধ্বস্ত হৈছিল বুলি অনা অভিযোগত যে সত্যতাৰ লেশমাত্ৰ নাছিল, সেই কথা আগত বৰ্ণোৱা ঘটনাৱলীয়েই কটকটীয়াকৈ প্ৰমাণ কৰে। যুদ্ধৰ উৎপত্তি কিহৰূপৰা হৈছিল আৰু তেইছ বছৰে কিয় তাৰ ওৰ পৰা নাছিল, সেই দুই প্ৰশ্নৰ বিশদ উত্তৰ আগতে দিয়া হৈছে। দুজন বৰমূৰীয়া ইংৰাজে কোৱা দুআষাৰ কথা তাৰ লগত যোগ দিলে এই বিষয়টো আৰু কটকটীয়া হৈ পৰিব :

ইংলণ্ডৰ প্ৰধানমন্ত্ৰী পিটে কৈছিল, "নাপলেয়ঁ বিপ্লৱৰ সন্তান আৰু গণতন্ত্ৰৰ পৃষ্ঠপোষক, গতিকে তেওঁক ধ্বংস কৰা একান্ত আৱশ্যক।"[৬৮৪] আৰু, পিটৰ ককায়েক লৰ্ড চেথামে কৈছিল, "ফ্ৰান্সৰ প্ৰতি সুবিচাৰ কৰিবলৈ গ'লে ইংলণ্ডৰ এই গভৰ্নমেণ্ট চৌবিছ ঘণ্টাও তিষ্ঠিব নোৱাৰিব"।[৬৮৫]

তিলচিতৰ সন্ধিৰ সময়লৈকে নাপলেয়ঁৰ প্ৰত্যেকখন যুদ্ধ যে আত্মৰক্ষামূলক আছিল, সেই সম্বন্ধে দ্বিৰুক্তিৰ থল নাই। তাৰ পিছত নাপলেয়ঁই কৰা তিনিটা কামক অৱশ্যে আক্ৰমণাত্মক বুলি কোৱাৰ হেতু আছে : (১) অল্ডেনবেৰ্গ ৰাজ্য অধিকাৰ, (২) স্পেইন আৰু

৬৮৪ William Pitt asserted that Napoleon was the 'child and champion of democracy' and that, therefore, he must be put down. Abbott

If we deal fairly and justly with France, the English Government will not exist for four and twenty hours quoted by Abbott

(৩) ৰুছিয়া আক্ৰমণ। তেওঁ নিজে পত্তা ছিটিকাত নিজৰ ভুলি লোমোৱাৰ ফলতে যে এই কেইটা কাম কৰিবলগীয়াত পৰিছিল, সেই কথা কিছু পৰিমাণে সঁচা। ইংৰাজক সাগৰত বলে নোৱাৰি তেওঁ তুণৰপৰা উলিয়াইছিল এপাত পাশুপাত অস্ত্ৰ—কণ্টিনেণ্টেল ব্লকেড্। এই পাত অস্ত্ৰই ইংলণ্ডৰ পিনে প্ৰায় দিহা লগাই আনিছিল। ৰুছিয়া আক্ৰমণ কৰিবলৈ ন'গৈ স্পেইন আৰু পৰ্তুগালৰপৰা ইংৰাজক খেদাই বাহিৰ কৰা হলেই যে ইংৰাজে সেও মানিলেহেঁতেন, সেই কথা আগত কঁহিয়াই দেখুওৱা হৈছে। যি কি নহওক, নাপলেয়ঁৰ পাশুপাত অস্ত্ৰ যাতে ব্যৰ্থ নহয় তাৰ বাবে স্পেইন আৰু পৰ্তুগালক নিজৰ প্ৰভাৱৰ অধীনলৈ অনা তেওঁৰ নিতান্ত আৱশ্যকীয় কাম হৈ পৰিছিল। অল্ডেনবেৰ্গ ৰাজ্যও তেওঁ অধিকাৰ কৰিবলগীয়াত পৰিছিল, একে কাৰণতে। তথাপি, এটা কথা পাহৰা উচিত ন'হ'ব যে ইংৰাজে নাপলেয়ঁক পাছফালৰপৰা আক্ৰমণ কৰিবলৈ স্পেইন আৰু পৰ্তুগাললৈ সৈন্যসামন্ত পঠোৱাৰ পিছতহে তেওঁ তালৈ সেনা পঠাইছিল। ৰুছ সম্ৰাটৰ তেওঁ বিৰাগভাজন হোৱাৰ আন আন কাৰণৰ মাজত অল্ডেনবেৰ্গ অধিকাৰো আছিল এটা কাৰণ। অৱশ্যে ৰুছিয়াৰ লগত লগা যুদ্ধৰ সেইটোৱেই যাই কাৰণ নাছিল। ৰুছ অভিযানৰ উৎপত্তি কেনেকৈ হ'বলৈ পাইছিল, সেই কথা যথাস্থানত কোৱা হৈছে। কণ্টিনেণ্টেল ব্লকেডৰ কথা লৈয়েই দুই সম্ৰাটৰ মাজত বাকবিতণ্ডা চুৰু হৈছিল। কিন্তু তেওঁলোকৰ বন্ধুত্ব শত্ৰুতাত পৰিণত হোৱাৰ যাই কাৰণ আছিল পলাণ্ড। পলাণ্ডৰ তিনিখণ্ডক একেলগ কৰি সেই দেশক স্বাধীনতা ঘূৰাই দিয়াৰ সংকল্পই নাপলেয়ঁৰ মনত ঠাই লোৱা বুলি গম পোৱাৰ দিনাৰেপৰা ৰুছ সম্ৰাট নাপলেয়ঁৰ প্ৰতি বিমুখ হৈছিল। সেই কথা লৈ দুই সম্ৰাটৰ মাজত দুদিন আগতে বা দুদিন পাছতে সংঘৰ্ষ ঘটিলহেঁতেন। স্পেইনৰ কাম সমাপ্ত কৰি নাপলেয়ঁই ৰুছিয়াৰ পিনে মন মেলা হ'লে, পিছৰ অধস্তৰ, বিপৰ্য্যয়, দুৰ্গতিৰ হয়তো তেওঁ হাত সাৰিব পাৰিলেহেঁতেন, কিন্তু নিয়তিয়ে

তেওঁক যি বাটেদি টানি লৈ গৈছিল, সেই বাটেদি ন'গৈ আন বাটেদি তেওঁ যায় কেনেকৈ ? চেইণ্ট হেলেনাত নিজৰ অকণমানি কোঠাটোত বহি এই কাৰ্য্যৰ তেওঁ কৈফিয়ৎ দিছিল এই বুলি : অস্ত্ৰধাৰী সেনাৰ লগতহে মই যুঁজিবলৈ গৈছিলোঁ। শত্ৰুসেনাক সম্পূৰ্ণৰূপে আমি পৰাস্ত কৰিছিলোঁ। কিন্তু, অগ্নি, তুষাৰ, প্ৰাকৃতিক দুৰ্য্যোগ—এই বিলাকৰ লগত যুঁজিবলৈতো মই যোৱা নাছিলোঁ। জীয়াই জীয়াই কিমান প্ৰাণী মোৰ চকুৰ আগতে মৃত্যুৰ গৰাহত পৰিল। তথাপি মোৰ একো কৰাৰ ক্ষমতা নাছিল। নিয়তিৰ চৰণত মই আত্মসমৰ্পণ কৰিছিলোঁ। উস্!- কি দুৰ্ভাগ্য! অকল ফ্ৰান্সৰে নহয়, সমগ্ৰ ইউৰোপৰ।"

কিন্তু নাপলেয়ঁৰ দৰে এজন বিচক্ষণ, দূৰদৰ্শী পুৰুষে সেইবিলাক অঘটনৰ সম্ভাৱনাৰ কথা আগতে দকৈ গমি চোৱা উচিত আছিল। সেই বছৰলৈ অভিযান স্থগিত ৰাখিবলৈ মাজবাটত সেনাপতিসকলে পৰামৰ্শ আগবঢাওঁতে তেওঁ উত্তৰ দিছিল, "পিয়লা মুখত দিয়া হ'ল, শেহ টোপাললৈকে চুঁহিব লাগিব"—অৰ্থাৎ নিজৰ ধ্বংসলীলা নিজ চকুৰেই তেওঁ চাবলৈ বিচাৰিছিল নেকি ? সেই দৃশ্য দেখুৱাবলৈকে নিয়তিয়ে তেওঁক সেই বাটেদি টানি নিছিল নেকি ?

আন এক কাৰণতো নাপলেয়ঁই ৰুছিয়া আক্ৰমণ কৰিলেহেঁতেন। ৰুছিয়াৰ পৰাক্ৰম দিনে দিনে বাঢি যোৱা দেখি নাপলেয়ঁই বুজিছিল যে ৰুছিয়াক সোনকালে নদমালে গোটেই ইউৰোপৰ ওপৰত সেই ৰাষ্ট্ৰ নপতাকুকন হৈ ৰহিব। সমগ্ৰ ইউৰোপে মিলিও তেতিয়া ৰুছিয়াক বলে পৰা টান হ'ব। নাপলেয়ঁক এই কাৰ্য্যত সহায় নকৰি ইংৰাজে পিছত অনুতাপ কৰিবলগীয়াত পৰিছিল। এই সম্বন্ধে কৰ্ণেল নেপিয়াৰৰ পুথিৰ পৰা এটি উদ্ধৃতি আগত দিয়া হৈছে ( ৩০৬ পৃঃ চাওক )।

এই বিলাক ঘটনা নাপলেয়ঁৰ উচ্চাভিলাসৰ নিদৰ্শন নহয়। তেওঁৰ উচ্চাভিলাস আছিল সম্পূৰ্ণ এবিধ বেলেগ ধৰণৰ গুণ।

লুডউইগৰ মতে নাপলেয়ঁৰ সমকালীন আৰু পৰৱৰ্তী যুগৰ ঐতিহাসিক সকলে নাপলেয়ঁৰ চৰিত্ৰৰ যি গুণটোক উচ্চাভিলাস বুলি ক'ব খোজে, সি আছিল তেওঁৰ অগাধ আত্মবিশ্বাসৰে মাথোন আন এটি ৰূপ, তেওঁৰ উচ্চাভিলাস সম্পৰ্কে সিসকলৰ ধাৰণা ভুল।[৬৮৬]

ল'ৰাকালৰেপৰা নাপলেয়ঁৰ মনত এটি বিশ্বাস জন্মিছিল যে অসাধাৰণ কিবা কাৰ্য্য সম্পাদন কৰি যাউতিযুগীয়া কীৰ্তি থৈ যাবলৈ তেওঁ পৃথিবীলৈ আহিছে। বয়সৰ লগে লগে সেই বিশ্বাস ক্ৰমে দৃঢ় হৈ আহিছিল। সৰুৰেপৰা অতীতকালৰ গ্ৰীচ, আৰু ৰ'মৰ বীৰসকলৰ কাহিনী পঢ়ি, সিসকলৰ জীৱনৰ চানেকিৰে নিজৰ জীৱন গঢ়ি তোলাৰ ধাউতিয়ে তেওঁৰ মনত ঠাই লৈছিল, আৰু সেই চেষ্টাত লাগি থাকোতে বয়সত সেই অঙ্কুৰেই গজালি মেলি এক অটল বিশ্বাসত পৰিণত হৈছিল যে কিবা এক অদৃশ্য শক্তিয়ে তেওঁক কোনোবা এক অজান বাটেদি টানি নিছে, সেই বাটেদিয়েই তেওঁ আগবাঢ়ি গৈ থাকিব।[৬৮৭]

---

৬৮৬ His contemporaries and posterity have held this fundamental feeling to be ambition That view is mistaken Common ambition distinguishes itself from Napoleon s self-confidence as a restless, climbing animal does from a bird of prey, whose free flight, by a law of nature, assumes wider and wider circles as it swings heavenwards Napoleon's aspiration is neither restless nor envious it is nothing but his natural disposition which, as Consul, he once charmingly explained to his friend Roederer

'I have no ambition at all, or if I have it is so inborn, so intimately knit up with my life, that it is as the blood in my veins It does not incite me to outstrip my associates It comes out only when circumstances and my ideas demand'

৬৮৭ A vein of superstition pervaded the mind of this extraordinary man He felt that he was the child of→

যৌৱনৰ প্ৰথম পুৱাত তেওঁ সপোন দেখিছিল আলেকজাণ্ডাৰৰ আৰ্হিত প্ৰাচ্যত গৈ এখন সাম্ৰাজ্য স্থাপন কৰাৰ। 'ইউৰোপৰ অকণমানি চুক এটাত গৰিমা অৰ্জাৰ বাট ক'ত ? অতীতৰ বীৰসকলে কীৰ্তি আৰ্জিছিল প্ৰাচ্যত। তালৈ যাব লাগিব। তাত ছশ নিযুত লোক আছে, গৰিমা অৰ্জাৰ সেইখনহে থল।'

আকৰৰ দুৰ্গ লঙ্ঘিব নোৱৰাৰ ফলত সেই সপোন মিচৰৰ মৰুভূমিৰ বালিতে মাৰ গৈছিল। ইউৰোপলৈ উলটি আহি অষ্ট্ৰিয়াৰ দৰ্প চূৰ্ণ কৰি আৰ্জিলে তেওঁ অতুল সামৰিক কীৰ্তি। তাৰ পিছত হাত দিলে ফ্ৰান্সক এক নতুন ৰূপত গঢ়ি তোলাত। সৰহ দিন সেই কামত লাগি থকাৰ সুযোগ ইংৰাজে তেওঁক নিদিলে, আমিয়ঁৰ সন্ধি ভঙ্গ কৰি সমগ্ৰ ইউৰোপত জ্বলালে পুনৰ আহৱৰ অগনি। তাৰ পিছৰপৰা ইবছৰৰ পিছত সিবছৰ তেওঁ ঘটনাৱলীৰ সোঁতত উটি-বুৰি ফুৰিবলৈ ধৰিলে। কিন্তু, ইউৰোপৰ ৰাজন্যবৰ্গৰ নিৰঙ্কুশ শত্ৰুতাই যেতিয়া তেওঁক খন্তেকো শান্তিত থাকিবলৈ নিদিয়া হ'ল, তেতিয়া তেওঁৰ প্ৰাণত জাগিল আকৌ এক নতুন সপোন—ইউৰোপীয় যুক্তৰাজ্যৰ সপোন।[৬৮৮]

ৰুছ অভিযানৰ আগ বতৰত তেওঁৰ মনত বিশ্বাস জন্মিছিল যে ইউৰোপত তেওঁৰ কাম প্ৰায় শেষ হৈ আহিল। তেতিয়া তেওঁৰ চকুৰ আগত পুনৰ ভাঁহি উঠিল আগৰ সেই প্ৰাচ্য-বিজয়ৰ সপোন।

---

←destiny—that he was led by an arm more powerful than his own—and that an unseen guide was conducting him along his perilous and bewildering pathway 'I am', he said, 'the creature of circumstances I do but go where events point out the way when a man's time is come, he must go when destiny wills, it must be obeyed Abbott

৬৮৮ But when Europe's persistent desire for revenge spurs him into action, he conceives the great plan of a unified European realm E L

সেই সময়ত তেওঁ কোৱা কেই আষাৰমান কথা আগত উল্লেখ কৰা হৈছে: "চাৰিউপিনে নিজৰ দেশখন সাগৰে বেৰি থোৱাৰ সুবিধা লৈ, এদল ডকাইতে নিজক চহকী কৰিবলৈ, আনৰ বেপাৰ-বাণিজ্য নষ্ট কৰি ভাৰতত সাম্ৰাজ্য স্থাপন কৰিবলৈ ওলাইছে। সিহঁতকৈ সাহিয়াল এদল ডকাইতে সিহঁতক তাৰপৰা খেদি, সাম্যবাদৰ উদাৰনীতিত যদি নতুনকৈ এখন সাম্ৰাজ্য গঢ়ি তোলে, তাতকৈ ভাওৰ কাম কিবা হ'ব পাৰেনে ?"

ইংৰাজক খেদাই নাপলেয়ঁই ভাৰতত সাম্ৰাজ্য থাপনা কৰা হ'লে ভাৰতে আজি কি ৰূপ ললেহেঁতেন সেই সম্বন্ধে জল্পনা-কল্পনা অবাস্তৱ, কিন্তু তেওঁৰ যুক্তিত আমি খুঁত বিচাৰি নাপাওঁ। এই উচ্চাভিলাসৰ বাবেঁই ইউৰোপৰ গোটেইবিলাক জাতিয়ে মিলি নাপলেয়ঁক ধ্বংস কৰা কাৰ্য্য উচিত হৈছিল বুলি দিয়া যুক্তিহে গ্ৰহণ কৰিবলৈ টান। যি কি নহওক, ৰুছিয়াৰ তুষাৰ সলিলত নাপলেয়ঁৰ সেই সপোনো মাৰ গ'ল।

ৰুছিয়াৰ বিপৰ্য্যয় নঘটা হ'লে, এচিয়া বিজয়ৰ সপোন ফলিৱত হোৱা হ'লে, তাৰ পিছত নাপলেয়ঁই কি কৰিলেহেঁতেন? ঐতিহাসিকসকলৰ মতে তেতিয়া তেওঁ বিশ্ব জয় কৰিবলৈ মন মেলিলেহেঁতেন। অসম্ভৱ নহয়, কিযনো, সেই সময়ছোৱাত বিশ্ববিজয়ৰ কল্পনাই তেওঁৰ মনত ভুমুকি মৰাৰ প্ৰমাণ তেওঁ নিজে কোৱা কথাৰপৰাই আগতে আমি পাইছোঁ।

ওপৰত কোৱা কথাৰপৰা বুজিবলৈ সৰহ পৰ নালাগিব যে নাপলেয়ঁৰ উচ্চাভিলাস আছিল কীৰ্তি, খ্যাতি, গৰিমা অৰ্জাৰ এক দুৰ্নিবাৰ আকাঙ্ক্ষা, দুদিনীয়া কীৰ্তি নহয়, যাউতিযুগীযা, যুগমীয়া কীৰ্তি, ফৰাচীৰ কাম্যবস্তু 'গ্লোৱাৰ' নহয়, ৰমীয়সকলৰ কাম্যবস্তু 'গ্লৰি'। তেওঁৰ মত আছিল সময় বালিত খোজৰ চিন থৈ যাব নোৱাৰিলে জনম লোৱাই বৃথা।[৬৮৯]

৬৮৯ Fame is the supreme goal of his egotism, substantially, it is the only goal "Better never to have lived than to exist, and pass without leaving a trace" E L

এই উচ্চাভিলাসৰ মূলত আছিল তেওঁৰ অগাধ আত্মবিশ্বাস—তেওঁ কৰিব নোৱৰা কাম নাই, সেই মনোভাব। কছিয়াৰ বিপৰ্য্যয়ৰ পিছত এজনে যেতিয়া তেওঁক সুধিছিল, "এতিয়া ফ্ৰান্সত তেওঁক কোনে সমৰ্থন কৰিব", তেতিয়া তেওঁ উত্তৰ দিছিল, "মোৰ নামটোৱে।" অন্তিম সময়ত এজন অন্তৰঙ্গক তেওঁ কৈছিল, "সুধিব পাৰাঁ, মোৰ ল'ৰালৈ মই কি থৈ গ'লোঁ? থৈ গ'লোঁ কেৱল মাত্ৰ মোৰ নামটো।" অৰ্থাৎ সেযে যথেষ্ট নহয় জানো?

এই আত্মবিশ্বাসৰ লগত মিহলি আছিল কবি বা শিল্পীৰ কল্পনাপ্ৰৱণতা—জগতক এক নতুন ৰূপ দিয়াৰ দুৰ্বাৰ ইচ্ছা। কথা হ'ল, অপস্তত, অসময়ত নাপলেয়ঁ পৃথিবীলৈ আহিছিল। দুহেজাৰ বছৰ আগত তেওঁ জন্ম লোৱা হ'লে পৃথিবীয়ে কি ৰূপ ল'লেহেঁতেন ক'ব নোৱাৰি।[৬৯০] পাৰলিয়ে সঁচা কথা এযাৰকে কৈছিল, "নেবুলিয়নে, তোমাৰ মাজত আধুনিক একো নাই, তুমি প্লুটাৰ্কৰ যুগৰ মানুহ।"[৬৯১] চেইণ্ট হেলেনাত নাপলেয়ঁই নিজেই স্বীকাৰ কৰিছিল, "ধেনুৰ গুণত মই বৰকৈ টান দিছিলোঁ।" বৰকৈ টান দিয়াৰ ফলত ধেনুৰ গুণ ছিগি থাকিল।

সাধাৰণতে অভিলাস বুলিলে যি বুজায—ধন-সোণ, ক্ষমতা, ঐশ্বৰ্য্য, বিভূতি আদি পাৰ্থিব বস্তুৰ কাৰণে হাবিয়াস—সেইবিলাকৰ সম্বন্ধে নাপলেয়ঁ আছিল সম্পূৰ্ণ নিস্পৃহ। তেওঁৰ আপোন আৰু প্ৰিয়জনে তেওঁৰ ঐশ্বৰ্য্যৰ ওপৰতে ভৰি দি কিতাহি মাৰি ফুৰিছিল, কিন্তু তেওঁ নিজে সৈনিকৰ সাধাৰণ সাজ-পাৰ পিন্ধি ৰাজসভাত

---

৬৯০ "This man of genius, born two thousand years too late, is already spinning the threads of his own doom With the hand of a demi-god, he is sketching the outlines of his own fate" E L

৬৯১ "Napoleon, tu n' as rien de moderne, tu appartiens tout à fait à Plutarque" quoted by Taine *Le Regime Moderne*

ওলাইছিলগৈ। মুক্তহস্তে যদিও তেওঁ দান কৰিছিল, নিজৰ সাজ-পোছাক, লাহ্-বিলাহ সম্বন্ধে মাকৰ দৰে হাত ধৰি চলিছিল। তেওঁ মিচৰত থকা সময়ত জোচেফিনে কালিয়নত কিনা 'মালমেইজ' বোলা ঘৰটোৰ বাহিৰে নিজৰ বৰীয়াকৈ ঘৰ এটা সজোৱাবলৈকো তেওঁ সময় পোৱা নাছিল। এন্বাত সেই কাম হাতত লওঁতেই ব্যাঘাত জন্মিল। তুইয়েৰি কাৰেঙত নিজৰ বুলিবলৈ লাম-লাকটু যি দুই-চাইটা বস্তু গোট খাইছিল, তাকো বুৰ্ঁ ৰজাই জপাই বনমালী কৰিছিল। তেওঁৰ ৰাজকীয় বৃত্তিৰ পৰা সাঁচি বেঙ্কত যি ধন থৈছিল তাতো জীৱন কালত তেওঁ হাত দিবলৈ নাপালে।

নিজৰ স্বাৰ্থসিদ্ধিৰ অৰ্থে কোন দিনা তেওঁ কি কৰিছিল? ফ্ৰান্সৰ স্বাৰ্থই আছিল তেওঁৰ স্বাৰ্থ। নিজস্ব স্বাৰ্থ বুলিবলৈ তেওঁৰ একো নাছিল (২৯৯-৩০০ পৃষ্ঠা চাওক)। তেওঁৰ হৃদয়ৰ সকলোখিনি আবেগৰ একমাত্ৰ আধাৰ, তেওঁৰ নিজৰ ভাষাত ক'বলৈ গ'লে একমাত্ৰ প্ৰেমিকা, আছিল ফ্ৰান্স।[৬৯২] সেই প্ৰেমিকাকে অপৰূপ ৰূপত সজোৱাই আছিল তেওঁৰ হৃদযৰ একাগ্ৰ বাসনা।

সম্পূৰ্ণ স্বাৰ্থবিজড়িত, কটিকৰ ধাৰ যেন নাপলেযঁৰ চৰিত্ৰত যি অকণ মলিনতা আছিল, সি হ'ল কৰ্চিকাবাসীৰ জাতীয গুণ—গোষ্ঠী-প্ৰেম। সেই প্ৰেমৰ বশৱৰ্তী হৈ অনুপযুক্ত ভাই-ককাই, অঙহী-বঙহীক উচ্চ আসন দি তেওঁ নিজৰ নীতিবিৰুদ্ধ কাম কৰিছিল, কিন্তু সেই কাৰ্য্যৰ মাজত ব্যক্তিগত স্বাৰ্থৰ গোন্ধ-ভাপো নাছিল। তেওঁ হৈছিল গৈ এখন বিশাল সাম্ৰাজ্যৰ অধীশ্বৰ। গতিকে আপোনজনক কিবা এটা নিদিলে আপোনপেটীয়া, অকৃতজ্ঞৰ কাম ন'হ'বনে? এয়ে আছিল তেওঁৰ মনৰ ভাব। কাৰণ, কৃতজ্ঞতাবোধ আছিল নাপলেয়ঁৰ

---

৬৯২ (ক) "Je n'ai qu'une ardeur, qu'une maitresse—la France" I have only one passion, one mistress—France

৬৯২ (খ) He was free from the sordid cares of personal wealth or personal avarice Rosebery

চৰিত্ৰৰ এক বিশিষ্ট গুণ।[৬৯৩] তেওঁৰ কোনোবাই অকণমানো উপকাৰ কৰিলে, তাৰ দহগুণ প্ৰতিদান দিবলৈ তেওঁৰ মন বিয়াকুল হৈ উঠিছিল। তাৰ উদাহৰণ দুই-চাৰিটা আগত দিয়া হৈছে।

পুত্ৰসন্তানৰ জন্মৰ পিছত নাপলেয়ঁৰ মাজত আৰু এটা দুৰ্বলতাই দেখা দিছিল। সেইটো আছিল ফ্ৰান্সত এটা নিজৰ ফৈদ থাপনা কৰি যোৱাৰ আকাঙ্ক্ষা। চেনেহুৱা বাপেকীয়ে পেটৰ পোৱালিলৈ কিবা এটা থৈ যোৱাৰ বাঞ্চা সংসাৰৰ ৰীতি। এই দুৰ্বলতাক যদি দুৰ্গুণ বোলা হয় সি বিশ্বজনীন মানবিক দুৰ্গুণ। নাপলেয়ঁও সেই দুৰ্গুণৰপৰা মুক্ত নাছিল।

ক্ষমতাৰ লোভৰপৰাও নাপলেয়ঁ মুক্ত নাছিল। কিন্তু ক্ষমতাপ্ৰিয়ৰ ক্ষমতাৰ আক্ৰোহ আৰু নাপলেয়ঁই ক্ষমতা বিচৰাৰ মাজত আকাশ-পাতাল ব্যৱধান আছিল। ক্ষমতাৰ তেওঁ আৱশ্যক বোধ কৰিছিল, ফ্ৰান্সক, ইউৰোপক—পাৰিলে জগতক—এক নতুন ৰূপ দিয়া কামত আহিলা হিচাপে, অপব্যৱহাৰৰ বাবে বা নিজৰ স্বাৰ্থসিদ্ধিৰ বাবে নহয়। তেওঁ নিজেই কৈছিল, "হয়, ক্ষমতা মই ভাল পাওঁ—খুব ভাল পাওঁ, কিন্তু ভাল পাওঁ এজন শিল্পীৰ দৰে, বীণবৰাগীয়ে যেনেকৈ টোকাৰীটো ভাল পায়—যাতে তাত সুৰ, লয়, তাল-মানৰ সৃষ্টি কৰিব পাৰি।'[৬৯৪]

যুদ্ধলিপ্সা, তেজপিয়াহ আদি কথাবোৰ অন্তঃসাৰশূন্য স্তোকবাক্য। শান্তিৰ অৰ্থে দেহেকেহে নাপলেয়ঁই কেনেকৈ চেষ্টা কৰিছিল তাৰ প্ৰমাণ আগতে দিয়া হৈছে। তেওঁৰ শত্ৰুবৰ্গৰ যুদ্ধলিপ্সা আৰু তেজ পিয়াহেহে যে বাৰে বাৰে তেওঁক তৰোৱাল হাতত ল'বলৈ বাধ্য কৰিছিল, সেই বিষয়ে দুনাই ন'কলেও হ'ব।[৬৯৫]

---

৬৯৩ One of the most sublime forms of his egotism is gratitude E L

৬৯৪ "I love power, yes, I love it, but after the manner of an artist, as a fiddler loves his fiddle in order to conjure from it tone, chords, harmonies", E L

৬৯৫ If that vision of united Europe could be realised only→

এদিন এখন যুদ্ধৰ অন্তত, কেউকালে সিচৰিত হৈ থকা মৰা শ বোৰলৈ আঙুলিয়াই তেওঁ কৈছিল, "পৃথিবীৰ ৰজামহাৰজাসকলে এনে এক দৃশ্য সম্বন্ধে দকৈ গমি চাব জনা হ'লে, যুদ্ধ আৰু দিগ্বিজয়লৈ হাবিয়াস নকৰিলেহেঁতেন।" আন এখন যুদ্ধৰ অন্তত জোচেফিনলৈ লিখা এখন চিঠিত লিখিছিল, "মৃত আৰু ৰক্তাক্ত কলেবৰেৰে ৰণাঙ্গন ঢাক খাই আছে, এযে যুদ্ধৰ বিপৰীত দিশ, এই দৃশ্যই বুকুখন কালি চিৰাচিৰ কৰা যেন লাগে।"

যুদ্ধ-বিগ্ৰহ সম্বন্ধে তেওঁ এই মত প্ৰকাশ কৰিছিল ° যুদ্ধ-বিগ্ৰহৰ যুগ উকলি গ'ল, যুদ্ধ বৰ্তমান যুগৰ লগত খাপ নোখোৱা এটা বস্তু। এনে এটা দিন আহিব যেতিয়া বিনা হিলৈ, বৰতোপ, সঙ্গীনেৰে বিজয় সম্ভব হ'ব। যিজনে ইউৰোপৰ শান্তিভঙ্গ কৰিবলৈ বিচাৰে, তেওঁ দৰাচলতে গৃহযুদ্ধৰহে সূচনা কৰে।[৬৯৬]

আৰু এদিন এখন যুদ্ধৰ অন্তত এজন সামৰিক বিষযাৰ কুকুৰটোৱে প্ৰভুৰ মৰাশটোৰ কাষত বহি ভুকি থকা দেখি টপটপকৈ তেওঁৰ চকুৰ পানী পৰিছিল। যুদ্ধ চলি থকাৰ পৰত যদিও তেওঁ ৰুদ্ৰমূৰ্তি ধৰিছিল, যুদ্ধৰ শেষত বহুতে বহুবাৰ তেওঁক চকুলো টোকা দেখিছিল। সেনাপতিসকলক সম্বোধন কৰি এদিন তেওঁ কৈছিল, "যিজনে দুজনৰ ঠাইত দহজন সৈনিকৰ প্ৰাণ হানি হ'বলৈ দিযে, আঠজনৰ মৃত্যুৰ বাবে তেওঁ কৈফিয়ৎ দিব লাগিব।" এজন জাৰ্মান সেনাপতিয়ে নিজ চকুৰে দেখি লিখি থৈ গৈছে যে এখন যুদ্ধৰ অন্তত আহত

---

←by force of arms, that was because of the fierceness with which the first republic of Europe was again and again attacked by the European princes *We have seen how earnestly he strove for peace* E L

৬৯৬ "War is an anachronism Some day victories will be won without cannon and without bayonets Whoever troubles the peace of Europe, wants civil war"

Remember that these are the words of Napoleon, the military commander E L

সৈনিকসকলক যাতে আলফুলকৈ চাওঁতা তোলা হয়, সেই কথালৈ নাপলেয়ঁই নিজে চকু দি ফুৰিছিল। এইলাওৰ যুদ্ধৰ অন্তত এজন খ্যাতনামা চাৰ্জনে সাধাৰণ সৈনিকলৈ আওকাণ কৰা যেন কৰি এজন জেনেৰেলৰ জখম পৰীক্ষা কৰিবলৈ যাওঁতে নাপলেয়ঁই ৰূঢ় সুৰত তেওঁক কৈছিল, "আপোনাৰ কৰ্তব্য সকলোৰে পিনে সমানে চকু দিয়া।" যুদ্ধৰ অন্তত নাপলেয়ঁৰ মানত শত্ৰু আৰু মিত্ৰৰ প্ৰভেদ নাছিল।[৬৯৭]

এনেধৰণৰ উদাহৰণ আগতো দিয়া হৈছে, তেওঁৰ কোমল অন্তঃকৰণ সম্বন্ধে শত্ৰুপক্ষৰ দুই চাৰি বিশিষ্ট ব্যক্তিয়ে কোৱা কথাৰো উদ্ধৃতি দিয়া হৈছে। সাধাৰণ চিপাহীহঁতৰ লগত তেওঁৰ যি সম্বন্ধ স্থাপিত হৈছিল, সেযে তাৰ সকলোতকৈ ফটফটীয়া প্ৰমাণ। সম্ৰাট তো দূৰৰ কথা, কোনজন মুখ্য সেনাপতিৰ লগত সাধাৰণ চিপাহীয়ে তথা হৈঁয়া কৈ ফুচুৰি কথা ক'বলৈ সাহ কৰিব? চিপাহীহঁতৰ মানত নাপলেয়ঁ আছিল সিহঁতৰ মৰমিয়াল দেউতাক। এজন পালি-সেনাপতিয়ে (বেৰণ লানিযঁ) নাপলেযঁ সম্বন্ধে লিখিছে: আমাৰ মানত নাপলেযঁ এজন সম্ৰাটেই মাথোন নাছিল, তাতোকৈ বহুত ওপৰৰ স্তৰৰ কিবা এক সৃষ্টি আছিল—যি ধৰণৰ মহিমাময় সৃষ্টিয়ে সৃষ্টিকৰ্তাৰ মহিমা সম্বন্ধে আমাৰ ধাৰণা উজলায়।[৬৯৮]

[ গ ]

নাপলেয়ঁৰ বিৰুদ্ধে তৃতীয় যাই অভিযোগটো হ'ল, বিপ্লৱৰ মাধ্যমেদি এবাৰ ক্ষমতাত অধিষ্ঠিত হৈ লৈ, বিপ্লৱৰ নীতি ফুঁ মাৰি

---

৬৯৭ Since most of his wars are fought from political necessity, and are always conducted without hate as soon as the fight is finished the foe ceases to exist E L

৬৯৮ "To us, Napoleon was not a mere Emperor, he was a being of a higher order—one of those sublime creations that help to exalt our ideas of the Creator", quoted by Abbott

উৰাই দি, সংসদী আৰু সাংবাদিকৰ স্বাধীনতা কাঢ়ি লৈ, নিজৰ স্বাৰ্থসিদ্ধিৰ অৰ্থে সকলো ক্ষমতা নিজৰ হাতত কেন্দ্ৰীভূত কৰি, প্ৰজাৰ ওপৰত উৎপীড়ন চলোৱাৰ। নাপলেয়ঁৰ খ্যাতিত কলঙ্ক সানিবলৈ তেওঁৰ শত্ৰুমহলে ঘাইকৈ এই যুক্তিকে অস্ত্ৰ ৰূপে পাৰ্য্যমানে ব্যৱহাৰ কৰিছে। সেই মহলে ইয়াকে নাপলেয়ঁৰ ক্ষমতাৰ আক্ৰোহ আৰু পাৰ্থিব সম্পদৰ প্ৰতি অসীম লোভৰ অকাট্য প্ৰমাণ বুলি দেখুৱাব খোজে। এই সকলে কয় যে সেযে ন'হ'লে গণৰাষ্ট্ৰ ফ্ৰান্সক তেওঁ সাম্ৰাজ্যলৈ ৰূপান্তৰিত কৰি, সম্ৰাটৰ মুকুট পিন্ধিবলৈ যাব কিয় ?

নবেল্ লৰিয়েট এমিল লুড্‌ভিযে নাপলেঁয়ৰ চৰিত্ৰৰ দোষ-গুণ, তেওঁৰ ভুল-ভ্ৰান্তি সকলো নিৰপেক্ষভাবে চালি জাৰি দেখুৱাইছে। নাপলেয়ঁৰ ত্ৰুটিবিলাকলৈ আঙুলিযাই য'ত আৱশ্যক বুজিছে তেওঁক কঠোৰ ভাষাত ছুৰিবলৈকো এৰা নাই। এইজন মনীষীযেও এই অভিযোগক, নাপলেযঁৰ চৰিত্ৰলৈ দকৈ নোচোবাকৈ ওপৰে ওপৰে কোবা কথা—তুলুঙা চেলবেলনি বুলিহে কৈছে।[৬৯৯]

নাপলেযঁই কিয ৰাজমুকুট পিন্ধিবলৈ গৈছিল, সেই প্ৰশ্নৰ উত্তৰ ইমান সহজ সৰল নহয। সেই সম্বন্ধে যথাস্থানত আতুৰূপীযাকৈ আলোচনা কৰা হৈছে। তাকে এতিযা অলপ ফঁহিযাই দেখুৱালে নাপলেয়ঁই ৰাজমুকুট পিন্ধি ভুল কৰিছিল যদিও, অন্ততঃ ক্ষমতাৰ লোভত বা পাৰ্থিব বিভূতিৰ আক্ৰোহত যে সেই কাম কৰা নাছিল, সেই কথা বুজিবলৈ সৰহ পৰ নালাগিব।

আমি দেখিবলৈ পাইছোঁ, প্ৰথম কন্‌চালৰ আসনত বহাৰ দিনাৰেপৰা নাপলেযঁ কেনে ধৰণৰ কিমান সমস্যাৰ সমুখীন হ'বলগীয়া হৈছিল। সেই সমযত ফ্ৰান্সৰ ৰাজনীতি ক্ষেত্ৰৰ এক পৰিসীমাত

৬৯৯ No one, in the presence of such a man, can be satisfied with the *facile assertion* that Napoleon only pretended to believe in the principles of freedom until he attained to power, and then promptly betrayed them *On the contrary*, we have here to do with a spiritual struggle

আছিল উগ্র সোঁ-পন্থী ৰোয়ালিস্ত দল, আৰু আন পৰিসীমাত উগ্র বাওঁ-পন্থী জাকবেঁ দল। দুয়োদলৰ মাজত ভাৰসাম্য ৰক্ষা কৰি তেওঁ ফ্রান্সলৈ শান্তি ঘূৰাই আনিছিল, দেশক সুশাসন দিছিল, অৰাজকতা, ক্ষমতাৰ অপব্যৱহাৰ, ব্যভিচাৰ, দুর্নীতিৰ বিভীষিকাময় এটা যুগৰ অন্ত পেলাইছিল। সেই সন্ধিক্ষণত নাপলেয়ঁৰ আবির্ভাৱ নোহোৱা হ'লে ফ্রান্সৰ আৰু কি দুর্দশা যে হ'লহেঁতেন ক'ব নোৱাৰি।

এই কার্য্যত তেওঁ সফলতা লাভ কৰিছিল, ফৰাচী জাতিৰ তেওঁৰ ওপৰত অগাধ বিশ্বাস আৰু অচলা ভক্তিৰ গুণত। ফৰাচীৰ জাতীয় গুণ—ফোপোলা অহঙ্কাৰ ( vanity ) আৰু গৰিমাৰ প্রতি আসক্তিৰ কথা আগতে উন্মুকিওৱা হৈছে। কেইখনমান যুদ্ধত অভাৱনীয় সাফল্যতা লাভ কৰাৰ পিছত সেই জাতিৰ গা উঠিল—তেওঁলোকো লগা হ'ল অতীতৰ ৰোমীয় সাম্রাজ্যৰ নিচিনা এখন জাতিস্কাৰ সাম্রাজ্য। ফৰাচী নেতাসকলেও ভাবিলে, ফ্রান্সৰ ভৱিষ্যত নিৰাপত্তাৰ পিনৰপৰা চালেও ফ্রান্সত সিংহাসন পুনৰ থাপনা কৰা আৱশ্যক। ভোটাধিকাৰ থকা প্রায সকলোবে ভোট দি জনালে নাপলেযঁই ৰাজমুকুট পিন্ধিব লাগে। তেওঁ আজীৱন সংখ্যাগৰিষ্ঠৰ মত অনুসৰি ৰাজ্য চলাবলৈ বিচাৰিছিল, সেই কথা কোনেও অস্বীকাৰ কৰিব নোৱাৰে। চেইণ্ট হেলেনাত তেওঁ এদিন কৈছিল, "আমাৰ সাম্রাজ্যখন সেইদিনৰ সকলোতকৈ উদাৰপন্থী গণৰাষ্ট্র নাছিল জানো ?" সেই দিশৰপৰা চালে তেওঁ প্রকৃত গণতান্ত্রিক আছিল। কনচাল্ হিচাপে তেওঁ যি ক্ষমতা আৰু মর্য্যাদা পাইছিল, মুকুটটোৱে সেই ক্ষমতা আৰু মর্য্যাদা কোনোগুণে বঢোৱা নাছিল। সিংহাসনখনক পাট কাপোৰেৰে মেৰোৱা এডোখৰ কাঠ বুলিহে তেওঁ কৈছিল।[৭০০] তথাপি তেওঁ ৰাজমুকুট পিন্ধিছিল বিশেষকৈ তিনটা কাৰণত।

---

৭০০ মুখেৰে সেইবুলি কৈছিল যদিও, এইষাৰ নাপলেয়ঁৰ মনৰ কথা আছিল বুলি বিশ্বাস কৰিবলৈ টান। যিজনে ল'ৰা কালৰপৰা মাজ বয়সলৈকে দ্বিতীয় আলেকজাণ্ডাৰৰ ৰূপত জিলিকাৰ সপোন→

(১) ফ্ৰান্সৰ বিৰুদ্ধে সমগ্ৰ ইউৰোপ সেই সময়ত জুঁকি উঠিছিল, কাৰণ ফ্ৰান্সে ৰাজতন্ত্ৰ উচ্ছেদ কৰি গণতন্ত্ৰ স্থাপনা কৰিছিল। নাপলেয়ঁই ভাবিছিল যে সিংহাসন পুনৰ স্থাপনা কৰিলে ইউৰোপৰ ভূপতিবৃন্দৰ শত্ৰুতাই শাম কাটিব।

(২) এই ব্যৱস্থাই প্ৰজাক সন্তোষ দিব।

(৩) তেওঁ ক্ষমতাত অধিষ্ঠিত হোৱাৰ আগৰ কেইবছৰৰ ঘটনাৱলীৰ পৰা তেওঁ বঢ়িয়াকৈ বুজিছিল যে সেই যুগৰ ফৰাচী জাতিৰ ৰাজনৈতিক বিবেচনাবোধলৈ চাই আমেৰিকাৰ লেখিয়া গণৰাষ্ট্ৰই ফ্ৰান্সক সুস্থুজিব।

এই সন্দৰ্ভত গায়েতাৰ ডিউকে কোৱা তুআষাৰমান কথাৰ উদ্ধৃতি দিয়া অবাস্তৱ ন'হ'ব, তেখেতে কৈছে, "ক্ষমতাত অধিষ্ঠিত হৈ নাপলেয়ঁ এটা ডাঙৰ সমস্যাৰ সমুখীন হৈছিল। ভালেদিন এই সমস্যাৰ সমাধান বিচাৰি তেওঁ চিন্তাত মগ্ন আছিল। সমস্যাটো আছিল এই—ফ্ৰান্সত এখন গণৰাষ্ট্ৰ জীয়াই ৰখা সম্ভৱ হ'ব নে নহয়? তেতিয়ালৈকে যি দেখা গৈছিল, এই শাসনপ্ৰণালীয়ে আমাক সুজা নাছিল।

---

←পৰিহাৰ কৰিব পৰা নাছিল, সেইজনৰ পক্ষে কনচালতকৈ সম্ৰাটৰ ৰূপত নিজক চাবলৈ ভাল নোপোৱাটো স্বভাৱবিৰুদ্ধ কথা হ'ব। নাপলেয়ঁৰ চৰিত্ৰৰ এই দিশটো ফঁহিয়াই দেখুৱাই লুড্‌ভিগে কৈছে: No other position than that of a Roman Emperor or that of a Caliph was suited to his temperament চেইন্ট হেলেনাত নাপলেয়ঁই নিজে কোৱা কথা এষাৰেও তেওঁৰ চৰিত্ৰৰ এই দিশটোত পোহৰ পেলায়: "মই আদেশ দিব লাগিব, নতুবা মনে মনে থাকিব লাগিব।"

তথাপি আগৰপৰা গুৰিলৈকে সকলো কথালৈ মন কৰি, নাপলেয়ঁ বোলা মানুহজনলৈ চাই, তেওঁ ৰাজমুকুটৰ খকত গণৰাষ্ট্ৰিক সাম্ৰাজ্যলৈ ৰূপান্তৰিত কৰিছিল বুলি বিবেচনা শক্তি থকা কোনোৱে ক'বলৈ নাযায়।

"আমেৰিকাৰ যুক্তৰাজ্যত গণতন্ত্ৰ ফলৱতী হৈছিল সঁচা, কিন্তু আমাৰ আৰু সেই জাতিৰ মাজত নৈতিক আৰু প্ৰাকৃতিক অৱস্থাৰ কিমান পাৰ্থক্য। সেইখন আছিল নতুনকৈ গঢ়ি উঠা এখন দেশ। বোপা-ককাৰ দিনৰপৰা চলি অহা ঐতিহ্য আৰু অনুষ্ঠানসমূহৰ প্ৰৱল প্ৰভাৱ সেই দেশত পৰা নাছিল। তদুপৰি এখন মহাসাগৰে সেই দেশক ইউৰোপৰপৰা আঁতৰাই থৈছে। ইউৰোপ মহাদেশৰ মাজবুকুত তেনে এখন গণতান্ত্ৰিক ৰাষ্ট্ৰ ইউৰোপৰ ৰজাসকলে বৰ্দাস্ত কৰিলেহেঁতেন নে? জাতীয় ইচ্ছা আৰু সংকল্প অনুসৰি নাপলেয়ঁক ক্ষমতাত অধিষ্ঠিত কৰাৰ সময়ত সিসকলে ফ্ৰান্সৰ চিনচাব নোহোৱা কৰিবলৈ একগোট হৈ লগা নাছিল নে?"[৭০১]

নাপলেয়ঁৰ পতনৰ পোন্ধৰ বছৰৰ পিছত, ১৮৩০ চনত ফ্ৰান্সত ঘটা দ্বিতীয় বিপ্লবৰ অন্তত, ফ্ৰান্সৰ শীৰ্ষস্থানীয় গণতান্ত্ৰিক, বিপ্লৱী নেতা লাফাযেতেও নিজৰ ভুল স্বীকাৰ কৰি কৈছিল, "মোৰ মনেৰে আমেৰিকাৰ যুক্তৰাজ্যৰ সংবিধানতকৈ সুচিন্তিত এখন সংবিধান আজি পৰিমিত ৰচিত হোৱা নাই, কিন্তু ফ্ৰান্স তেনে শাসন প্ৰণালীৰ বাবে উপযুক্ত হোৱা নাই। ৰাজসভা আদি ৰাজকীয় অনুষ্ঠানেৰে (monarchical institutions) পৰিবেষ্টিত এখন সিংহাসন আমাৰ আৱশ্যক।[৭০২]

নাপলেয়ঁই নিজেও কৈছিল, "জনতাৰ অত্যাচাৰতকৈ মোৰ

---

৭০১ "These opinions recorded by the Duke of Gaeta, will undoubtedly be cherished by most thinking men who impartially reflect upon the then condition of France That Napoleon *sincerely* adopted them there can be no room for doubt That they were entertained cordially by the great mass of the French people is beyond all intelligent denial Experience had abundantly proved that Republicanism was not adapted to the genius of the French people" Abbott

৭০২ Quoted by Abbott

মানত বুৰ্ব ৰজাৰ উৎপীড়নো বাঞ্চনীয়। বিপ্লৱৰ আগ বতৰত মই সম্পূর্ণ গণতান্ত্রিক আছিলোঁ, কিন্তু আমাৰ সংসদীসকলৰ ৰাজনৈতিক নিবুদ্ধিতা আৰু পাশৱিক অত্যাচাৰৰ লীলা দেখি গণতন্ত্ৰৰ প্ৰতি মোৰ আসক্তি ক্ষয় পৰিছিল।"

নাপলেয়ঁ শাসন-সংস্কাৰৰ পক্ষপাতী আছিল, সেই বুলি বৈপ্লৱিক অৰাজকতাক তেওঁ সমর্থন নকৰিছিল। সংবিধান সম্বন্ধে তেওঁ কৈছিল, "যি কোনো সংবিধানৰে উদ্দেশ্য হ'ল প্ৰজাৰ, দেশৰ কল্যাণ। সেই উদ্দেশ্য সাধন ন'হ'লে, যিমানেই ওখ খাপৰ সংবিধান নহওক লাগে, তেনে সংবিধানৰ প্ৰশংসা কৰিব নোৱাৰি। যি সংবিধান সময়োপযোগী নহয়, সি অসাৰ।" স্বাধীনতাৰ পিছত আমাৰ দেশত দেখা দিয়া সমস্যাবোৰেই নাপলেয়ঁৰ এই মন্তব্যৰ সত্যতা প্ৰমাণ কৰে।

চেইণ্ট হেলেনাত তেওঁ কৈছিল, 'মোৰ শাসনাৱলীৰ ঘাই উদ্দেশ্য আছিল তিনটা: (১) ফ্ৰান্স আৰু ইউৰোপৰ আন দেশবিলাকৰ মাজত সম্প্ৰীতি স্থাপন কৰা, (২) বিপ্লৱৰ আগৰ আৰু পিছৰ যুগৰ মাজত সমন্বয় ঘটোৱা, আৰু (৩) ইউৰোপত জায়গীৰদাৰী প্ৰথাৰ চিনচাব নোহোৱা কৰা। ইংলণ্ডই যদি ৰাজহুৱা সুনীতিৰ ( public morality ) আৱশ্যকতা আৰু গুৰুত্বলৈ আঙুলিয়াই, ষষ্ঠদশ লুইক হত্যাকৰা কাৰ্য্যকে গৰিহনা দি ক্ষান্ত হৈ, জনহিতকৰ উদাৰনীতিৰ সমর্থন কৰি ফ্ৰান্সৰ লগত হাত মিলালেহেঁতেন, তেতিয়াহলে ফ্ৰান্স আৰু ইউৰোপে কি ৰূপ ল'লেহেঁতেন, সি ভাবিবলগীয়া এটা গধুৰ বিষয়। তাকে কৰা হ'লে গোটেই দেশত ফাঁচীকাঠ তৰঙাবলগীয়া ন'হ'লহেঁতেন, ৰজাসকল সিংহাসনত বহি থৰ্থৰাই কঁপিবলগীয়াতো নপৰিলহেঁতেন। ইউৰোপৰ ৰাষ্ট্ৰবিলাকত আপোনা-আপুনি বৈপ্লৱিক পৰিবৰ্তন ঘটিলহেঁতেন, বিপ্লৱ আৰু যুদ্ধৰ তাণ্ডৱলীলাৰ মাজেদি নোযোৱাকৈয়ে সমগ্ৰ ইউৰোপে ইংলণ্ডৰ দৰে সাংবিধানিক স্বাধীনতা লাভ কৰিলেহেঁতেন।"

নাপলেয়ঁই কিয় ফ্ৰান্সক গণৰাষ্ট্ৰৰূপে নাৰাখি সাম্ৰাজ্যলৈ ৰূপান্তৰিত কৰিছিল, সেই সম্বন্ধে যিমান জল্পনা-কল্পনা হৈছে, তাৰ মাজত Encyclopaedia Americana-ত হুআযাৰমান কথাৰে দিয়া চমু মন্তব্য বহুমূলীয়া।[৭০৩]

নাপলেয়ঁই নিজৰ এটা ৰৈদ থাপনা কৰাৰ হুতাহুত এই কাম কৰিছিল বুলি অনা অভিযোগ তেনেই ফাচ্‌ফুচ্ কতুৰা কথা। ৰাজমুকুট পিন্ধিবৰ সময়ত ৰৈদৰ চিন্তা তেওঁৰ মনলৈ অহাই নাছিল। জোচেফিনক ত্যাগ কৰিবলৈ তেওঁক জাতিবৰ্গই কচৰকামোৰ দি ধৰোঁতে তেওঁ উত্তৰ দিছিল, 'বাঘিনীৰ পেটত মই জনম লোৱা নাই নহয়।' দ্বিতীয়বাৰ ভিয়েনা অধিকাৰ কৰাৰ আৰু ষ্টাপ্‌চৰ অপচেষ্টাৰ পাছত, ফ্ৰান্সৰ ভবিষ্যত নিৰাপত্তাৰ কথা ভাবিহে, ৰৈদ থাপনা কৰাৰ চিন্তা তেওঁৰ মনলৈ আহিছিল। পুত্ৰসন্তান জন্মাৰ পিছত,

---

৭০৩ Upto the time when Napoleon took the reins of government, no Republic can be said to have existed in France We need then only ask, whether the tendency of France was towards a Republic, and whether Napoleon ought to have lent his power to establish it The forms of government, important as they are, are but secondary, compared to the primary elements of national character and political condition, and are always dependent on the latter If a Republic, was incompatible with justice, safety of person, or national independence, the former ought to have given way to the latter We believe that there are few persons of judgement, who, at present, maintain that at that period a Republic would have comported with the internal and external relations of France Firmly attached as we are to republican institutions, we yet must admit that, as there must be a difference in the habitations of men, according to the materials which they possess for their constitution, so governments must differ with the character and conditions of the governed

পুতেকে ৰাজসিংহাসন পাব লাগে, সেই বাঞ্ছা তেওঁৰ মনত নজগাটো মানৱচৰিত্ৰ বিৰুদ্ধ অস্বাভাৱিক কথা হ'লহেঁতেন। কিন্তু 'ল'ৰা ৰজা হওক'—অকল সেই হাবিয়াসতে বলিয়া হৈ নাপলেয়ঁই ল'ৰাক সিংহাসনত বহুৱাব খোজা নাছিল। ফ্ৰান্সৰ ভৱিষ্যতলৈ চায়ো সেই ব্যৱস্থাই মঙ্গলজনক হ'ব বুলি সৰল চিত্তেৰে তেওঁ বিশ্বাস কৰিছিল। চেইণ্ট হেলেনাত তেওঁ কৈছিল, "বুৰ্বঁ ৰাজ কৈদ সৰহ দিন ফ্ৰান্সত তিষ্ঠিব নোৱাৰিব। ফ্ৰান্সৰ মঙ্গল আৰু শান্তিৰ অৰ্থে মোৰ ল'ৰাক সিংহাসনত বহুওৱাটোৱেই সুবিবেচনাৰ কাম হ'লহেঁতেন।" তেওঁৰ এই মত যে কিমান যুক্তিসঙ্গত আৰু দূৰদৰ্শিতাৰ পৰিচায়ক আছিল, তেওঁৰ পতনৰ পিছৰ তেত্ৰিছ বছৰৰ বুৰঞ্জীযেই তাৰ প্ৰমাণ দিঁয়ে।

মিত্ৰশক্তিযে বলেৰে বুৰ্বঁ ৰজাক ফ্ৰান্সৰ মূৰত জাপি দিছিলহি। ফলত ১৮৩০ চনত ফ্ৰান্সত পুনৰ বিপ্লৱ ঘটিল। বুৰ্বঁ ৰাজ কৈদ চিৰকাললৈ ফ্ৰান্সৰপৰা বিদায ল'বলগীয়াত পৰিল।[৭৪] তাৰ পিছত লাফায়েতৰ মতকে সমৰ্থন কৰি অৰ্লেয়ঁা কৈদৰ লুই ফিলিপক সিংহাসনত থপা হ'ল। সেই কৈদো সৰহ দিন নিতিষ্ঠিল, ১৮৪৮ চনত পুনৰ বিপ্লৱৰ অগনি জ্বলি উঠিল। নাপলেয়ঁৰ ল'ৰা তেতিয়া ইহ সংসাৰত নাই। ল'ৰাৰ অবিহনে ফৰাচী জাতিয়ে নাপলেয়ঁৰ ভতিজাককে 'সম্ৰাট' উপাধিৰে বিভূষিত কৰি ৰাজপাটত বহুৱালে। সিংহাসন তেওঁ ৰাখি খাব নোৱাৰিলে সেইটো বেলেগ কথা।[৭৫]

---

৭০৪ The Allies crimsoned the Continent with blood, and struck down nearly a million of Frenchmen in mutilation and death ere they accomplished the inequitous restoration But where are the Bourbons now ? This is a lesson for the nations Abbott

৭০৫ ১৮৭০ চনত ফৰাচী জাতিৰ খচখচনিত, নিজৰ ইচ্ছাৰ বিৰুদ্ধে বিচমাৰ্কৰ যুগৰ প্ৰবল প্ৰতাপী জাৰ্মানিক আক্ৰমণ কৰিবলৈ গৈ, যুদ্ধত হাৰি, তেওঁ ক্ষমতাচ্যুত হৈছিল।

গতিকে, এই কথা সুস্পষ্ট যে ফৰাচী জাতিৰ মনোভাৱ আৰু ফ্ৰান্সৰ পৰিস্থিতিলৈ চাইহে নাপলেয়ঁই ফ্ৰান্সক গণৰাষ্ট্ৰৰপৰা সাম্ৰাজ্যলৈ ৰূপান্তৰিত কৰাৰ সিদ্ধান্ত লৈছিল। পোনতে সেই ব্যৱস্থাই সুফলো দিছিল। ইংলণ্ডৰ বাহিৰে ইউৰোপৰ সকলো দেশে ফ্ৰান্সৰ ৰাজতান্ত্ৰিক ৰাষ্ট্ৰক স্বীকৃতি দিছিল। ফ্ৰান্সৰ বিৰুদ্ধে ৰজাসকলৰ বিদ্বেষো শাম কটা যেন দেখা গৈছিল। গঠনমূলক কামত নাপলেয়ঁই এহাগুৰীয়াকৈ নিজক নিয়োগ কৰিব পৰা হৈছিল। ইউৰোপৰ আকাশতো শান্তিৰ পোহৰে পুনৰ ভুমুকি মাৰিছিল। ইংৰাজে আমিয়ঁৰ সন্ধি ভঙ্গ কৰি, অষ্ট্ৰীয় সম্ৰাটক ভেটী খুৱাই, কাণত উচাৎ মন্ত্ৰ মাতি, পুনৰ যুদ্ধ নলগোৱা হ'লে, নাপলেয়ঁৰ সেই সিদ্ধান্তই সুচিন্তিত, দূৰদৰ্শীৰ সিদ্ধান্ত বুলি পৰিগণিত হ'লহেঁতেন। সেই সিদ্ধান্তই ইউৰোপ মহাদেশৰ, ফ্ৰান্সৰ আৰু নাপলেয়ঁৰ নিজৰো ভৱিষ্যত নিগাজীকৈ নিৰ্দ্ধাৰিত কৰা বুলি নাপলেয়ঁই সবল চিত্তেৰে বিশ্বাস কৰিছিল। এই সম্বন্ধে তেওঁ চেইণ্ট হেলেনাত কোৱা কথা আগতে উল্লেখ কৰা হৈছে।

এই কাৰ্য্যেৰে তেওঁ বিপ্লৱৰ নীতিৰ অৱমাননা কৰা বুলিও ক'ব নোৱাৰি। কিয়নো, বিপ্লৱৰ নীতিসমূহক 'ক'দ নাপলেয়ঁ'ত কটকটীয়াকৈ বান্ধি পেলোৱা হৈছিল। এই কথাষাৰ লুডউইগে মনোজ্ঞ ভাষাত প্ৰকাশ কৰিছে: Napoleon saved the Revolution but killed the Republic একছত্ৰী সম্ৰাটৰ দৰে ৰাজ্য-শাসন কৰাই তেওঁৰ উদ্দেশ্য হোৱা হ'লে, উদাৰ নীতিৰ ভেটিত সংবিধান এখন ৰচি, নিজৰ হাতভৰি বান্ধ খুৱাবলৈ তেওঁ গ'লহেঁতেন কিয়? গণতন্ত্ৰ আৰু ৰাজতন্ত্ৰৰ মাজত সমন্বয় ঘটোৱাই যে তেওঁৰ একমাত্ৰ উদ্দেশ্য আছিল, 'ক'দ নাপলেয়ঁই' তাৰ প্ৰমাণ।[৭০৬]

৭০৬ One great cause of the hostility of monarchical Europe against republican France was the apprehension entertained by the allied monarchs that republican principles might extend through their dominions One potent→

কিন্তু ইংৰাজৰ নিৰঙ্কুশ শত্ৰুতাই নাপলেয়ঁৰ আঁচনিত ওলট-পালট ঘটাই দিলে। ফলত, যি সমস্যাৰ সমাধান কৰিবলৈ গৈ তেওঁ সেই সিদ্ধান্ত লৈছিল, সেয়ে আন আন জটিল সমস্যাৰ সৃষ্টি কৰিলে। নাপলেয়ঁ এখন জালৰ মেৰপাকত সোমাই ওলাব নোৱৰা হ'ল। সাম্ৰাজ্যৰ গৰিমা আৰু মৰ্য্যাদাৰ অনুপাতে, চতুৰ্দশ লুইৰ ৰাজসভাতকৈয়ো জলমলীয়া এখন ৰাজসভা তেওঁ গঢ়ি তুলিবলৈ ওলাল।

বিপ্লৱৰ অন্যতম নীতি আছিল অভিজাত সম্প্ৰদায়ৰ উচ্ছেদ। এক অভিজাত সম্প্ৰদায়ক উচ্ছেদ কৰি এতিয়া নকৈ আন এক অভিজাত সম্প্ৰদায় অনুষ্ঠিত কৰিবলগীয়া হ'ল, যাতে পাত্ৰমিত্ৰ-অমাত্যসকলে জাকজমকীয়া সাজপাৰ পিন্ধি ৰাজসভা জিলিকাই ৰাখিব পাৰে। এই পাবত গজা অভিজাতসকলক পিছত গৈ তেওঁ বংশানুক্ৰমিক আভিজাত্যও প্ৰদান কৰিলে। এই কাৰ্য্যৰ কৈফিয়ৎ দি তেওঁ কৈছিল, "মোৰ উদ্দেশ্য আছিল আগৰ অভিজাত সম্প্ৰদায়ক সমূলঞ্চে নিৰ্মূ্ল কৰা। মই বুজাব খুজিছিলোঁ যে গুণ থাকিলে এজন সাধাৰণ খেতিয়ক বা খনিকৰৰ সন্তানো 'ডিউক' বা 'মাৰ্শ্বেল' হ'ব পাৰে। ইংলণ্ড আৰু অষ্ট্ৰিয়াৰ অভিজাত সম্প্ৰদায়ে মোৰ এই উদ্দেশ্য গম পাইছিল। নমৰালৈকে যুঁজিবলৈ তেওঁলোক ওলোৱাৰ সিও আছিল এটা কাৰণ।"

গুৰিত উদ্দেশ্য যিহকে নাথাকক লাগে, তেওঁৰ এই ব্যৱস্থা যে গৰ্হিত আছিল সেই সম্বন্ধে দুই মত নাই। ৰজাসকলে শত্ৰুতা কৰিলেও, নাপলেয়ঁই ইউৰোপৰ জনসাধাৰণৰ—প্ৰজাশ্ৰেণীৰ শ্ৰদ্ধা-ভক্তি আহৰণ কৰিছিল, কিন্তু এই কাৰ্য্যৰ ফলত তেওঁ জনপ্ৰিয়তা হেৰুৱাইছিল। আনকি তেওঁৰ গুণমুগ্ধ কবি লৰ্ড বাইৰণেও এই

←consideration which influenced Napoleon in changing the government from a republic to an empire was the hope that Europe would be conciliated by this change. But, though the form of government was thus changed, the popular spirit remained the same Abbott

কাৰ্য্যৰ বাবে তেওঁক গৰিহনা দিছিল। সঙ্গীত সম্রাট বীট'ফেনে এই সিদ্ধান্তৰ বাতৰি পাই, নাপলেয়ঁলৈ উচৰ্গা কৰা তেওঁৰ 'এৰয়িকা' বোলা পুথিৰ উচৰ্গাপত্ৰখনি কালি পেলাইছিল।

কামটো কিয় গৰ্হিত আছিল, এটা উপমা দিলে বুজা সহজ হ'ব। এজন সাহিত্যিকৰ সাহিত্য প্ৰতিভাৰ প্ৰতি সন্মান দেখুৱাই জানিবা তেওঁক 'পদ্মভূষণ' উপাধি দিয়া হ'ল। সেই বাবেই যদি তেওঁৰ মৃত্যুৰ পিছত তেওঁৰ অলগৰ্ধ, পঘাচোৰ পুতেক এটাই নামৰ আগত বা পাছত সেই নেজডাল লগোৱাৰ অধিকাৰ পায়, তেনেহলে কথাটো কেনে ধৰণৰ হ'ব ?

নাপলেযঁই এই কাৰ্য্যৰ সপক্ষে যিবিলাক যুক্তি দিছিল তাৰ উত্তৰত লুড্‌ভিযে কোৱা কথাষাৰ ( ১৮৫ পৃষ্ঠা ) মনত থাবি বান্ধি যোৱা কথা :

**Rarely had a great error so grand a foundation**

নাপলেয়ঁই কিয এই কামটো কৰিছিল, সেই প্ৰশ্নৰ উত্তৰত লুডভিযে যুক্তি দিছে যে ল'ৰাকালত ফৰাচী অভিজাত সম্প্ৰদায়ৰ বংশধৰসকলে নাপলেযঁৰ প্ৰতি যি তাচ্ছিল্য আৰু অবজ্ঞাৰ ভাব দেখুৱাইছিল, জীৱনত তাক তেওঁ পাহৰিব পৰা নাছিল। যোল বছৰীয়া পঢ়াশলীয়া ল'ৰাটিৰ কথাৰ সুৰত নাপলেয়ঁই এদিন কোৱা কথা এষাৰৰপৰা সেই কথা বুজিব পাৰি। তেওঁ কৈছিল, "দশা-কোষ্ঠি গণনাকাৰীসকলে মোৰ উপৰিপুৰুষসকলৰ পম খেদি 'ডেলিউজ' ( বাইবলত উল্লিখিত প্ৰাক-ঐতিহাসিক জলপ্লাৱন ) পায়গৈ, আৰু খেনোৱে কয় বোলে আমাৰ বংশ নিম্ন মধ্যশ্ৰেণীৰ। দুয়োটা মিছাৰ সোঁ মাজৰ কথাই সঁচা। বনাপাৰ্ত বংশ প্ৰখ্যাত বংশ নহয় কিন্তু কৰ্চিকাৰ এটি সম্ভ্ৰান্ত বংশ। থঁবাধুন মাৰি বৰমানুহ বোলাই ফুৰা এই ফটংগিৰীসকলে ইতিকিং কৰিবলগীয়া পদাৰ্থ আমি নহওঁ।"

নাপলেয়ঁই ভাবিছিল যে তেওঁৰ এই ব্যৱস্থা অভিজাত সম্প্ৰদায়ৰ ফোপোলা অহঙ্কাৰ চূ কৰাৰ পৰ্ণক্ষে পাশুপাত অস্ত্ৰ হ'ব,

কিন্তু অন্নই যাক ভেদিব লাগে তাক নেভেদি ভেদিছিলহি তেওঁক নিজকহে। লুডভিবৰ মতে নাপলেয়ঁই ল'ৰাকালত সেই বেজবেৰীয়া আচৰণ নোপোৱা হ'লে, তেওঁৰ জীৱনে আৰু ইউৰোপৰ বুৰঞ্জীয়ে কিজানি আন ৰূপ ল'লেহেঁতেন।[৭০৭]

মাৰিয়া লুইচাকো তেওঁ বিয়া কৰাইছিল, জ্যালৰপৰা নিজক মোকলোৱাৰ চেষ্টাতে। ৰাজবংশৰ সন্তান নহয় বুলি ৰজাসকলে তেওঁক নিজৰ শাৰীত আসন দিবলৈ এৰাইছিল। তেওঁ ভাবিছিল ৰাজকুঁৱৰী ঘৈণী আনিলে সেই ভাব আঁতৰিব, আৰু বিশেষকৈ তেওঁৰ চাৰি মহাশক্ৰৰ মাজৰ অন্ততঃ এক মহাশক্ৰয়ে তেওঁৰ বিৰুদ্ধে আৰু অস্ত্ৰ নধৰিব। তেওঁৰ সেই আশাতো বিফলে গৈছিলেই, বৰং এই বিয়াখনৰ ফলত ইউৰোপৰ জনগণৰ চকুত তেওঁ আৰু তললৈ নামিছিল, কাৰণ, সেই যুগত হেপ্‌চ্‌বুৰ্গ ৰাজবংশ আছিল প্ৰতি-ক্ৰিয়াশীল, স্বৈৰাচাৰী ৰাজতন্ত্ৰৰ অভিশপ্ত, জীৱন্ত প্ৰতীক।

মোটৰ ওপৰত, ফ্ৰান্সক গণৰাষ্ট্ৰৰপৰা সাম্ৰাজ্যলৈ ৰূপান্তৰিত কৰা সিদ্ধান্তই যে অৱশেষত সুফলতকৈ কুফল হে দিছিল, সেই সম্বন্ধে তৰ্কৰ থল নাই। গতিকে, এই ক্ষেত্ৰত নাপলেয়ঁই ভুল কৰিছিল বুলি ন'কৈ নোৱাৰি। কিন্তু এই সন্দৰ্ভত এই কথা পাহৰিব নালাগে যে এই সিদ্ধান্ত আছিল ফৰাচী জাতিৰ। নাপলেয়ঁই বলেৰে ফ্ৰান্সৰ মূৰত ৰাজতন্ত্ৰ জাপি দিবলৈ যোঁৱা নাছিল।[৭০৮]

---

৭০৭ "This is the tone of the sixteen year old lad, scion of the lesser nobility, whom a handful of counts made fun of at the military academy and slighted at the boarding school in Paris It may well be that but for these never-to-be forgotten affronts suffered at the hands of a few silly marquises, his whole outlook , his court-life, his marriage, his destiny would have been different , and therewith the course of European history would have been other than it was "

৭০৮ Admitting that it was a very unwise change, it was the free act of the French nation The change was not forced upon a reluctant people by a tyrant Abbott

প্ৰজাৰ ওপৰত তেওঁ উৎপীড়ন কৰা অভিযোগটোও যুক্তিহীন, তেজপিয়াহ আদি অভিযোগৰ শাৰীৰে আগ-গুৰি নোহোৱা কথা। গতিকে সেই সম্বন্ধে সৰহ কথা ন'ক'লেও চলে। প্ৰজাৰ ওপৰত তেওঁ উৎপীড়ন চলোৱা হ'লে, এৰাৰপৰা তেওঁ উলটি আহোঁতে লাখ-বিলাখ প্ৰজাই, আতুৰত পৰা ল'ৰা-ছোৱালীয়ে বাপেকৰ ওচৰলৈ উধাতু খাই ল'ৰি অহাদি, ঢপলিয়াই নাহিলহেঁতেন। এই সম্বন্ধে কৰ্ণেল নেপিয়াৰে কোৱা হৃদয়স্পৰ্শী কথাৰ উদ্ধৃতি আগত দিয়া হৈছে (২৯৯-৩০০ পৃষ্ঠা)। এই অভিযোগ বাতুলৰ প্ৰলাপ, কিন্তু তেওঁ যে সংসদ আৰু সাংবাদিকৰ স্বাধীনতা কাঢ়ি লৈ একাধিপতিত্বৰ প্ৰবৰ্তন কৰিছিল, সেই অভিযোগ অমূলক নহয়। তথাপি, নাপলেয়ঁৰ শত্ৰুমহলে এই অভিযোগটোক যিমান ডাঙৰটোকৈ দেখুৱাবলৈ বিচাৰে, তেনে গুৰুত্ব তাৰ মাজত নাই।

ঐতিহাসিকসকলে নাপলেয়ঁক 'ডিক্টেটৰ অভ যুৰোপ' উপাধিৰে বিভূষিত কৰিছিল, কাৰণ তেওঁৰ ভ্ৰূকুটিত মহীপালসকলৰ বুকুত কঁপনি উঠিছিল। ডিক্টেটৰ হিচাপে তেওঁৰ অত্যাচাৰৰ উদাহৰণ স্বৰূপে বিশেষকৈ আঙুলিওৱা হয় 'ৰাইনৰ কনফেডেৰেশ্বন'লৈ, আৰু অভিজাতসকলৰ বিশেষাধিকাৰ কাঢ়ি লোৱা কথালৈ। জাৰ্মানিৰ তিনিশ ৰজা-জমিদাৰক পেন্‌চন্ দি তেওঁ 'ৰাইনৰ কনফেডেৰেশ্বন' অনুষ্ঠিত কৰিছিল আৰু তাত জায়গিৰদাৰী প্ৰথা উচ্ছেদ কৰি 'ক'দ নাপলেয়ঁ'ৰ প্ৰচলন কৰিছিল। গতিকে এই ৰজা, জমিদাৰ, জায়গিৰদাৰসকলে তেওঁলোকৰ ওপৰত অত্যাচাৰ কৰা হৈছিল বুলি কোৱাটো স্বাভাৱিক।[৭০৯] কিন্তু ই যে জনহিতকৰ কাৰ্য্য আছিল, এই কাৰ্য্যৰ

৭০৯ The crowd of deposed princes and dispossessed aristocrats in those states which Napoleon had reconstructed, and in which he had set up the new code of equal rights, were naturally resentful and were ever watching for an opportunity to regain their lost power and privileges Mair নাপলেয়ঁৰ অপৰাধ হিচাপেহে মেয়াৰে এই কথাৰ উল্লেখ কৰিছে।

কলতেই যে অতি সোনকালে জাৰ্মান জাতি আৰু তাৰ পিছত বিচ্‌মাৰ্কৰ দিনৰ পৰাক্ৰমী জাৰ্মান ৰাষ্ট্ৰ গঢ়ি উঠিবলৈ পাইছিল, সেই কথা কোনেও নুই কৰিব নোৱাৰে। সেই কাৰণতে নাপলেয়ঁক **Father of the German nation** বোলা হয়।

নাপলেয়ঁৰ স্বভাবেই যে একাধিপতিত্বৰ পিনে ঢাল যোৱা বিধৰ আছিল, সেই কথাও আগত উন্মুকিওৱা হৈছে। লুড্‌ভিষে ক'বৰ দৰে, **No other position than that of a Roman Emperor or a Caliph was suited to his temperament** তেওঁ নিজেই এদিন কৈছিল, "মই য'তে থাকোঁ লাগে, হয় মই আদেশ দিব লাগিব, নাইবা মনে মনে থাকিব লাগিব।" ল'ৰাকালৰেপৰা তেওঁৰ সপোন আছিল আলেকজাণ্ডাৰ নাইবা জুলিউচ চিজাৰৰ আৰ্হিত নিজক গঢ়ি তোলা। সেই ৰূপত নিজক কল্পনা কৰিবলৈ তেওঁ ভাল পাইছিল। তদুপৰি সেই যুগৰ ৰাজনীতিজ্ঞ পুৰুষসকলৰ তুলনাত তেওঁ জ্ঞান, বুদ্ধি, বিবেচনাত ইমান ওপৰ খাপৰ আছিল যে সিসকলৰ লগত আলোচনা কৰাটো সময়ৰ অপব্যয় যেন হে তেওঁৰ বোধ হৈছিল। তেওঁৰ এই মনোবৃত্তিৰ বাবে, তেওঁৰ ৰাজত্বকালতে, তেওঁ যেতিযা ক্ষমতাৰ উচ্চতম শিখৰত, তেতিয়াও, ৰাজধানীৰ বুকুতে বহি কাৰ্ণ, কঁস্তা, শ্বেনিয়ে আদি ফৰাচী ৰাজপুৰুষসকলে তেওঁৰ তীব্ৰ সমালোচনা কৰিছিল। তাৰ বাবে নাপলেয়ঁই তেওঁলোকৰ প্ৰতি শত্ৰুতা কৰা নাছিল। সংসদ আৰু সাংবাদিকৰ স্বাধীনতাৰ ওপৰত হাত দিছিল যদিও বিৰুদ্ধবাদীসকলৰ বিপক্ষে কোনো দিনা তেওঁ শাস্তিমূলক বিধান হাতত লোৱা নাছিল। বৰং কাৰ্ণ, কঁস্তা আদিক বুজাই-বৰাই নিজৰ মতলৈ আনিবলৈহে চেষ্টা কৰিছিল। পিছত এই দুয়োজন 'ক্ৰিটিকে'ই তেওঁক সমৰ্থন কৰাৰ কথা আগত উন্মুকিওৱা হৈছে। সংসদ আৰু সাংবাদিকৰ স্বাধীনতা হ্ৰাস কৰি নিজৰ হাতত সকলো ক্ষমতা কেন্দ্ৰীভূত কৰিছিল যদিও, নাপলেয়ঁৰ বৈশিষ্ট্য এই-খিনিতে যে ব্যক্তিগত বিদ্বেষ, হিংসা, খং, শত্ৰুতা আদি চৰিতাৰ্থ কৰাৰ

উদ্দেশ্যেৰে বা ব্যক্তিগত স্বাৰ্থসিদ্ধিৰ অৰ্থে ক্ষমতাৰ অপপ্ৰয়োগ তেওঁ কোনো দিনা কৰা নাছিল। তেওঁৰ সাৰ্বভৌম কৰ্তৃত্ব তেওঁ খটুৱাইছিল কেৱল মাত্ৰ ফ্ৰান্সৰ হিতৰ অৰ্থে। কাৰো ওপৰত তেওঁ অত্যাচাৰ, অনাচাৰ, উৎপীড়ন কৰাৰ এটা দৃষ্টান্তও কোনেও দিব নোৱাৰে। এলিচন চাহাবেও সেই কথা স্বীকাৰ কৰিছে। বুৰঞ্জীৰ আন আন ডিক্টেটৰসকলৰ আৰু নাপলেয়ঁৰ মাজত সেয়ে পাৰ্থক্য। আমাৰ যুগৰে অখণ্ডপ্ৰতাপী জাৰ্মান ডিক্টেটৰ হিট্‌লাৰক নাপলেয়ঁৰ লগত তুলনা কৰিবলৈ গ'লে দেৱতাৰ লগত পিশাঁচৰ তুলনা কৰাৰ নিচিনা কথাহে হ'ব।

জুলিউচ্‌ চিজাৰ আদি ডিক্টেটৰসকলৰ আৰু নাপলেয়ঁৰ মাজত আৰু এটা ডাঙৰ পাৰ্থক্য আছে। সিসকলৰ ক্ষমতা প্ৰতিষ্ঠিত আছিল সৈন্যবাহিনীৰ সামৰিক শক্তিৰ ওপৰত। সেই শক্তি সময়ে সময়ে প্ৰজাক দমন কৰিবলৈকো প্ৰয়োগ কৰা হৈছিল। নাপলেয়ঁই কোনোদিনা তেনে কাম কৰিবলগীয়াত পৰা নাছিল, কাৰণ তেওঁৰ ক্ষমতাৰ ভেটি আছিল ফ্ৰান্সৰ প্ৰজাবৃন্দ। তেওঁ অকল সৈন্যবাহিনীৰ সম্ৰাটেই নাছিল, কৃষক-বনুৱাৰো সম্ৰাট আছিল।[৭১] সেই কাৰণেই একাধিপতি হলেও তেওঁ সদায় প্ৰজাৰ মত মানি চলিবলৈ চেষ্টা কৰিছিল। তেওঁৰ নীতিয়েই আছিল, সংখ্যাগৰিষ্ঠৰ ইচ্ছানুযায়ী শাসন।

নাপলেয়ঁৰ ক্ষমতা প্ৰতিষ্ঠিত আছিল ফ্ৰান্সৰ প্ৰজাশক্তিৰ ওপৰত। সৈন্যবাহিনীৰ হৃদয় তেওঁ যেনেকৈ জয় কৰিছিল গৰিমাৰ যোগেদি, যুদ্ধক্ষেত্ৰত অসামান্য প্ৰতিভা দেখুৱাই, তেনেকৈ ফ্ৰান্সৰ প্ৰজাৰ হৃদয়ো জয় কৰিছিল, বিপ্লৱৰ নীতি বলৱৎ কৰি, জায়গিৰদাৰী শাসন-পদ্ধতি উচ্ছেদ কৰি, ক্ষমতাশালীয়ে ক্ষমতাৰ অপব্যৱহাৰ

---

৭১০ "I am not only the soldiers' Emperor, I am also the Emperor of workers and peasants Thus in spite of all, the people come back to me" E L

কৰাৰ বাট মাৰি।[৭১১] ফ্ৰান্সৰ প্ৰজাৰ হৃদয়ত তেওঁ কেনে স্থান অধিকাৰ কৰিছিল, সুবিখ্যাত ফৰাচী কবি বেৰাজেঁৰ এফাকি কবিতাৰ পৰা সেই কথা বুজিব পাৰি :

"দুখীয়াৰ টোকোৰা পঁজাত তেওঁ যি পোহৰ পেলাইছিল, শত শত বছৰলৈ দুখীয়াই তাৰ গুণ গাব। পঞ্চাছ বছৰলৈ দুখীযাৰ টোকোৰা পঁজাত আন কোনো কথা কোনেও নাপাতিব। বুঢ়াই ক'ব, ল'ৰাহঁত, এই গাৱঁৰ মাজেদিয়েই এদিন তেওঁক মই যোৱা দেখিছিলোঁ, তেওঁৰ পিছে পিছে গৈছিল ক'ত ৰজা-মহাৰজা।"

ফ্ৰান্সত তেওঁৰ কথা কওঁতে কোনেও 'জেনেৰেল' বা 'কনচাল' বা সম্ৰাট' বা 'নাপলেযঁ' বুলি ন'কৈছিল, সকলোৱে কৈছিল—মানুহজন—অৰ্থাৎ প্ৰকৃত মানুহ বুলিবলৈ জগতত কোনোবা আছিল যদি, আছিল একমাত্ৰ তেৱেঁই। লৰ্ড ৰজবেৰীৰ মতে ইয়াতকৈ ডাঙৰ সন্মান পৃথিবীত কোনো মানুহে কোনো দিনা পোৱা নাই।[৭১২] এজন অত্যাচাৰী একাধিপতিক ফৰাচীৰ দৰে স্বাধীনতাপ্ৰিয় (individulists) এটি জাতিয়ে এইদৰে পূজা কৰিবলৈ কেতিয়াও নাযায়।

ফৰাচী ঐতিহাসিক শ্বাপ্‌তালে কৈছে, প্ৰজাৰ এটি সৰুসুৰা বিদ্ৰোহকো এখন যুদ্ধত হৰাতকৈ তেওঁ বেছি ভয় কৰিছিল। প্ৰজাৰ ওপৰত বলপ্ৰয়োগ কৰাৰ কথা ভাবিলে তেওঁৰ প্ৰাণত আতঙ্কৰ সৃষ্টি হৈছিল। ১৭৯৫ চনৰ ৫ অক্টোবৰৰ দিনা ( ১ম খণ্ড ১ম অধ্যায় ) জনতাৰ ওপৰত গুলি চলোৱাৰ কথা জীৱনত তেওঁ পাহৰিব পৰা

---

৭১১ To the people he stood for the Revolution and to the army for glory The peasantry were the jealous guardians of his fame Among them long lingered the tradition of supernatural achievements Rosebery

৭১২ "He received the most singular and sublime honour that has ever been accorded to humanity, for he was known in France, not as General, Consul or Emperor, or even by his own name, but simply as *l' homme* (the Man)"

নাছিল। তাৰ বাবে চিৰজীৱন তেওঁ অনুতাপ কৰিছিল।[৭১৩] তথাপি এই কথা সঁচা যে প্ৰজাৰ হাতত শাসনভাৰ দিয়াৰ কথা তেওঁ অনুমোদন নকৰিছিল। তাৰ কাৰণ হ'ল প্ৰজাতন্ত্ৰৰ নামত বিপ্লৱৰ সময়ত চলোৱা জঘন্য অত্যাচাৰে তেওঁৰ মনত দকৈ ছাব বহুৱাইছিল। প্ৰজাৰ হাতলৈ সকলো ক্ষমতা গ'লে তাৰ কি বিষম ফল হ'ব পাৰে আগ চকুতে তেওঁ তাৰ প্ৰমাণ দেখিছিল। তেওঁ নিজেই কৈছিল, "সমাজ ( অৰ্থাৎ সমাজৰ শৃঙ্খলা ) আৰু বিপ্লৱৰ ( বিপ্লৱৰ অশৃঙ্খলা ) মাজত একমাত্ৰ মইয়ে শিলৰ খুটি।[৭১৪]

জনতাৰ আদেশ মানি ৰজা ষষ্ঠদশ লুইয়ে যিদিনা বিপ্লবীৰ ৰঙা টুপীটো মূৰত পিন্ধি লোৱা তেওঁ দেখিছিল, জনতাৰ শাসনৰ প্ৰতি সেইদিনা তেওঁৰ মনত যি ঘৃণা সোমাইছিল, কোনো দিনাও সেই ঘৃণা তেওঁৰ মনৰপৰা আঁতৰা নাছিল।

ৱটাৰ্লুৰ যুদ্ধৰ পিছত হাজাৰ-বিজাৰ প্ৰজাই তেওঁৰ ওচৰলৈ আহি প্ৰজাৰ নেতৃত্ব ল'বলৈ তেওঁক মিনতি জনাইছিলহি—কাৰণ ফ্ৰান্সৰ প্ৰজাই বুজিছিল যে জায়গিৰদাৰী প্ৰথা আৰু বিদেশীৰ শাসনৰপৰা প্ৰজাক ৰক্ষা কৰাৰ শক্তি তেতিয়া তেওঁৰ বাহিৰে আন কাৰো নাছিল। কিন্তু, নিজৰ ৰাজমুকুট, আনকি নিজৰ স্বাধীনতাকো, বিসৰ্জন দি সেই মিনতি তেওঁ অগ্ৰাহ্য কৰিছিল। বিপ্লৱৰ পাশৱিক অত্যাচাৰ নিজ হাতেৰে এদিন তেওঁ দমাইছিল, সেই পাশৱিক শক্তিয়ে পুনৰ মূৰ দাঙি উঠা কাৰ্য্যত ইন্ধন যোগাবলৈ একোপধ্যে তেওঁ মান্তি হোৱা নাছিল।[৭১৫]

---

৭১৩ He dreaded the idea of firing upon the people, he preserved a lifelong regret for his action in the Vendémaire outbreak Rosebery

৭১৪ "I and I alone stand between society and revolution" Rosebery

৭১৫ After Waterloo the multitude (*the canaille* as Nepoleon generally called them) thronged round the palace and begged him to lead them, for they considered him the→

দলীয় ৰাজনীতিক তেওঁ ঘিণ কৰিছিল বাবেই দলপতি হোৱাৰ কথা তেওঁ ভাবিবকে নোৱাৰিছিল। তেওঁ কৈছিল, "বুৰঞ্জীত যিসকল মনীষীয়ে যুগৰ পৰিবৰ্তন ঘটাইছে, সিসকলে জননেতাসকলক হাতৰ মুঠিলৈ আনি সেই কাম সমাধা কৰা নাই, কৰিছিল জনগণক উদ্বেলিত কৰিহে। যিজন শাসকে জননায়কসকলক ফুচুলাই, হাতৰ মুঠিলৈ আনি, ৰাজ্যশাসন কৰিব খোজে, তেওঁ মাথোন এজন ষড়যন্ত্ৰকাৰী। জনগণক চলাব পৰা জনেহে জগতৰ ৰূপ সলনি কৰিব পাৰে। শাসকে শাসন কৰিব লাগে জনগনৰ হিতৰ অৰ্থে। অমুকে কি ক'ব, তমুকে কি ভাবিব বুলি গুনাগঁথা কৰি থকাজনে কোনো মহৎ কাৰ্য্য সাধিব নোৱাৰে। মিছা প্ৰলোভন দি জনগণৰ ওচৰত ভালৰি বোলাবলৈ যোৱাও ভুল। আশা দি আশা পূৰণ কৰিব নোৱৰা শাসকে প্ৰজাৰ শ্ৰদ্ধা হেৰুৱায়।" ভায়েক লুইলৈ দিয়া এখন চিঠিত তেওঁ লিখিছিল, "ৰজাৰ সদাশয়তাত ৰাজসিক মোহৰ মৰা থাকিব লাগে, সি ধৰ্মযাজকৰ সদাশয়তা হ'ব নালাগে। ৰজা জনপ্ৰিয় হ'ব লাগে, কিন্তু ৰজাৰ প্ৰতি প্ৰজাৰ ভালপোৱাৰ মাজত যাতে শ্ৰদ্ধা, ভক্তি আৰু লগতে ভয়ো থাকে, তালৈ চকু দিব লাগে। যিজন ৰজাক প্ৰজাই 'সদাশয় ভদ্ৰলোক' বোলে, বুজিব লাগিব শাসক হিচাপে তেওঁ অকৰ্মণ্য।"[৭১৬]

তেওঁ কোৱা এনেবিলাক কথাৰপৰা বুজিব পাৰি যে নিজে একাধিপতি হৈয়ো প্ৰজাৰ একাধিপতিত্বক ( sovereignty of the

---

←only barrier against feudalism and against foreign domination

But he would not touch the Revolution even to save the crown for himself He had seen, and seen with bitter contempt, Louis XVI bow to the multitude with the cap of liberty on his head Not to preserve his liberty or his dynasty would Napoleon for a moment assume that cap Rosebery

৭১৬ Quoted by E L

people ) তেওঁ কাহানিও অগ্ৰাহ্য কৰা নাছিল। গতিকে তেওঁক 'গণতান্ত্ৰিক একাধিপতি' আখ্যা দিয়া অসঙ্গত ন'হব। সেই বিধ শাসনতন্ত্ৰৰ পৰীক্ষণ ভালেমান দেশত আজিও চলিব লাগিছে। এই বিধ শাসন-তন্ত্ৰও, ইউৰোপৰ, তথা জগতৰ, প্ৰতি নাপলেয়ঁৰে এক অৱদান।[৭১৭]

এহাতেদি যেনেকৈ ৰজামহাৰজাৰ স্বেচ্ছাচাৰ দমাই সমগ্ৰ ইউৰোপত তেওঁ বিপ্লৱৰ নীতি—সাম্য-মৈত্ৰী-স্বাধীনতাৰ—পোহৰ পেলাইছিল, তেনেকৈয়ে আন হাতেদি প্ৰজাৰ মাজত সৃষ্টি হোৱা বিশৃঙ্খলা, অৰাজকতা, স্বাধীনতাৰ ব্যভিচাৰকো তেওঁ দমন কৰিছিল। আদৰ্শ শাসকৰ মাজত সকলো দেশত, সকলো যুগত এই গুণটোকে প্ৰজাই বিচাৰে। সেই গুণৰ বলতে নাপলেয়ঁ সমগ্ৰ ইউৰোপৰ উদাৰপন্থী সকলৰ চকুত আদৰ্শ পুৰুষ ৰূপে জিলিকিব পাৰিছিল, আৰু সেই গুণৰ বাবেই ৰজাসকলে তেওঁক ইমান ভয় কৰিছিল।

---

৭১৭ He was in fact the man of popular imagination, and it was thus that the Liberals swore by him His intense individuality, even more than his horror of anarchy, had made him an absolute ruler But as the product of the Revolution, as the humbler of kings, a glamour of liberty grew round his name He had gratified the passion for equality by founding the fourth dynasty, though sprung from nothing, he had kept out the Bourbons, he had above all crushed and abashed the Chiefs of the Holy Alliance which weighed so heavily on Europe, which endeavoured to tread out the last embers of the French Revolution, and which represented an embodied hostility to freedom So regarded, it is not wonderful that Napoleon became an idol of Continental Liberalism *Authoritative democracy*, the idea which produced the second empire and which is still alive there, and which in various forms has found favour elsewhere, *is the political legacy, perhaps, the last message of Napoleon* Rosebery (Italics ours.)

একাধিপতিত্বৰ অভিযোগ খণ্ডন কৰিবলৈ চেইণ্ট হেলেনাত নাপলেয়ঁই কৈছিল, "শাসনপ্ৰণালী জাতীয় চৰিত্ৰৰ লগত খাপখোৱা বিধৰ হ'ব লাগিব। সেই সময়ত ফ্ৰান্সত বলিষ্ঠ শাসনৰ আৱশ্যক হৈছিল। যি অৱস্থাত ৰ'মত গণৰাষ্ট্ৰৰ ৰক্ষাৰ্থে এজন ডিক্টেটৰৰ আৱশ্যক হোৱা বুলি ঘোষণা কৰা হৈছিল, ফ্ৰান্সৰো তেতিয়া একে অৱস্থা। ইংৰাজৰ ধনে ইউৰোপৰ সকলোবিলাক প্ৰৱল পৰাক্ৰমী জাতিক একাদিক্ৰমে ইখনৰ পিছত সিখন 'কয়েলিচন'ত একেলগ কৰিছিল, আমাৰ গণৰাষ্ট্ৰৰ অস্তিত্বকে লোপ পেলোৱাৰ উদ্দেশ্যেৰে। সেই চেষ্টাৰ বিৰুদ্ধে থিয় দিবলৈ ফৰাচী জাতিৰ সকলো শক্তি আৰু প্ৰচেষ্টা দেশৰ মুখ্য নায়কৰ নিয়ন্ত্ৰণৰ অধীনত কেন্দ্ৰীভূত কৰা নিতান্ত আৱশ্যকীয় হৈ পৰিছিল।"

নাপলেয়ঁৰ এই যুক্তি অখণ্ডনীয়। গ্ৰীক দাৰ্শনিক প্লেটই কৈছিল, "মহাসাগৰৰ মাজত গণতান্ত্ৰিক পদ্ধতিৰে ভোট লৈ যদি জাহাজৰ গতিপথ নিৰ্দ্ধাৰণ কৰিবলগীয়া হয় তেনেহলে সেই জাহাজ নিৰ্ঘাত ডুবিব। আমাৰ বৰ্তমান যুগতো হুইলাৰে কৈছে, "সৈন্যবাহিনীত, বাণিজ্যত, পঢ়াশালিত, বৈজ্ঞানিক গবেষণাগাৰত, গিৰ্জাঘৰত, অৰ্কেষ্ট্ৰাত, আন কি খেলৰ পথাৰতো গণতন্ত্ৰ নচলে—নেতাৰ নিৰ্দেশেই তেনে ক্ষেত্ৰত চৰম মন্ত্ৰ।"

যুদ্ধবিগ্ৰহৰ সময়ত, আনকি আভ্যন্তৰীণ বিক্ষোভে ৰাষ্ট্ৰৰ নিৰাপত্তা বিপন্ন কৰা যেন দেখিলেও, Defence of the Realm বোলা আইন অনুসৰি সংসদ আৰু সাংবাদিকৰ স্বাধীনতা সাময়িকভাৱে বাতিল কৰি ( censorship ) শাসকে সকলো ক্ষমতা নিজৰ হাতলৈ নিয়া ৰীতি নতুন নহয়। আজিৰ যুগতো এই প্ৰথা চলি আছে। গতিকে ঘৰৰ বিভীষণসকলৰ কথা বাদ দিও, বাহিৰা শত্ৰুৱে কেউপিনৰপৰা বেৰি লৈ ফ্ৰান্সক ধ্বংস কৰিবলৈ ওলোৱা অৱস্থাত, নাপলেয়ঁই সেই নীতি অৱলম্বন কৰাৰ বাবে মহাভাৰত কোনখিনিত অশুদ্ধ হৈছিল বুজিবলৈ টান।

এখাৰণৰা ঘূৰি আহি নাপলেয়ঁই ক্ৰান্সত গণতন্ত্ৰৰ এক পৰীক্ষণ দি চাবলৈকো ওলাইছিল, কিন্তু তেওঁক সেই সুযোগ দিয়া ন'হ'ল। সেই সময়ত তেওঁ কোৱা কথা এষাৰ মন কৰিবলগীয়া, তেওঁ কৈছিল, "এটা কথা পাহৰিব নালাগে, ফৰাচী জাতিয়ে নিজ ইচ্ছাৰে মোক যিমানখিনি ক্ষমতা দিব খুজিছিল, সিমানখিনি ক্ষমতা মই কাহানিও গ্ৰহণ কৰা নাছিলোঁ।"[৭১৮]

[ ঘ ]

এটা অভিযোগৰপৰা লুডভিষ, ৰজবেৰী আদি নাপলেয়ঁৰ প্ৰতি সহানুভূতিশীল সমদৰ্শী ঐতিহাসিকসকলেও নাপলেয়ঁক মুক্তি দিয়া নাই। সিসকলৰ মতে, ফ্ৰান্সে বেলজিয়াম প্ৰদেশ, ৰাইন নৈৰ দক্ষিণ পাৰ আৰু পিয়েদমন্ত্ ৰাজ্য এৰি দিলে—অৰ্থাৎ ফ্ৰান্সৰ প্ৰাকৃতিক সীমাৰ বাহিৰে আধিপত্য এৰি দিলে—সন্ধি স্থাপন কৰিবলৈ মিত্ৰশক্তি যেতিয়া মান্তি হৈছিল, নাপলেয়ঁই সেই চৰ্ত মানি লৈ সন্ধি কৰিব লাগিছিল। লৰ্ড ৰজবেৰীয়ে কৈছে, but for the distrust or fatalism or madness of Napoleon a treaty would have been signed এই সম্বন্ধে দ্বিতীয় খণ্ডত বিতংকৈ কোৱা হৈছে।

শ্বাতিয়ঁৰ বৈঠকত কঁলেকুৰে সন্ধিপত্ৰৰ যিখন খচৰা তৈয়াৰ কৰিছিল, সেইখন বোলে নাপলেয়ঁই অনুমোদন কৰিছিল, ৰাজ-প্ৰতিনিধিসকলে চহী দিবলৈহে মাথোন বাকী আছিল। কিন্তু আলোচনা চলি থাকোঁতে ব্লুষাৰে নাপলেয়ঁক আক্ৰমণ কৰি এনে বেয়াকৈ হাৰিল যে নাপলেয়ঁৰ মন ঘূৰি গ'ল। সন্ধিৰ চিন্তা এৰি তেওঁ যুদ্ধৰ পন্থাকে হাতত ল'বলৈ থিৰ কৰিলে।[৭১৯]

---

৭১৮ "I assumed less power than was actually conceded to me' E L

৭১৯ Blucher was defeated and suffered such great loss in men and equipment that Napoleon decided to fight on The decision cost him the French throne Korngold

সেই সময়ত মিত্ৰশক্তিয়ে আগবঢ়োৱা সন্ধিৰ প্ৰস্তাৱ গ্ৰহণ কৰাৰ বিৰুদ্ধে নাপলেয়ঁই যি যুক্তি দিছিল, সেই যুক্তিৰ কথা যথাস্থানত কোৱা হৈছে। ঘাইকৈ তেওঁ কৈছিল যে তেতিয়া সন্ধি কৰিলেও, পিছত আকৌ কিবা ছেলু উলিয়াই ফ্ৰান্সক মিত্ৰশক্তিয়ে আক্ৰমণ কৰিলেহেঁতেন। মিত্ৰশক্তিক সম্পূৰ্ণৰূপে পৰাজিত নকৰালৈকে বুৰ্বঁ ৰজাক পুনৰ ফ্ৰান্সৰ ৰাজপাটত বহুওৱাৰ সংকল্প মিত্ৰশক্তিয়ে নেৰে। বৈঠক চলি থকাৰ সময়ত লৰ্ড কাচ্‌লৰেয়াই বিলাতৰ পাৰ্লামেণ্টত দিয়া বক্তৃতালৈ চাই (৪১৭ পৃঃ চাওক), নাপলেয়ঁৰ সেই যুক্তি অমূলক আছিল বুলি ক'ব নোৱাৰি। সেই ক্ষেত্ৰত সন্ধি নকৰি তেওঁ যে ভুল কৰা নাছিল, সেই কথা নাপলেয়ঁই চেইণ্ট হেলেনাতো ন দি কৈছিল। গতিকে লৰ্ড ৰজবেৰীয়ে উল্লেখ কৰা তিনটা সম্ভাব্য কাৰণৰ প্ৰথমটোৱেই (distrust) আছিল প্ৰকৃত কাৰণ—অবিশ্বাস। মিত্ৰশক্তিয়ে বাৰে বাৰে যি দৰে সন্ধিভঙ্গ কৰিছিল, তালৈ চাই নাপলেয়ঁই ৰজাসকলৰ প্ৰতিশ্ৰুতিত বিশ্বাস থাপনা কৰে কেনেকৈ ?

যেই হওক এই অভিযোগকে তেওঁৰ যুদ্ধলিপ্সা আৰু তেজপিয়াহৰ প্ৰমাণ ৰূপে আগবঢ়াবলৈ নাপলেয়ঁৰ শত্ৰুমহলে এটি ছল পাইছিল।

## ৪

নাপলেয়ঁই জীৱনত একাধিক ভুল কৰিছিল। চেইণ্ট হেলেনাত সেই কথা নিজেই স্বীকাৰ কৰি তেওঁ কৈছিল, "মোৰ পতনৰ বাবে নিজৰ বাহিৰে আন কাকো দুষিব নোৱাৰোঁ। আপোনাৰ কপাল মই আপুনি খাইছিলোঁ। ময়েই মোৰ অজাতশত্রু, মোৰ সৰ্বনশীয়া দুৰ্ভাগ্যৰ কাৰণ ময়েই।"[৭২০]

নিজৰ ভুল বুজিলে স্বীকাৰ কৰিবলৈ নাপলেয়ঁই কুণ্ঠা বোধ নকৰিছিল। চেইণ্ট হেলেনাত অতীতৰ কথা সুঁৰৰি নিজৰ নানান ভুল স্বীকাৰ কৰোঁতে, ঘাইকৈ দুটা ভুললৈ তেওঁ আঙুলিয়াইছিল: প্ৰথম—স্পেইনত তেওঁ হাতত লোৱা ব্যৱস্থা, দ্বিতীয়ত—তেওঁ কৈছিল যে অষ্ট্ৰিয়াক দ্বিতীয়বাৰ যুদ্ধত পৰাস্ত কৰাৰ পিছত দয়া মমতা এৰি সেই ৰাজ্যখন তিন ডোখৰকৈ ভাঙি হাঙ্গেৰি, বহিমিয়া আৰু অষ্ট্ৰিয়া, এই তিনিখন ৰাজ্যত বিভক্ত কৰা উচিত আছিল। তাকে কৰা হ'লে পুনৰ তেওঁক আক্ৰমণ কৰাৰ শক্তি অষ্ট্ৰিয়াৰ নাথাকিলহেঁতেন।

যদিও প্ৰায় সকলোৱে ভাবে যে তেওঁৰ সকলোতকৈ ডাঙৰ ভুল আছিল ৰুছ অভিযান, তেওঁ সেই কথা স্বীকাৰ কৰা নাছিল।

৭২০ The utterance represents a great man's final settlement of accounts with destiny Napoleon alone could overthrow Napoleon প্ৰায় একেবাৰ কথাকে লুড ভিষে আন এঠাইতো কৈছে Talleyrand was the man who overthrew Napoleon, but if we think of elemental forces, Napoleon was felled by his own hand

সেই অঘটনৰ বাবে প্ৰাকৃতিক দুৰ্যোগকহে তেওঁ দুষিছিল। তেওঁৰ মতে ৰুছিয়াক সেই সময়ত আক্ৰমণ নকৰা হ'লে, ইংলণ্ড আৰু প্ৰুছিয়াৰ লগ লাগি, দুদিন পিছতে ৰুছিয়ায়ে তেওঁক আক্ৰমণ কৰিলেহেঁতেন। কৰ্ণেল নেপিয়াৰে এই মত সমৰ্থন কৰিছে ( ২৯৬ পৃঃ )। অৱশ্যে এই কথা তেওঁ স্বীকাৰ কৰিছিল যে স্পেইনৰ যুদ্ধ শেষ নকৰাকৈ ৰুছিয়া আক্ৰমণ কৰা ভুল হৈছিল।

ডিউবেন দুৰ্গত সেনাপতিসকলে বিদ্ৰোহী মনোভাব নেদেখুওৱা হ'লে, সকলো বাধাবিঘিনি ওফৰাই, ৰুছ অভিযানৰ অপথেতি পুৰাই, সম্ভৱতঃ তেওঁ পুনৰ শান্তি ঘূৰাই আনিব পাৰিলেহেঁতেন ( ৩৯৩ পৃষ্ঠাত নেপিয়াৰৰ পুথিৰপৰা দিয়া উদ্ধৃতি চাওক ), কিন্তু ৰুছিয়াৰ বিপৰ্য্যয় নঘটা হ'লে সেনাপতিসকলে সেইদৰে উভঁহা জুৰিবলৈ সাহ কৰিলেহেঁতেন জানো ? গতিকে, পৰোক্ষভাৱে হ'লেও লাইপচিকৰ বিপৰ্য্যয়ৰ গুৰিতো আছিল ৰুছ অভিযানেইহে।

ৱটাৰ্লুত বিধিয়ে পথালি নিদিয়া হ'লে, নাপলেয়ঁৰ জীৱনৰ কৰ্ম অসম্পূৰ্ণ ৰৈ গ'লেও, চেইণ্ট হেলেনাৰ দুৰ্ভোগ্যৰ হাত অন্ততঃ তেওঁ সাৰিব পাৰিলেহেঁতেন, কিন্তু ভাগ্যদেবীযেই যেতিয়া বিপক্ষে থিয় দিলে, মানুহে আৰু তেতিয়া কি কৰিব পাৰে ?

তেওঁৰ নিজৰ মতে তেওঁৰ পতনৰ ঘাই কাৰণ কি আছিল, চেইণ্ট হেলেনাত তেওঁক সেই প্ৰশ্ন কৰোঁতে তেওঁ উত্তৰ দিছিল, "এজন কেপ্টেইনৰ [721] দুৰ্বলতা আৰু আমাৰ যুদ্ধৰ জাহাজবোৰৰ সামান্য কেইটামান আসোৱাঁহ। নিৰ্দেশমতে যথাসময়ত বন্দৰলৈ নাহি সাগৰৰ বুকুত কেপ্টেইনজনে অনাই-বনাই পলাই ফুৰিবলৈ যোৱা বাবেই জগতৰ ৰূপ সলনি কৰিব নোৱাৰিলোঁ। নতুবা, আক্ৰৰ দুৰ্গৰ পতন হোৱা হ'লেও, আমি এলেপ্প' পালোঁগৈহেঁতেন, সেই অঞ্চলৰ খৃষ্টান, ড্ৰুজু, আৰু আৰ্মেনীয়সকলক আমাৰ সৈন্যবাহিনীত মকৰল

---

৭২১ নৌ-সেনাপতি ভিলেনোভ।

কৰি, চকুৰ পচাৰতে ইউফ্ৰেটিচ্ নৈৰ পাৰত উপস্থিত হলোঁহেঁতেন। তাৰপৰা গলোঁহেঁতেন ভাৰতবৰ্ষলৈ আৰু সৰ্বত্ৰ ন ন অনুষ্ঠানৰ সৃষ্টি কৰিলোঁহেঁতেন।[৭২২]

ভুলভ্ৰান্তি তেওঁৰ বহুতো হৈছিল, মানৱিক দুৰ্বলতাও তেওঁৰ যথেষ্ট আছিল। Who of woman born has no fault? কিন্তু তেওঁৰ ভুল বা দুৰ্বলতাবিলাকে তেওঁৰ চৰিত্ৰ কলুষিত নকৰে। নাপলেয়ঁৰ চৰিত্ৰ আছিল পৰ্বতীয়া নিজৰাৰ বোঁৱতী পানীৰ দৰে নিৰ্মল, পবিত্ৰ, ফটফটীয়া। দুৰ্গুণ বুলিলে যি বুজা যায়—নীচতা, শঠতা, নিষ্ঠুৰতা, প্ৰবঞ্চনা বা প্ৰতিহিংসাপৰায়ণতা আদি দোষৰপৰা তেওঁ সম্পূৰ্ণ মুক্ত আছিল। ঘটনাৱলীৰ পৰিপ্ৰেক্ষিতত তেওঁৰ চৰিত্ৰৰ কেতবোৰ গুণৰ কথা—অসীম সাহ, বজ্ৰকঠিন দৃঢ়তা, গভীৰ আত্ম-বিশ্বাস, অতিমানবীয় কৰ্মশক্তি, অপৰিসীম কল্পনাশক্তি, দয়াশীলতা, কৃতজ্ঞতাবোধ আদিৰ কথা ঠায়ে ঠায়ে আগত উমুকিওৱা হৈছে। সামৰণিত তাকে জুকিয়াই চমুকৈ তেওঁৰ চৰিত্ৰৰ সম্যক ৰূপ এটি দিয়াৰ চেষ্টা কৰা যুগুত হ'ব।

অসতৰ্ক মুহূৰ্তত নভবা নিচিন্তাকৈ কোৱা কথাৰপৰা এজনৰ চৰিত্ৰলৈ যেনে দকৈ ভুমুকিয়াব পাৰি, ভাবিচিন্তি কোৱা বা আনে কোৱা কথাৰপৰা তেনেকৈ নোৱাৰি। চেইণ্ট হেলেনাত নাপলেয়ঁই তেওঁৰ অন্তৰঙ্গসকলক হিয়া উবুৰিয়াই কোৱা কথাবোৰৰপৰাহে তেওঁৰ

---

৭২২ "The weakness of a captain, who instead of forcing his way into port, preferred to let himself be chased on the open sea—this and some trifling defects of our frigates, were the reasons why I failed to change the face of the world (Or) Had Acre fallen, we should have made our way to Aleppo by forced marches, have enlisted the Christians, Druses and Americans, have speedily reached the Euphrates, thence I should have gone to India, and should have established new institutions everywhere" E L

চৰিত্ৰৰ প্ৰকৃত ৰূপ, তেওঁৰ অন্তৰতম অনুভূতিবিলাক সম্যকৰূপে বুজিব পাৰি। গতিকে তেওঁৰ নিজ মুখেদি ওলোৱা কথাৰ পোহৰতে, যি পৰিমিত সম্ভৱ, তেওঁৰ চৰিত্ৰৰ ৰূপ পাঠকৰ আগত দাঙি ধৰিবলৈ আমি চেষ্টা কৰিম।[৭২৩]

[ ক ]

মনৰ ( তথা চৰিত্ৰৰ ) লগত দেহৰ সম্বন্ধ ঘনিষ্ঠ। *Mens sana in corpore sano* : সুস্থ শৰীৰতহে সুস্থ মন বাস কৰিব পাৰে। নাপলেয়ঁৰ শৰীৰ আছিল লোৰে নিৰ্মিত।[৭২৪] স্বাস্থ্যৰ বলতে তেওঁ অমানুষিক পৰিশ্ৰম কৰিব পাৰিছিল। একে লেঠাৰীয়ে তিলচিতৰপৰা ড্ৰেচডেনলৈ পাঁচ শ মাইল বাট বাগৰিৰে আহিও তেওঁৰ ভাগৰ লগা নাছিল। পুৱা ভিয়েনাৰপৰা চিমেৰিঙলৈ পঞ্চাছ মাইল বাট ঘোঁৰা চেকুৰাই গৈ তাত চাহ-জলপান খাই, সন্ধিয়াৰ আগতে ঘূৰি 'শ্বনব্ৰুন' ৰাজপ্ৰাসাদ পাইছিলহি। স্পেইনৰ ভালেদলিদৰপৰা বুৰ্গচলৈ আশী মাইল বাট ঘোঁৰাৰে পাঁচ ঘণ্টাত তেওঁ জিনিছিল। ওৰে দিন, ওৰে নিশা পলাশুৰ মাজেদি ঘোঁৰা চেকুৰাই পুৱা সাত বজাত সভাসদসকলৰ

---

৭২৩ (ক) Where we have to seek for the true Napoleon is in the memoirs of those who had the privilege of recording his conversations in exile E L

লা কাচ্, বেত্ৰ'ঁ, ম'থলঁ আৰু গুৰগই চেইন্ট হেলেনাত ৰখা ডায়েৰীবহীবো ( দিন পঞ্জী, ৰোজনামা ) ইংৰাজী ভাঙনি আছে।

৭২৩ (খ) It is to St Helena that the world must look for the final glimpse of this great human problem Rosebery.

৭২৪ To achieve such work required a puissant organisation, and indeed his physical constitution was not less remarkable than his intellectual mechanism His exceptional mind was lodged in an exceptional body He was incapable of fatigue "Never" says Roederer, "have I seen him weary" Rosebery.

নগত বৈঠকত বহিছিল। কেতিয়াবা সাদিন একেৰাহে ঘোঁৰাত উঠি তেওঁ চিকাৰ কৰি ফুৰে। মেটোৰনিখক এদিন তেওঁ কৈছিল, "পৰিশ্ৰমৰ অভাৱ আৰু এলাহেই মানুহৰ আয়ুস টুটায়।"

স্বাস্থ্যৰক্ষাৰ অৰ্থে খোৱা-বোৱা সকলো কথাতে মিতব্যয়িতাই আছিল তেওঁৰ মূলমন্ত্ৰ। অকণমানো সৰহকৈ খালে বা সুৰাপান কৰিলে তেওঁৰ শৰীৰে বিদ্ৰোহ কৰে। আহাৰ খাইছিল তেওঁ নিচেই অলপীয়াকৈ, সুৰাপান কৰিছিল তাতোকৈ তাকৰকৈ। তেওঁ কৈছিল, "প্ৰকৃতিয়ে মোক দুটা মৰগীয়া বস্তু দান কৰিছে, কোনো কথাতে মই মাত্ৰা চেৰাব নোৱাৰোঁ, আৰু টোপনিৰ কথা ভাবিলেই মোৰ টোপনি আহে। মোৰ দৰৱ—পানী, বতাহ আৰু পৰিষ্কাৰ-পৰিচ্ছন্নতা। এই তিনটা বস্তু হ'লেই মোৰ স্বাস্থ্যৰ অকণো হেৰ্‌ফেৰ্‌ নহয়।"

মাজেসময়ে তেওঁক বিতত কৰিছিল মাথোন এটা বিকাৰে—উগ্ৰ পেটৰ বিষে। তেওঁৰ দেউতাকৰো বোলে সেই অসুখ আছিল। বিষে উক্ দিলে তেওঁ তেনেই বিকল হৈ পৰিছিল। এই ব্যাধিয়ে সময়ে সময়ে আমনি নিদিয়া হ'লে তেওঁৰ জীৱনৰ গতিয়েই আন ধৰণৰ হ'লহেঁতেন।[৭২৫]

বিলাস বুলিবলৈ তেওঁৰ আছিল মাথোন দুটা অভ্যাস: তপত পানীত সোমাই বহু পৰ গা ধোৱা আৰু অ'-দ-কলইন্ ব্যৱহাৰ কৰা।

[ খ ]

তেওঁৰ নিপোটল শৰীৰ আৰু স্বাস্থ্যয়ে তেওঁক দিছিল তেওঁৰ প্ৰধান গুণটো—অতিমানৱীয় কৰ্মশক্তি। ভাগৰ বোলা বস্তুটো কি তেওঁ নাজানিছিল, কৈছিল: ভালেমান বাট খোজ কাঢ়িলে বা ঘোঁৰা চেকুৰালে মাজেসময়ে মোৰ কলাফুল দুটাই ভাগৰৰ জাননী

৭২৫ Had it not been for these attacks, the history of his decline would have been different E L

দিয়ে, কিন্তু মানসিক কামত লাগি থাকিলে, মুৰটোৱে তেনে আমনী নিদিয়ে।

ইংলণ্ডৰ বিৰুদ্ধে দ্বিতীয়বাৰ যুদ্ধ ঘোষণা কৰাৰ পিছত চাৰিজন চেক্রেটেৰিক লগত বহুৱাই লৈ তিন দিন তিনি নিশা জিৰণি নোলোৱাকৈ খটাৰ পিছতো, গা-ধোৱা ঘৰত তপত পানীত সোমাই আৰু ছঘণ্টা তেওঁ শ্রুতলিপি দিছিল। যোৱা মহাসমৰৰ সময়ত সেইদৰে তপত পানীত সোমাই শ্রুতলিপি দিয়াৰ অভ্যাসটো উইনষ্টন্ চাৰ্চিলেও বোলে কৰিছিল। আচৰিত নহয়, কাৰণ নাপলেয়ঁই আছিল তেওঁৰ আদর্শ। চাৰ্চিলৰ কাম কৰা খোঁটালীটোত দুটা মাথোন শিলৰ মূৰ্তি সজাই থোৱা আছিল : এটা তেওঁৰ আজুককাক ডিউক অভ মাল ব্ৰ'ৰ, আনটো নাপলেয়ঁ বনাপাৰ্তৰ।

নাপলেয়ঁৰ বাল্যবন্ধু ৰয়েদেৰেই কৈছে, "কামত একেবাহে মন পুতিব পৰা শক্তিয়েই আছিল তেওঁৰ চৰিত্ৰৰ বিশেষ গুণ। একে লেঠাৰীয়ে ওঠৰ ঘণ্টাকৈ তেওঁ কামত লাগি থাকিব পাৰিছিল। একেটা কামো হ'ব পাৰে, কেইবাটাও হ'ব পাৰে। এটা কামত লাগি থকা সময়ত আন এটা কামে তেওঁৰ মনোনিবেশ লৰচৰ কৰিব নোৱাৰে, কিন্তু পিছ মুহূৰ্ততে হয়তো আন এটা কামত একেদৰে তেওঁ মনপুতি লাগিব। মিচৰৰপৰা সুখবৰ, দুঃখবৰ যেনে ধৰণৰ খবৰেই নাহক লাগে, 'চিভিল ক'দ'ৰ (ক'দ নাপলেয়ঁ) কামত লাগি থকাৰ সময়ত তাৰপৰা কোনো খবৰে তেওঁৰ মন টলাব নোৱাৰে।" যি সময়ত যি কাম আৱশ্যকীয়, তাতে তেওঁ লাগি থাকিব। অবাবত এক মুহূৰ্ত সময়ো তেওঁ খৰচ ন'কৰিছিল। উপন্যাস পঢ়াৰ কথা ওলাওঁতে এদিন তেওঁ কৈছিল, সেইবিলাক মাইকী মানুহৰ বস্তু। তেওঁৰ প্ৰিয় বিষয় আছিল বুৰঞ্জী, 'ক্লেচিকেল' বিয়োগান্ত নাটক আৰু অঙ্কশাস্ত্ৰ। উপন্যাস পঢ়াদি ওপৰে ওপৰে কোনো কিতাপ পঢ়া তেওঁৰ অভ্যাস নাছিল, তথাপি চাৰি পাঁচশ পতীয়া একোখন গধুৰ বিষয়ৰ কিতাপ চাৰি পাঁচ ঘণ্টাতে তেওঁৰ পঢ়া খতম হৈছিল।

কেতিয়াবা মাজনিশা প্ৰাইভেট চেক্ৰেটেৰিক মতাই পঠাব, পুৱা চাৰি বজালৈকে কাম কৰিব, তিনি ঘণ্টাৰ মূৰত সাত বজাত আকৌ প্ৰাইভেট চেক্ৰেটেৰিৰ তলব পৰিব। পুৱাৰপৰা নিশালৈকে চেক্ৰেটেৰি মেনেভালে্ যেতিয়া শ্ৰুতলিপি ল'বলগীয়া হয়, তেতিয়া খাবৰ পৰত কামকৰা মেজলৈকে দুয়োৰে খোৱা আহে। কাম কৰি থকাৰ মাজতে খাই ল'ব লাগিব। কনচাল্ হৈ থকাৰ সময়ছোৱাত কেতিয়াবা কেতিয়াবা গধূলা ছয় বজাত মন্ত্ৰীসভাৰ বৈঠক বহে, পুৱা পাঁচ বজালৈকে মন্ত্ৰীসকলে ছুটী নাপায়। ভিয়েনা অধিকাৰ কৰাৰ পিছত যি তিনিটা মাহ তেওঁ 'শ্বনব্ৰুন' প্ৰাসাদত আছিল, সেই তিনি মাহত চাৰিশ ত্ৰিছথন চিঠি লিখিছিল। সেই চিঠিবিলাকৰ সংকলন এখন চাৰিশপতীয়া কিতাপ। সেইবিলাক আছিল ৰাজনীতি আৰু শাসন সম্পৰ্কীয় চিঠি, তাৰ উপৰিও বন্ধু-বান্ধৱ, আপোন-স্বজনলৈ লিখা চিঠি, অলেখ মৌখিক আদেশ-নিৰ্দেশ তো আছিলেই।

তেওঁৰ কথা আছিল, টোপনিৰ তিনি চাৰি ঘণ্টাৰ বাহিৰে, সকলো সময়তে কাম চলি থাকিব লাগিব। তাকো, অকল চলি থাকিলেই ন'হ'ব, সকলো কাম তুৰন্তে সমাধা হ'ব লাগিব। ফ্ৰিয়েডলাণ্ডৰ যুদ্ধৰ অন্তত, ৰুছিয়াৰ লগত যুদ্ধবিৰতি ঘটিলত, তোলেবঁই আদেশ পালে, দুঘণ্টাৰ ভিতৰত সন্ধিপত্ৰৰ খচৰা তেওঁৰ ওচৰত দাখিল কৰিব লাগে। বের্নাদ'তক এদিন তেওঁ কৈছিল, "তোমাৰ গাফিলতিৰ বাবে এটা দিন মই হেৰুৱালোঁ, একোটা দিনৰ ওপৰতে পৃথিবীৰ ভাগ্য নিৰ্ভৰ কৰে, নাজানানে ?" পাৰী নগৰীৰ বাবে সকলোতকৈ উপযোগী আৰু হিতকৰ কাম কি হ'ব পাৰে, সেই কথা ভাবি ভাবি এনিশা তেওঁৰ চকুত টোপনি নাই। পুৱা গৃহদপ্তৰৰ মন্ত্ৰীক মতাই আনি তেওঁৰ মত বিচাৰিলে। মন্ত্ৰীয়ে ক'লে, "ভৰিষ্যতলৈকে উপযোগীকৈ পানী যোগানৰ এটা ব্যৱস্থা কৰক।" তৎক্ষণাৎ নাপলেয়ঁই উত্তৰ দিলে, "আপোনাৰ প্ৰস্তাৱটো ভাল, মই অনুমোদন কৰিছোঁ। পাঁচশ বন্দুৱা কাইলৈকে লা ভিলেতলৈ পঠাওক।

কাইলৈবেপৰা কাম আৰম্ভ হ'ব লাগে।" তেওঁ কৰি থৈ যোৱা পানী যোগানৰ সেই ব্যৱস্থাৰেই সামান্য সাল-সলনি কৰি পাৰী মহানগৰীৰ সাত নিযুত নাগৰিকক আজিও পানীৰ যোগান দিয়া হৈছে।

যি বিষয়ে সিদ্ধান্ত ল'বলৈ একোটা গভৰ্ণমেণ্টৰ সাধাৰণতে কেইবামাহো সময় লাগে নাপলেয়ঁই একে দিনাতে তাক খতম কৰে।[৭২৬]

আগতে কৈছোঁ, কোনো কামেই তেওঁৰ মানত সৰু নাছিল, কোনো কথাই তেওঁৰ চোকা দৃষ্টি এৰাই যাব নোৱাৰিছিল। তাৰ গুৰিত আছিল প্ৰধানকৈ তেওঁৰ অদ্ভুত স্মৃতিশক্তি। পষ্ট্-মাষ্টাৰ জেনেৰেল লাভালেতে কৈছিল, "কোনখন ঠাইৰপৰা কোনখন ঠাইলৈ কেই মাইল, মই নিজে, কাগজপত্ৰ নোচোৱাকৈ ক'ব নোৱাৰোঁ, কিন্তু নাপলেয়ঁৰ সেই সকলোবিলাক কথা আঙুলিৰ মূৰত।" এদিন বুলইনৰপৰা ৰাজধানীলৈ ঘূৰি আহোঁতে বাটত তেওঁ এদল সেনা লগ পালে। ক'লৈ যাব লাগে ক'ব নোবাৰি, বাট হেৰুৱাই চিপাহীহঁত বিবুধি হৈছে। নাপলেয়ঁই সুধিলে, সিহঁতৰ ৰেজিমেণ্টৰ নম্বৰ কি? উত্তৰ পাই সিহঁতক বাট দেখুৱাই দি ক'লে, "তোমালোকৰ বেটেলিয়ন আজি আবেলি এইক্স্ পাবগৈ।" দুই লাখ সেনাই সেই সময়ত ভিন্ ভিন্ ঠাইত নিৰ্দিষ্ট সময়ত উপস্থিত হ'বলৈ সেনাপতি সকলৰপৰা আদেশ পাই সেই মতে খোজ লৈছিল। কোন নম্বৰৰ ৰেজিমেণ্ট কোন ঠাইত, কোন সময়ত গৈ উপস্থিত হ'ব লাগিব নাপলেয়ঁৰ মুখস্থ।

এমিল লুডভিযে কৈছে: নাপলেয়ঁই আন একো কীৰ্তি থৈ

---

৭২৬ The drive he imposes upon himself has its reaction upon those who serve him He drives them, not only in the field, but also in circumstances which ordinary governments would take months to decide He demands a treaty with Russia from Talleyrand, saying it is to be drawn up and ready within a couple of hours E L

নোযোৱা হ'লেও, তেওঁৰ সকলো কীৰ্তি ধ্বংস হ'লেও, একমাত্ৰ তেওঁৰ অধ্যৱসায়ৰ উদাহৰণে জগতৰ তৰুণ-তৰুণীক যুগে যুগে প্ৰেৰণা যোগাব।"[৭২৭]

[ গ ]

নাপলেয়ঁৰ অসামান্য কৰ্মশক্তি আৰু' কৰ্ম-নৈপুণ্যৰপৰাই উদ্ভৱ হৈছিল তেওঁৰ গভীৰ আত্মবিশ্বাস আৰু প্ৰবল আত্মসম্ভ্ৰম। এই দুয়োটা গুণেই প্ৰকাশ পাইছিল তেওঁৰ স্বভাৱসুলভ গাম্ভীৰ্য্যত। তেওঁৰ এজন অতি অন্তৰঙ্গ বন্ধুৱে কৈছিল, "তেওঁ কথা ক'লে আমি সকলোৱে মনে মনে শুনি থাকোঁ, কাৰণ সকলো বিষয় তেওঁ বিশেষজ্ঞৰ দৰে আলোচনা কৰিছিল। তেওঁ মনে মনে থাকিলে আমিও নিমাত হওঁ, কাৰণ বুজোঁ যে তেওঁ তেতিয়া কিবা এটা ভাবিছে।" তেওঁৰ লগত অতি ঘনিষ্ঠ সম্বন্ধ থকা সকলেও তেওঁৰে সৈতে সমান বোলাবলৈ সঙ্কুচিত হৈছিল। তেওঁৰ এই গুণটোৱে ৰজামহাৰজাসকলকো অবাক কৰিছিল, সিসবৰ এইবুলি খঙো তুলিছিল যে শৰীৰৰ সিৰত ৰাজ-বংশৰ নীলা তেজ নথকা এজনে এই গাম্ভীৰ্য্য পায় ক'ৰ পৰা।[৭২৮]

তেওঁৰ এই গাম্ভীৰ্য্যই আনৰ আৰু তেওঁৰ নিজৰ মাজত সদায় এটা দূৰত্ব ৰাখিছিল, তথাপি সেয়েই আকৌ আনক আকৰ্ষণো কৰিছিল, কাৰণ তেওঁৰ গাম্ভীৰ্য্য লোকক দেখুওৱা গাম্ভীৰ্য্য নাছিল, আছিল সহজ, সৰল, স্বভাৱজাত এটি গুণ। তাৰ মাজত মূঢ় অহঙ্কাৰৰ ( vanity ) চিন-চাবো নাছিল। বন্ধুবান্ধৱৰ মাজত বহি থাকোঁতে কোনোবাই তেওঁৰ গুণ বখানিব খুজিলে, ল'ৰাৰদৰে প্ৰাণখোলা হাঁহি

৭২৭ Had he left nothing behind him, had all his works perished, still his industry and glory would have been an emblematic stimulus to the youth of countless generations after he had passed away

৭২৮ His self-confidence confers on him a natural dignity that amazes and angers the legitimist world, which believes dignity to be consonant with heredity  E L

এটা মাথি সেই কথা তেওঁ তল পেলায়। এয়ে আছিল নাপলেয়ঁৰ অনুপম ব্যক্তিত্বৰ ৰহস্য।[১২৯]

নাপলেয়ঁই দেশ যিমান জয় কৰিছিল, তাতোকৈ সৰহকৈ জয় কৰিছিল মানুহৰ হৃদয়। প্ৰথম বাৰ তেওঁক লগ পালে, তেওঁৰ চকুৰ চাৱনিয়েই লগ পাবলৈ অহাজনক মন্ত্ৰমুগ্ধ কৰাদি কৰিছিল।[১৩০] গ্যেটে, শ্বিলাৰ, বীটকেণ, বাইৰণ আদি সেই যুগৰ শীৰ্ষস্থানীয় মনীষীসকলৰ হৃদয় তেওঁ জয় কৰিব পাৰিছিল, বীৰত্বৰ গৌৰৱেৰে নহয়, গাম্ভীৰ্য্য, সৰলতা, ব্যক্তিত্ব, চৰিত্ৰৰ মাধুৰ্য্যেৰে।

তেওঁৰ আত্মসম্মানবোধ প্ৰকাশিত হৈছিল তেওঁৰ চৰিত্ৰৰ সকলোটকৈ ডাঙৰ গুণটোত—sense of honour Sense of honour-অৰ হুবহু প্ৰতিশব্দ বিচাৰি নাপাওঁ—যি কাৰ্য্যই এজনক তেওঁৰ নিজৰ আৰু আনৰ চকুত তললৈ নমায, তেনে কাৰ্য্যৰ প্ৰতি স্বতঃপ্ৰবৃত্ত, স্বভাৱজাত ( instinctive ) অনিচ্ছা বা ঘৃণা। এই অনুভূতিক সত্যৰ প্ৰতি নিষ্ঠা আৰু আত্মসম্মানৰ সংমিশ্ৰণ বুলিব পাৰি। নাপলেয়ঁৰ অসীম সাহ, নৈতিকতা আৰু সততাৰ উৎস

---

১২৯ Since he was not vain, he knew when he had made mistakes The dignity which holds people at a distance is not assumed For a leading element in it is a bewildering naturalness The sterling simplicity of his character shows itself in a hundred gestures and words
He expresses this in a profound saying, "A truly great man will rise superior to the events which he himself has brought about" The greatest successes, he sums up to his intimates in a school boy's laugh E L

১৩০ A person meeting Napoleon for the first time is gripped by the magnetism of his glance No mortal ever conquered more men than did Napoleon He subjugated not only armies and peoples but something more—*individuals and the best of these* E L

আছিল তেওঁৰ sense of honour. কছিয়াত নিৰঙ্কুশ বিপদৰ সন্মুখতো দাসসকলে আগবঢ়োৱা সাহাষ্য তেওঁ প্ৰত্যাখ্যান কৰিছিল। ৱটাৰ্লুৰ যুদ্ধৰ পিছত বন্ধুবান্ধৱে যেতিয়া পুনৰ তৰোৱাল হাতত ল'বলৈ দঢ়াই দঢ়াই তেওঁক কৈছিল, তেওঁ উত্তৰ দিছিল, "ফ্ৰান্সত গৃহযুদ্ধ লগাবলৈ প্ৰাণ গ'লেও মই নাযাওঁ।" আমেৰিকালৈ তেওঁক পলুৱাই নিবলৈ ওলাওঁতে পলাবলৈ তেওঁ মান্তি ন'হ'ল। চেইণ্ট হেলেনাত থাকোঁতেও যেতিয়া তেনে প্ৰস্তাৱ দিয়া হৈছিল, প্ৰস্তাৱ গ্ৰহণ কৰিবলৈ তেওঁ অমান্তি হৈছিল। চেইণ্ট হেলেনাৰ নৰক যন্ত্ৰণাকে লাগে ভুগিব, তথাপি পলৰীয়া নাম লৈ নিজক অসন্মানিত নকৰে। কছিয়াত অকলশৰীয়া অৱস্থাত কচাক্ চিপাহীয়ে যেতিয়া তেওঁক আক্ৰমণ কৰিছিল, ঘোঁৰা ৰখাই, তৰোৱালত হাত দি, তেওঁ থিৰ হৈ ৰ'ল, অকলে যুঁজিব, তথাপি নপলায়। ভেষ্টফালিয়াৰ ৰজা ভায়েক জেকমে ধাৰ লগোৱাৰ কথা গম পাই নাপলেয়ঁই তেওঁলৈ লিখিছিল: হীৰা, মুকুতা, বাচনবৰ্তন, আচ্‌বাবপত্ৰ, ঘোঁৰা সকলোবিলাক তৎক্ষণাৎ বেচি দি ধাৰ মাৰাঁ। সন্মান গ'লে একো নাথাকে।

তেওঁৰ কৃতজ্ঞতাবোধ গুণটোও আছিল আত্মসন্মানবোধৰে আন এটা দিশ, কাৰো ওচৰত তেওঁ ধৰুৱা হ'ব খুজিছিল।

এই অনুভূতিয়েই নাপলেয়ঁক দিছিল তেওঁৰ নৈতিকতা আৰু ন্যায়পৰায়ণতা। তেওঁ কৈছিল, "শাসকৰ অসৎ কাৰ্য্য আৰু দুৰ্নীতিপৰায়ণতাতকৈ নিন্দনীয় একো নাই, তেওঁকে দেখি আনেও তাকে অনুকৰণ কৰে, জাতীয় জীৱনত সি বিহ ঢালে।"[৭৩১]

---

৭৩১ He is a stickler for morality, just as he is for honour "Nothing can be worse in a ruler than immorality He makes it fashionable and it poisons society" Napoleon does not say this because he has been warned by the example of the Bourbons and the Directors He has an inborn sense of decency, which is part of his dignity E L

ভনীয়েকহঁতে পাৰীত ডাঙৰকৈ ঘৰ এটা বন্ধোৱাবলৈ তেওঁক খাই মাৰোঁতে তেওঁ এদিন কৈছিল, "চহৰত এটা ( মালমেইজ ) আৰু গাৱঁত ( কৰ্চিকাত ) এটা ঘৰ আছে, আৰু এটা ঘৰ কেলেই লাগে? মই নজনা নহওঁ যে মোৰ মন্ত্ৰীসকলে মন্ত্ৰীৰ আসনত বহিয়েই বেনামীকৈ একোটা কাৰেংঘৰ সজোৱাবলৈ লয়, মযো তাকে কৰিব লাগে নে কি?" নানা আলৈ-আহুকালৰ মাজতো বিত্তমন্ত্ৰীক তেওঁ ৰাজহুৱা ধাৰ ( public debt ) লগাবলৈ দিয়া নাছিল। তেওঁৰ মতে ভৱিষ্যত যুগৰ মূৰত ধাৰৰ বোজা জাপিদি যোৱাৰ নৈতিক অধিকাৰ কোনো চৰ্কাৰৰ নাই।

কাৰো প্ৰতি নাপলেয়ঁই অবিচাৰ নকৰিছিল। মেকিয়াভেলি আৰু আমাৰ কৌটিল্যৰ মতে, ৰাজনীতি ন্যায়-অন্যায় বিচাৰৰ থল নহয়। নাপলেয়ঁ সেই মন্ত্ৰত দীক্ষিত নাছিল। তেওঁৰ মতে ৰাজনীতিক্ষেত্ৰতেইহে ন্যায়বিচাৰ আৰু নৈতিকতাৰ বিশেষ আৱশ্যক। তেওঁৰ ঘোৰ শত্ৰুৰ বিৰুদ্ধেও তেওঁ হিংসামূলক অন্যায় আচৰণ কৰা নাছিল, আৰু বিজিত শত্ৰুৰ গাত হাত দিয়াৰ কথা তেওঁ ভাবিবকে নোৱাৰিছিল। তেওঁৰ আত্মসম্মানে তেনে কাম তেওঁক কৰিবলৈ নিদিছিল। আন ৰাষ্ট্ৰত যি অপৰাধত প্ৰাণদণ্ড দিয়া হয়, তেনে ক্ষেত্ৰত নিৰ্বাসন দণ্ড দিয়েই তেওঁ ক্ষান্ত হৈছিল।[৭৩২]

মানুহৰ সাধাৰণ দুৰ্বলতাবিলাক তেওঁ বুজিছিল আৰু বহু সময়ত সেই বিলাক দেখিও নেদেখিছিল। কোনোবাই দুখত পৰি কিবা বিচাৰি আহিলে তেওঁ না কৰিব নোৱাৰিছিল, লাগে সহায়প্ৰাৰ্থীজন তেওঁৰ শত্ৰুৱেই হওক। শ্বেনিয়েই কেইবা বছৰো ধৰি নাপলেয়ঁৰ বিৰুদ্ধে কাগজে-পত্ৰে বহু কথা লিখি আছিল। সেই শ্বেনিয়েকে দুৰ্দিনত তেওঁ চাকৰি এটা দিছিল। কাৰ্ণ ই দহ বছৰে নাপলেয়ঁৰ

৭৩২ He never punished rivals or traitors unjustly He only banished those whom he had good reasons for wishing out of the way It was a point of honour with him to leave beaten enemies unmolested E L

কেতবোৰ কামৰ তীব্ৰ প্ৰতিবাদ কৰিছিল, সংসদত তেৱেঁই আছিল একমাত্ৰ নাপলেয়ঁৰ সম্পূৰ্ণ নিৰ্ভীক সমালোচক। কাৰ্ণৰ টেঁটুৰ গুৰিলৈকে ধাৰ লগা বুলি জানিবলৈ পাই, নিজৰ জেপৰপৰা ধাৰ মাৰিবলৈ ধন দি, তেওঁৰ পেন্‌চন্ এটাৰো নাপলেয়ঁই দিহা কৰি দিছিল। বুৰ্বঁ বংশৰে কেতবোৰ বংশধৰে নাটনিত পৰি কষ্ট পোৱা বুলি শুনি, তেওঁ পঠোৱা বুলি নজনোৱাকৈ তেওঁলোকলৈ ধন পঠাইছিল। তেওঁৰ পঢ়াশালিৰ যিজন শিক্ষকে, নাপলেযঁই জীৱনত বিশেষ একো কৰিব নোৱাৰিব বুলি মন্তব্য প্ৰকাশ কৰিছিল, তেওঁকে আনি মালমেইজঁৰ পুথিভঁৰালৰ ভঁৰালী ( Librarian ) পাতিছিলহি। সৰুতে লগ পোৱা পঢ়াশালিৰ চকিদাৰটোকো তাৰ বুঢ়া কালত মালমেইজঁৰ দৰোৱান পাতিছিল।

এদিন হাতত বিশেষ একো কাম নাই, মেজত মূৰতো থৈ চেক্ৰেটেৰিজন টোপনিত লালকাল। চেক্ৰেটেৰিয়ে সাৰ-সিকতি নোপোৱাকৈ মেজত পৰি থকা দৰ্খাস্ত এসোপাৰ টোপোলাটো লৈ নাপলেয়ঁই এখন এখনকৈ দৰ্খাস্তবিলাকত চকু ফুৰাবলৈ ধৰিলে। সৰহ ভাগেই আছিল সাহায্য বিচাৰি দিয়া দৰ্খাস্ত। প্ৰত্যেকখন দৰ্খাস্তৰ পাঁথত ( margin ), কাক কেনেকৈ সহায় দিব লাগে নিজ হাতেৰে তেওঁ লিখি গ'ল। তেওঁ সেইদিনা সেই দৰ্খাস্তসোপা পঢ়ি নোচোৱা হ'লে, ক'ত গৈ সেই টোপোলাটো কিমানদিন পৰি থাকিলহেঁতেন ক'ব নোৱাৰি।

এনে ধৰণৰ সৰুসুৰা কথাই তেওঁৰ কোমল অন্তঃকৰণ আৰু মহৎ চৰিত্ৰৰ চিনাকি দিয়ে। পৰিয়ালৰ সকলোৰে শত আবদাৰ তেওঁ হাঁহিমুখে মানি লৈছিল। মাকৰ প্ৰতি তেওঁৰ অচলা ভক্তিৰ চিন আমি পাইছোঁ। মাকৰ প্ৰতি কৰ্তব্যপালনত কোনোদিনা তেওঁ আওহেলা কৰা নাছিল। ভায়েকহঁতক নিজৰ ল'ৰাৰ দৰে, আৰু ককায়েকক নিজৰ ভায়েকৰ দৰে তেওঁ মৰম কৰিছিল। সৰুকালৰ লগৰীয়াসকলক কোনোদিনা তেওঁ পাহৰা নাছিল। তেওঁ সম্ৰাটৰ

মুকুট পিন্ধাৰ পিছতো বাল্যবন্ধু ছুৰকে তেওঁক 'তই' বুলিহে সম্বোধন কৰিছিল। ক্ষমতাৰ উচ্চতম শিখৰত অৱস্থান কৰাৰ সময়তো পঢ়াশালিত তেওঁক পঢ়োৱা শিক্ষকৰ প্ৰতি তেওঁ সম্মান দেখুৱাইছিল।[৭৩৩]

চাতুকাৰক নাপলেয়ঁই ছুই চকু পাৰি দেখিব নোৱাৰিছিল, কিন্তু মুখৰ ওপৰত তেওঁক অপ্ৰিয় সত্য ক'ব পৰাসকলক তেওঁ শ্ৰদ্ধা কৰিছিল। যি শাতব্ৰিয়ঁাই নাপলেয়ঁৰ বিৰুদ্ধে নানান ৰটনা ৰটিছিল, সেই শাতব্ৰিয়ঁাৰ কেতবোৰ গুণ তেওঁ শলাগিছিল। ৰুছ অভিযানত এজন বন্দী ৰুছ জেনেৰেলে মস্ক' দাহনৰ বাবে নাপলেয়ঁক দোষ দি তেওঁৰ মুখৰ ওপৰতে যি মন যায় তাকে কৈ তেওঁক গালি-শপনি পাৰিছিল। পোনতে খঙত জ্বলিপকি সেনাপতিজনক তেওঁৰ সমুখৰপৰা আঁতৰাই নিবলৈ তেওঁ আদেশ দিলে, কিন্তু খন্তেক পিছতে আকৌ তেওঁক মতাই আনি, হাতত হাত মিলাই ক'লে, "আপুনি এজন সাহসী পুৰুষ।" অজাতশত্ৰু মা'ৰ্মঁয়ো নিজৰ জীৱন-সোঁৱৰণীত নাপলেয়ঁৰ এই গুণটোৰ কথা অস্বীকাৰ কৰিব পৰা নাই।[৭৩৪]

---

৭৩৩ Was Napoleon a good man ? In England his name is synonymous for the author of all evil He was, indeed, in our national judgment, a devil seven times worse than others But, then, we knew nothing about him He was indulgent and affectionate to his family, dutiful to his mother, k nd to his early friends He was a tender brother He was especially kind to his old tutors and school associates Duroc called him 'thou' Rosebery

৭৩৪ How well Napoleon could bear to be told the truth, we can learn from Marmont—who, when he praises, is one of the most trustworthy of witnesses, for he wrote his memoirs long after the Emperor had publicly stigmatized him as a traitor "Napoleon had a strong sense of justice, and would readily forgive an improper word or→

নাপলেয়ঁই কৈছিল, "নিজৰ ওপৰত সম্পূৰ্ণ প্ৰভুত্বলাভ কৰিব পৰাজনেই প্ৰকৃত মহাপুৰুষ।" সেইযাৰ আমাৰ শাস্ত্ৰৰো কথা—কাম, ক্ৰোধ আদি ছয় ৰিপুক দমন কৰিব পাৰোঁতাজনেই সিদ্ধপুৰুষ। আনবিলাক ৰিপু দমন কৰিব পাৰিলেও নাপলেয়ঁই মাজেসময়ে খং দমাব নোৱাৰিছিল। খঙৰ পিনেদি তেওঁ আছিল টিঙিৰি শৰদৰ জুই। বৰ বৰ একোজন জেনেৰেলকো ভাবি দি স্নুৰাসুৰ কঁপাইছিল। পিছে তেওঁৰ খং আছিল খন্তেকীয়া, কাৰো ওপৰত সৰহপৰ তেওঁ খং ৰাখিব নোৱাৰিছিল। ভাগ্ৰামৰ যুদ্ধৰ দিনা, কিবা কামৰ ত্ৰুটিৰ বাবে নাপলেয়ঁৰ ধমকৰ কোবত মাৰ্ম ই ত্ৰিভুবন দেখিছিল, কিন্তু সেই দিনাই পিছত আকৌ মাৰ্ম ক তেওঁ মাৰ্শ্বেলৰ ঢাপলৈ তুলিছিল। একো একো দিনা খঙৰ ভমকত একোজন সামৰিক বিষয়াক গুলিয়াই মৰাব বুলি কয়, পিছে সেই বিষয়াৰ আনকি চাকৰিটোও নাযায়।[৭৩৫]

সেনাপতি হিচাপে নাপলেয়ঁৰ ঘাই গুণটো আছিল আদেশ দিয়াৰ স্বভাৱজাত ক্ষমতা। লুডভিযে কৈছে: "দমৰা পোৱালিটোৰ উপজিয়েই খোজ কাঢিব পৰা শক্তি যেনে স্বভাৱজাত, নাপলেয়ঁৰ আদেশ দিয়াৰ ক্ষমতাও আছিল তেনে স্বভাৱজাত। এই গুণৰ

---

→other sign of anger in one who had good grounds for complaint, provided, of course, he was alone with the offender He made kindly allowances for others' weaknesses and could never resent the appeal of well-grounded sorrow One who chose time and place could say anything to him He was always willing to listen to the truth Though it did not invariably influence him, there was no danger in uttering it" E L

৭৩৫ (ক) Hundreds of officers whom, in fits of anger, he has sworn to have shot, remain at their posts—to forsake him in the end E L

৭৩৫ (খ) He was quick to wrath but, according to the best and keenest judges, easily appeased General Duroc constantly averred that Napoleon's anger was skin-deep Rosebery

বাবে, তেওঁ যেতিয়া সাতাইছ বছৰীয়া ডেকা জেনেৰেল, তেতিয়াও যেয়ে তেওঁৰ সান্নিধ্যলৈ আহিছিল সেয়ে শ্ৰদ্ধাত মূৰ নোদোৱাই নোৱাৰিছিল। সৃষ্টিকৰ্তাই এহাতেদি যেনেকৈ তেওঁক এই গুণটো মুক্তহস্তে দান কৰিছিল, তেনেকৈ আন এটা গুণৰপৰা তেওঁক সম্পূৰ্ণ-ৰূপে বঞ্চিত কৰিছিল—কাৰো ওচৰত অনুগ্ৰহপ্ৰাৰ্থী হ'ব তেওঁ নাজানিছিল।" ছবছৰ কাল চেইণ্ট হেলেনাত নিকাৰ ভুঞ্জিও, দয়া মমতা বিচাৰি তেওঁ কালৈকো আবেদন নিবেদন জনোৱা নাছিল।[৭৩৬]

যুদ্ধ পৰিচালনা সম্বন্ধে তেওঁ কৈছিল, "অকল গাৰ বল আৰু সাহেৰেই যুদ্ধ জয় কৰিব পৰা হ'লে, যি কোনো চিপাহীয়েই সেনাপতি হ'ব পাৰিলেহেঁতেন। গাৰ বলতকৈ নৈতিক আৰু মানসিক গুণহে বলীয়ান।"[৭৩৭] যুদ্ধক্ষেত্ৰত তেওঁৰ অসীম সাহ আৰু বজ্ৰকঠোৰ দৃঢ়তাৰ বিশেষ দিশটো আছিল, সমুখত ভয়ঙ্কৰ বিপদ দেখিও, থিৰেৰে থাকি কিবা এক অন্তৰ্দৃষ্টিৰে পৰিস্থিতিক কেউপিনৰপৰা সূক্ষ্মভাবে পৰীক্ষা কৰি, অঙ্ক কচি উত্তৰ উলিওৱাদি চকুৰ পচাৰতে একোটা সমস্যাৰ সমাধান কৰিব পৰা শক্তি। কল্পনাপ্ৰৱণ লোকৰ মাজত এই গুণ সাধাৰণতে দেখিবলৈ পোৱা নাযায়। কিন্তু নাপলেয়ঁৰ চৰিত্ৰত কল্পনাপ্ৰৱণতা আৰু এই গুণৰ অপূৰ্ব সমাবেশ ঘটিছিল।[৭৩৮]

---

৭৩৬ He never learned to obey, but to command came to him naturally at the very outset, just as a calf stands and walks in the first hour of its life Because this power of commanding comes so naturally, he never acquires the art of asking, because he can command as no other, he is denied the gift of being able to ask favours E L

৭৩৭ As First Consul he said in the Council of State "In what does the commander's superiority consist? In his mental qualities—insight, calculation, decision, eloquence, knowledge of men Everywhere crude force yields ground to moral qualities E L

৭৩৮ It is not often that the mathematical and the poetical elements combine in the same mind They did so in a most extraordinary degree in the mind of Napoleon" Abbott

নাপলেয়ঁৰ প্ৰতি ইংৰাজ জাতিৰ ব্যৱহাৰ সমৰ্থন কৰি, ইংৰাজ অভিজাত সম্প্ৰদায়ৰ মুখপাত্ৰ এলিচন চাহাবে তেওঁৰ ইউৰোপীয় বুৰঞ্জীত নানান যুক্তি দিছে, কিন্তু তাৰ মাজতে নাপলেয়ঁৰ প্ৰতিভাৰ এই দিশটোৰ এটি অপূৰ্ব বিৱৰণো দি থৈ গৈছে: Gifted at once with a clear intellect, a vivid imagination and profound judgment burning with the fervent passions and the poetic glow of Italy, and yet guided by the highest reasoning and reflective powers, at once the enthusiatic student of the exact sciences and a powerful mover of the generous affections, inbued with the soul of eloquence, the glow of poetry, and the fire of imagination, he yet knew how to make them all subservient to the directions of sagacious reason and the dictates of extensive observation

( ঘ )

যিহেতু নাপলেয়ঁই জীৱনত কোনো আনুষ্ঠানিক ধৰ্ম মানি কাহানিও চলা নাছিল, তেওঁ নাস্তিক আছিল বুলি বহুতে ভাবে। ঈশ্বৰ সম্বন্ধে খ্ৰীষ্টধৰ্মৰ যি কল্পনা, সেই কল্পনাত তেওঁৰ বিশ্বাস নাছিল, কিন্তু ঈশ্বৰ, নাইবা কিবা এক অদৃশ্য শক্তিয়ে যে মানৱজীৱনৰ গতি নিৰূপণ কৰে, সেই কথাত তেওঁৰ দৃঢ় বিশ্বাস আছিল, আৰু সেই বিশ্বাসেই সকলো দুখ-জঞ্জাল, বিপদ-বিঘিনি হাঁহি মুখে বৰণ কৰিবলৈ তেওঁক মনোবল যোগাইছিল। মিচৰলৈ যাওঁতে বাটত দাৰ্শনিকসকলৰ মাজত ঈশ্বৰৰ অস্তিত্ব সম্বন্ধে তুমুল তৰ্ক বিতৰ্ক চলিছে। নাপলেয়ঁই কাণ সৰালি মাৰি সকলো কথা শুনি আছে। তৰ্কৰ অন্ত নপৰা দেখি

আকাশৰ জোনটো আৰু তৰাবোৰলৈ আঙুলিয়াই তেওঁ মাত দিলে, "সৌবোৰ কোনে স্রজিলে ?"

এদিন তেওঁ কৈছিল, "আমাৰ মূৰৰ ওপৰত আকাশো যদি ভাঙি পৰিব খোজে, আমাৰ শূলৰ জোঙেৰে আমি আকাশকো দাঙি ধৰি থাকিম।" তেওঁৰ গভীৰ আত্মবিশ্বাসৰ গুণত মাজেসময়ে এনে ধৰণৰ কথা তেওঁৰ মুখেদি ওলাইছিল যদিও, ধৰ্ম আৰু ঈশ্বৰ সম্বন্ধে তেওঁৰ মত দৃঢ় আছিল, কৈছিল : আমি ঈশ্বৰত বিশ্বাস কৰোঁ, কাৰণ চকু মেলি যেই পিনে চাওঁ সেইপিনে ঈশ্বৰৰ আত্মপ্ৰকাশ দেখিবলৈ পাওঁ। দেহে যেনেকৈ আহাৰ বিচাৰে, মনেও বিচাৰে বিশ্বাস (faith)। বিশ্বৰ এজন ৰক্ষাকৰ্তাৰ ওপৰত বিশ্বাস ৰাখিলে মনে শান্তি পায়, দুখৰ দিনত সেই বিশ্বাসে সান্ত্বনা দিয়ে আৰু বেয়া কামৰপৰা আমাক আঁতৰাই ৰাখে।

"ঈশ্বৰক চকুৰে আমি নেদেখোঁ, কাৰণ আমাৰ জ্ঞানে সিমান থিনিলৈকে ঢুকি পোৱাটো তেওঁৰ বাঞ্চা নহয়।"

চেইণ্ট হেলেনাত তেওঁ কৈছিল, "ঈশ্বৰৰ অস্তিত্ব সম্বন্ধে মোৰ মনত কোনো দিনাও সন্দেহ ওপজা নাই। যদিও যুক্তিৰে তেওঁক ঢুকি নাপাওঁ, মোৰ অন্তৰতম অবচেতন মনে তেওঁৰ অস্তিত্বৰ জাননী দিয়ে।

"ঈশ্বৰ, ভাগ্য, নিয়তি যি নামকে দিয়া হওক লাগে, কিবা এক শক্তি আছে যাক কোনেও লৰচৰ কৰিব নোৱাৰে।"

কেতিয়াবা ঈশ্বৰ আৰু ভাগ্যক তেওঁ একেটা শক্তিয়েই বুলি ভবা যেন লাগে : "জীৱনত যি ঘটে সকলো আগৰেপৰা নিৰ্দ্ধাৰিত হৈ থাকে, নিয়তিৰ জালৰপৰা কোনেও উৰ্মুলি দি ওলাব নোৱাৰে।"

ভাইমাৰৰ ডাচেচক তেওঁ কৈছিল, "বিশ্বাস কৰিব, বিধাতাই সকলোকে চলাই লৈ ফুৰে, আমি নিমিত্ত মাথোন।" য়োহানেচ্ ফন্ মুলাৰক তেওঁ কৈছিল, "বস্তুতঃ, সকলো কথা ইটোৰ লগত সিটো জড়িত আৰু সকলো এক অবোধ্য অদৃশ্য শক্তিৰ বশীভূত।" মঁজক

কৈছিল, "মোৰ ধৰ্ম নিচেই সহজ, সৰল। এই অসীম, জটিল, জাতিকাৰ বিশ্বব্ৰহ্মাণ্ডলৈ যেতিয়া চকু দিওঁ, তেতিয়া মোৰ মনে কয়, ই এনেয়ে নিজে নিজে উদ্ভৱ হোৱা সৃষ্টি হ'ব নোৱাৰে। সৃষ্টিৰ উদ্দেশ্য বিয়েই নহওক লাগে, এজন সৰ্বশক্তিমান কিবা সৃষ্টিৰ গুৰিত আছে। মানুহে সৃজন কৰা বস্তুৰ তুলনাত বিশ্বব্ৰহ্মাণ্ড যেনে মহান, মানুহৰ তুলনাত সেই সৃষ্টিকৰ্তাও তেনে মহান।"

কেইজনমান অন্তৰঙ্গক ঈশ্বৰৰ অস্তিত্ব বুজাবলৈ চেষ্টা কৰি এদিন তেওঁ কৈছিল, "তোমালোকে কৈছা, চকুৰে নেদেখা, কাণেৰে নুশুনা, আন কোনো উপায়েৰে গম পাব নোৱৰা এটা বস্তুৰ অস্তিত্ব কেনেকৈ স্বীকাৰ কৰা যায়। ভাল কথা, প্ৰতিভা ( genius ) বোলা বস্তু এটাৰ অস্তিত্বতো স্বীকাৰ কৰা , প্ৰতিভাক চকুৰে দেখা জানো? যুদ্ধত যেতিয়া ঘোৰ বিপদসঙ্কুল অৱস্থাই দেখা দিয়ে, চিপাহীহঁতে চিঞৰি থলক লগায়, 'সম্ৰাট ক'ত? সম্ৰাটৰ নিৰ্দেশ কি' সিহঁতৰ সেই আৰ্তনাদ স্বভাৱজাত, স্বতঃপ্ৰবৃত্ত ( intuitive )। মোৰ মুখেদিও কেতিয়াবা সেইদৰে একোষাৰ মাত ওলায়, 'হে ঈশ্বৰ।' মোৰ সেই মাতো স্বতঃপ্ৰবৃত্ত। ঈশ্বৰ, ভাগ্য, যিহকে বোলা, কিবা এক অদৃশ্য শক্তিক আমি সেইদৰে নমতাকৈ থাকিব নোৱাৰোঁ। সেই অনুভূতি আমাৰ অন্তৰতম অবচেতন মনত বদ্ধমূল, প্ৰকৃতিৰপৰা পোৱা স্বভাৱজাত বস্তু।"

নাপলেয়ঁৰ এই বিশ্বাস জীৱনৰ শেষ মুহূৰ্ত্তলৈকে অটুট আছিল।[৭৩৯]

তেওঁ ক্ষমতালৈ অহাৰ আগলৈকে ফ্ৰান্সত একমাত্ৰ কেথলিক ধৰ্মইহে ৰজাঘৰৰপৰা স্বীকৃতি পাইছিল , আন আন ধৰ্মাৱলম্বীসকলৰ

৭৩৯ This sense of destiny accompanies him throughout life, and appears to be an equivalent for the reverence, devotion and faith by which other men live For these reasons he does not falter in the days of misfortune *In fact, this heart of steel was steadfast to the end* E L

ধৰ্ম সম্বন্ধীয় কথাত স্বাধীনতা নাছিল। নাপলেয়ঁই সকলো ধৰ্মকে সমান ঠাই দি আৰু ধৰ্মসম্বন্ধীয় কথাত সকলোকে স্বাধীনতা দি, এখন secular state অনুষ্ঠিত কৰিছিল। তাৰ আগতে ইহুদীসকলে, ফ্ৰান্সত নালাগে পৃথিৱীৰ কোনো দেশত, সেই স্বাধীনতা পোৱা নাছিল।

আত্মহত্যা সম্বন্ধে নাপলেয়ঁই কৈছিল, "মানুহে জীয়াই থাকিবলৈ যেনেকৈ শিকে, মৰিবলৈকো সেইদৰে শিকিব লাগিব।" তেওঁৰ মতে আত্মহত্যা কাপুৰুষালি, বিশেষকৈ দুৰ্ভাগ্য সহিব নোৱাৰি কৰা আত্মহত্যা।[৭৪০]

( ৬ )

জাৰ্মান দাৰ্শনিক ইমানুৱেল কাণ্টে কৈছে, যুক্তিৰে পৃথিৱীৰ সকলো ৰহস্যৰ মীমাংসা কৰিব নোৱাৰি। নাপলেয়ঁৰ ৰহস্যময় জীৱন, চৰিত্ৰ আৰু কৰ্মাৱলীও যুক্তিৰ মাধ্যমেদি বিশ্লেষণ কৰি অন্ত কৰিব নোৱাৰি।

আগতে কোৱা হৈছে যে নাপলেয়ঁৰ মনটো আছিল কল্পনাপ্ৰৱণ কবিৰ মন। সৰু ল'ৰাই দিবাস্বপ্ন দেখাদি অনুদিন, অনুক্ষণ তেওঁ সপোন দেখিছিল। ল'ৰাকালত তেওঁৰ সপোন আছিল কৰ্চিকাক স্বাধীন কৰি এখনি সপ্নোদ্যানলৈ সেই দ্বীপক ৰূপান্তৰিত কৰাৰ। ঘটনাচক্ৰত ক্ষুদ্ৰ কৰ্চিকাৰ সপোন কেনিবা মাৰ গ'ল, মনত ভাঁহি উঠিল ফ্ৰান্সক এক নতুন ৰূপ দিয়াৰ সপোন। সেই কাম হাতত লওঁতেই আহিল সমগ্ৰ যুৰোপৰপৰা যুদ্ধলৈ আহ্বান। আত্মৰক্ষাৰ বাবে যুঁজি থাকোঁতে তেওঁৰ হৃদয়-আকাশত আকৌ এক নতুন সপোন উদয় হ'ল—ইউৰোপীয় যুক্তৰাজ্যৰ সপোন। সেই সপোনে

৭৪০ "A man must wish to live, and must know how to die suicide is cowardice, especially in hours of misfortune" There is no doubt that during his last battles, Napoleon deliberately sought a soldier's death, but he never tried to poison himself E L

যেতিয়া বাস্তৱ ৰূপ লয় লয় যেন হ'ল, তেতিয়া কল্পনাৰ ঘোঁৰে তেওঁক উটুৱাই নিলে আৰু এখন স্বপ্নৰাজ্যলৈ। এইবাৰ তেওঁৰ মনৰ মাজত ভুমুকিয়াবলৈ ধৰিলে বিশ্ব-বিজয়ৰ সপোন—সকলো শত্ৰুতা নিৰ্মূল কৰি, সকলো বাধা-বিঘিনি লঙ্ঘি বিশ্বক এক নতুন ৰূপ দিয়াৰ সপোনে।

ইটোৰ পিছত সিটোকৈ তেওঁৰ জীৱনত উস্তৱ হোৱা ঘটনাৱলীৰ সোঁতত উটি, তেওঁৰ অলৌকিক প্ৰতিভা, কৰ্ম-শক্তি আৰু আত্মবিশ্বাসৰ গুণত, তেওঁৰ মনত ধাৰণা জন্মিল যে সকলো সপোন এদিন দিঠকত পৰিণত হ'বগৈ। তেনেতে তেওঁৰ ভাগ্যৰ চকৰী আওপাকে ঘূৰিবলৈ ল'লে, সকলো সপোন ভাঙি চূৰমাৰ হ'ল।

চমুতকৈয়ো চমুকৈ ক'বলৈ গ'লে এয়ে নাপলেয়ঁৰ জীৱন-চৰিত, নাপলেয়ঁ বোলা আসৰিশ প্ৰপঞ্চৰ সৰল, প্ৰাঞ্জল ব্যাখ্যা।

যদিও তেওঁৰ জীৱনৰ কৰ্ম অসম্পূৰ্ণ হৈ গ'ল, তথাপি একেটা জীৱনতে তেওঁ যিখিনি সাধিলে বুৰঞ্জীত তাৰ তুলনা নাই। জগতক তেওঁ দি গ'ল তেওঁৰ অপূৰ্ব দান—ক'দ নাপলেয়ঁ, য়ুৰোপ মহাদেশক য়ুৰোপীয় যুক্তৰাজ্যৰ আঁচনি। এই সম্বন্ধে চেইণ্ট হেলেনাত তেওঁ কৈছিল: ফ্ৰান্সত সকলো দল মিলাই একেটা কৰাদি, ইউৰোপৰ গোটেই বিলাক জাতিৰ স্বাৰ্থ একেটা কৰাই আছিল মোৰ লক্ষ্য। তাৰ বিৰুদ্ধে আগবঢ়োৱা আপত্তিবিলাকলৈ মই ভ্ৰূক্ষেপ কৰা নাছিলোঁ, কাৰণ সেই ব্যৱস্থাৰ সুফল দেখাৰ পিছত আপত্তিও নোহোৱা হ'লহেঁতেন। সমগ্ৰ ইউৰোপ এটা জাতি ৰূপে গঢ়ি উঠিলহেঁতেন, সকলোবিলাক ইউৰোপীয় জাতিৰ মাতৃভূমি (fatherland) একেখনেই হ'লহেঁতেন। সোনকালেও হ'ব পাৰে, পলমকৈয়ো হ'ব পাৰে কিন্তু এদিন নহয় এদিন পৰিস্থিতিৰ হেঁচাই ইউৰোপৰ জাতিসমূহক একগোট হ'বলৈ বাধ্য কৰিব। মই প্ৰথম হেঁচোকটো দিছিলোঁ, কিন্তু মোৰ আঁচনি কাৰ্য্যকৰী ন'হ'ল যেতিয়া, এখন জাতিসঙ্ঘ (League of Nations) অনুষ্ঠিত কৰাৰ

বাহিৰে ইউৰোপ মহাদেশত সাম্যাৱস্থা ( equılıbrıum ) ৰক্ষা কৰাৰ আন পথ নাই।[৭৪২]

নাপলেয়ঁৰ আঁচনি কাৰ্য্যকৰী হোৱা হ'লে দুখনকৈ মহাসমৰে পৃথিৱী ছাৰখাৰ কৰিবলৈ নাপালেহেঁতেন। প্ৰথম মহাসমৰৰ পিছত ইউৰোপৰ ৰাজনীতিজ্ঞ পুৰুষসকলে জ্ঞানৰ পোহৰ দেখিলে— নাপলেয়ঁৰ ভৱিষ্যদ্বাণীকে অনুসৰণ কৰি জাতিসংঘ ( League of Natıons ) স্থাপনা কৰা হ'ল। ফ্ৰান্স আৰু ইংলণ্ডই আবিচিনিয়াক ধৰ্ষিবলৈ মুচলিনিক বাট মুকলি কৰি দিয়াৰ ফলত জাতিসংঘৰ ওৰ পৰিল। দ্বিতীয় মহাসমৰৰ বিভীষিকাৰ পিছত ৰাজনীতিজ্ঞ পুৰুষসকলৰ গালৈ পুনৰ চেতন আহিল। 'এইবাৰ অনুষ্ঠিত হ'ল Unıted Natıons সেই অনুষ্ঠানে কি গতি লয় ভৱিষ্যতেহে ক'ব পাৰিব।

নাপলেয়ঁৰ পতনৰ এশ বছৰৰ পিছত নাপলেয়ঁৰ নীতিকে গ্ৰহণ কৰিবলৈ ইউৰোপ বাধ্য হৈছিল। আঁচনি কাৰ্য্যকৰী কৰিবলৈ নাপলেয়ঁই যি পন্থা অৱলম্বন কৰিছিল তাৰ মাজত ভুল আছিল যদিও, আঁচনিত ভুল নাছিল। জীৱন কালতে নাপলেয়ঁই নিজৰ ভুল বুজিব পাৰিছিল। মৃত্যু-শয্যাত পৰি থকা অৱস্থাত ল'ৰালৈ লিখা চিঠিত তেওঁ লিখিছিল: তৰোৱালৰ বলেৰে মই যি কাম সাধিবলৈ ওলাইছিলোঁ, মোৰ ল'ৰাই তৰোৱাল নধৰাকৈ, সৰ্বসম্মতি-ক্ৰমে সেই কাম সমাধা কৰিব লাগিব।[৭৪৩]

---

৭৪২ The work of the nıneteenth century was to ınaugurate the prelımınarıes by the establıshment of the natıons *The twentıeth century opens wıth the Napoleonıc ıdea* E L

৭৪৩ We have seen how earnestly he strove for peace No doubt he chose hıs means badly, hıs error beıng due to the tıme, the cırcustances, and hıs own domıneerıng character But hıs mıstakes as to method stıll leave undımınıshed the genıus of the seer who looked forward towards an aım whıch was agaın to become an object of statemanshıp a hundred years after hıs fall ' E L.

